প্ৰণয় আৰু শান্তিৰ প্ৰতিভূ—



শ্ৰীৰাজেন্দ্ৰ কলিতা

# প্ৰণয় আৰু শান্তিৰ প্ৰতিভূ—

॥ প্ৰকাশক ॥ কুলপ্ৰদীপ আৰু বিশ্বপ্ৰদীপ কলিতা।

॥ প্ৰাপ্তিস্থান ॥ বিবিধ ভাণ্ডাৰ ✪ গণেশগুৰি চাৰিআলি
✪ ৰাজেন্দ্ৰপ্ৰসাদ ৰোড ✪ দিশপুৰ
গুৱাহাটী—৬

॥ প্ৰথম মুদ্ৰণ ॥ চেপ্তেম্বৰ ১৯৮৬ চন।

॥ বেটুপাতৰ শিল্পী ॥ শ্ৰীৰেণু মিশ্ৰ।

॥ মূল্য—৩৬ ০০ ॥

ছপা—বিদ্যুৎ প্ৰিণ্টিং হাউচ দিশপুৰ, গুৱাহাটী-৬

## —জ্ঞাতব্য—

● এজনী গাভৰুৱে মোক খুব বিচাৰিছিল। আনকি তাই একোটা দুৰ্ব্বল মুহূৰ্ত্তত দেহৰ সম্পূৰ্ণ আভৰণ দলিয়াই পেলাই তাইৰ নগ্নদেহ টোৱো মোক যাচিছিল। কাৰণ এটাই—তাইক এটি সন্তান লাগে।

● মানুহ জীৱনৰ কিবা এক সচা তাৎপৰ্য্য মই যদি বুজি উঠা নাই মোৰ দিবলৈ একোৱেই নাই, হয়তো একো দিয়াৰ অধিকাৰো নাই। কিন্তু সেই তাৎপৰ্য্য আৱিষ্কাৰ কৰাৰ পৰা মই আঁতৰি থকা নাই। বিভিন্ন পাৰিবেশিক সাহচৰ্য্যই সেই তাৎপৰ্য্য বুজাত মোক সহায় কৰিলে। তেহে এদিন সেই তাৎপৰ্য্যৰে স্বাক্ষৰ এটি সন্তান তুলি দিলো তাইৰ কোলাত। কিন্তু সেয়া কোনো চোৰ প্ৰেমিক প্ৰেমিকাৰ অবৈধ সন্তান নহয়— যাক হয়তো সেই গাভৰুৱে বিচাৰিছিল।

● প্ৰণয়ৰ গতানুগতিক অৰ্থত যদি পাঠক নিমজ্জিত হয় তেন্তে মোৰ প্ৰণয়ৰ সজ্ঞ্যা এইখন কিতাপত বিচাৰি নেপাব।

● কল্পেকীয়া আবেগত প্ৰণয়ৰ দোহাই দিয়া কিবা এক ৰোমাঞ্চকৰ কাহিনী বুলি যদি পাঠকে ভাবে তথাপিও পাঠক নিৰাশ হ ব।

● কিন্তু কোনো পাঠককে নিৰাশ কৰা উদ্দেশ্য মোৰ নহয়। য ত প্ৰণয় আছে, তাত নিৰানন্দ নাই—সেয়েহে মোৰ প্ৰেমিকাই বিৰহজনীত কাৰণত কিতাপৰ এটা পাততো কন্দা নাই। যত প্ৰণয় আছে তাত অশান্তি নাই—সেয়েহে মোৰ ধৰ্মপত্নীয়ে মোৰ প্ৰণয়ত বাধা দিয়া নাই।

● সেয়েহে প্ৰণয় আৰু শান্তি এক অভিন্নধাৰণা। এই অভিন্নতাৰ এক সম্পূৰ্ণ ধাৰণাৰ মূৰ্ত্তপ্ৰতীকেই "প্ৰণয় আৰু শান্তিৰ প্ৰতিভূ"। এই প্ৰতিভূ বিশ্বৰ প্ৰতিজন তৰুণ, যুৱক বৃদ্ধৰ বোৱাচা আৰু প্ৰতিজনাকী তৰুণী, গাভৰু বৃদ্ধাৰ কোলা শুৱনি কৰাৰ উদ্দেশ্যে এক প্ৰচেষ্টা। ইতি—

শ্ৰীৰাজেন্দ্ৰ কলিতা

# প্ৰণয় আৰু শান্তিৰ প্ৰতিভূ—

১

এজনী উলঙ্গ উন্মত্ত যৌৱনা ষোড়শীৰ দেহৰ ভাজত মোৰ সত্তা বন্দী হৈ গৈছিল। তাইৰ ওঠত সিদিনাই আঁকি দিয়া চুমাটিৰ কঁপনি অনন্ত সমুদ্ৰৰ পাৰত ঠেকা খাই আকৌ অন্তৰ কোলালৈ আঁতৰি স্তব্ধ হৈ গ'ল।

কিন্তু—তাই আজিও আছে আৰু কিবা এটা পোৱাৰ কামনাৰে

কোনো এটা দুৰ্ব্বল মুহূৰ্ত্তত কিবা এটা ঘটিল—গ'ল, কিয় বাৰু তাই পুন এনেখিনি কথা মোলৈ লিখিব লগা হ'ল ?

ভিনীহিদেউ

যদিওবা বহু মহানৰ মহান আদৰ্শৰে গঢ়া তথাপিও মানৱ সমাজ ব্যভিচাৰ বিদ্বেষ বৈষম্য আৰু অশান্তিৰে ভৰা। সমাজত অস পুৰুষো আছে, অসতী নাৰীও আছে লুৎসা, বেশ্যা, বৈধ অবৈধ, চোৰ ডকাইত, লম্পত আৰু ঠগ প্ৰৱঞ্চকৰ উপৰিও সন্ত্ৰাসৰ সৃষ্টিকাৰীও আছে।

মূলত কামনা। বাসনাও। সেই কামনাত জৰ্জৰিতা মযো আপোনাক ধৰা দি পালো। এক উলঙ্গ নাৰী। দেহৰ। মনৰ। যদিও লাজ লাগি যায়, তথাপিও জানে ভিনীহিদেউ—

উভয়ৰ প্ৰণয় আৰু মিলনত—বিশ্বলৈ,
প্ৰণয় আৰু শান্তিৰ প্ৰতিভূ—এটি সন্তানৰ,
মাতৃ হোৱাৰ কামনাত, মোৰ মনে
বাৰে বাৰে বিচাৰিছে আপোনাক।'

"এটি সন্তানৰ মাতৃ হোৱাৰ কামনাত,
মোৰ মন বাৰে বাৰে বিচাৰিছে আপোনাক।"— কথাশাৰীয়ে মোৰ মনত বাৰে বাৰে টুকুৰিয়াবলৈ ধৰিলে। মোৰ মনটো তৎমুহূৰ্ত্তত যেন ক্ষতবিক্ষত হৈ পৰিল। ক্ষতবিক্ষত নহয় যেনিবা অস্থিৰ অবিবাহ কৰিলে, এজনী সুন্দৰী গাভৰুৰ সুন্দৰ সুকোমল হাতেৰে লিখা এনেশাৰী জেটাশলীয়া কথাৰ জোৱাৰে

আমাৰ সামাজিক নীতি নিয়মৰ কথা জানি বুজিও এজনী অবিবাহিতা গাভৰুয়ে এজনা বিবাহিত পুৰুষৰ সতে সন্তান কামনা কৰাটো এটা অস্বাভাৱিক সত্য।

মোৰ বিবাহিতা পত্নী স্বৰো। ওখত তেও নিয়মীয়া স্বাস্থ্যত নিপোটল লোকত গহীন কামত নিপুণ কথাত অল্পভাষী, শহু শহুৰৰ শুশ্ৰূষাত ভক্ত শিষ্যা, স্বামী সেৱাত অতি কষ্টসহিষ্ণু অপ্ৰতিবাদী জীৱন যাত্ৰাত অতি সহযোগী মোৰ অনুপ্ৰেৰণাৰ এক অমূল্য অংকুশমণি। সন্তানৰ কাৰণত তেও যেন বীৰ সন্তানৰ মহিয়সী মাতৃ। সমজুৱাৰ মনত মধুভাষী, স্পষ্টবাদী আৰু উচ্চ আদৰ্শ চৰিত্ৰসম্পন্না নেত্ৰী।

এনে এজনী সুৰুচী সম্পন্না নাৰীৰ ওচৰত কোনো দিনেই কোনো অভাৱ মই অনুভৱ কৰা নাই। সম্পূৰ্ণৰূপে মনৰ খোৰাক যোগাৱ পৰা এনে এজনী স্ত্ৰীৰ স্বামী হৈয়ো মই মুক্ত কণ্ঠে কব পৈছো—এজনী উন্মত্ত যৌৱনা গাভৰুৱে গঠা মোৰ জীৱন ইতিহাসৰ এক অভিনৱ প্ৰণয়ৰ কথা। এহাতে অতি মৰমী প্ৰিয়তমা পত্নী মোৰ আৰু আনহাতে অযাচিত অপ্ৰত্যাশিত ভাৱে মোৰ মনোৰাজ্যত সোমাই পৰা অতি মৰমী এগৰাকী সুন্দৰী গাভৰু।

অৱশ্যে, মোৰ পত্নী আৰু এইজনী গাভৰুত বাহিৰেও

বিবাহিত আৰু অবিবাহিত জীৱনত মোৰ আৰু কিছু প্ৰণয়ৰ কাহিনী আছে। কিন্তু সেই কাহিনীবোৰ আছিল সাময়িক— এটা সময়ত আহিছিল আৰু লাহে লাহে আঁতৰি গৈছিল। জীৱনত প্ৰথমবাৰৰ বাবে মই এটি প্ৰণয় বান্ধোনত সোমাই পৰিছিলো।

এবা,— বিন্দু নামৰ এজনী গাভৰু,
সুৰছন্দৰ এডালি ব্যাসাৰ্দ্ধ
বিন্দুক কেন্দ্ৰ কৰি, সেই ব্যাসাৰ্দ্ধৰ
এটি বিৰাট বৃত্তৰ পৰিধি আগুৰি
প্ৰণয়ৰ অনন্ত সিন্ধুত মই ডুবিছিলো।
মোৰ কায়া বিন্দুৰ দ্বাৰা অপসাৰিত হৈছিল
অপসাৰিত মোৰ প্ৰণয়ৰ ওজন কিন্তু,
মোৰ কায়াৰ ওজনতকৈ অধিক হৈ গৈছিল
—সেয়ে মই ওপঙি থৈছিলো।
অদৰতে কিন্তু ইঞ্জিন নোহোৱা জাহাজৰদৰে
প্ৰণয়ৰ অনন্ত সিন্ধুত আজি
অস্থিৰ অধিৰ হৈ জানো
কেমান আঘাট ডুবিগৈছো?

স্মৃতিৰ সোঁৱৰণত আক্ষেপেৰে লিখা কেইশাৰীমান কবিতাৰেই সুৰছন্দীয়া মোৰ এই প্ৰণয় বান্ধোন সুদৃঢ় পৰিছিল।

লিখিছিলো— আছেনে মনত প্ৰিয়া,
প্ৰথম যিনিশা মোক মাতিছিলা?
—মোৰ বৰ ভয় লাগিছিল,
অজস্ৰ পদশব্দ মোৰ কাণত বাজিছিল,
আচলতে যদিওবা কোনো অহা নাছিল।

তুমি আহিছিলা বৰ সংগোপনে,
শাৰদী এনিশা মোৰ কাষলৈ,
কোনোবাই দেখিব—মই ভাবিছিলো,
ভাবি মই ভয় খাইছিলো ।
আৰু যিদিনা তামোলৰ টোপোলাটো
খিৰিকীৰে মোলৈ দিছিলা
দেউতা আয়েৰা কাষৰতে আছিল
দেখিলে কিজানি মই ভাবিছিলো
অঘটন ঘটেবা ভাবি ভয় খাইছিলো ।
কিন্তু সেই ভয়ত মোৰ হিয়াত,
কোনো আঘাটৰ লেখ মাত্ৰও নাছিল,
আছিল মাত্ৰ—সপোন আৰু স ধাত বাস্তৱৰ
যৌৱনৰ উল্লাস আৰু গৌৰৱ প্ৰণয়ৰ ।

  

আজি কিন্তু, সময় নাই বাৰে বাৰে কোৱা,
নৱজাত কলেজত গৈ চাৰিবজাত ঘূৰা,
ছুটীবাৰে কাপোৰ ধুই আহৰিকে নোপোৱা
মই জানো, তুমি মোক কিয় ফাকি দিয়া ?
—ৰঙা চোলাটো পিন্ধি
ৰঙীন কাপোৰেৰে গাটো ঢাকি
মই দেখিছিলো—
সেই দিনা কলৈ গৈছিলা ।
সেউজীয়া ঘাঁহনিডৰা,
কেইজুপি কলগছে আগুৰা,
অকলশৰীয়া এটি ঘৰ,
তুমি তাতেই আছিলা ।

অসংযত চুলিটাৰী,
দুয়োহাতেৰে পিচলৈ ঠেলি,
মই দেখিছিলো—
তুমি তাৰপৰা ওলাই আহিছিলা।
চোলাৰ বুটাম খোলাই বৈছিল,
তুমি পাহৰি গৈছিলা,
মই অদূৰতে আছিলো
হয়তো দেখিছিলা।
ময়ো উল্লাসভৰা যৌৱনৰ বিচ্ছেদৰ মালাগাঠি
এখোজ দুখোজকৈ খোজ ৰাখি ৰাখি
—ক্ৰমে আঁতৰি আহিছিলো
যদিও প্ৰণয়— বিচ্ছেদ বৰ অনুভৱ কৰিছিলা।

৭

প্ৰিয়া মোৰ! আঁতৰি গ'ল,
প্ৰণয় মোৰ আৰ্কিমিডিচৰ সূত্ৰ হৈ ৰ'ল।

মোৰ বিবাহিত জীৱনতো আমাৰ সীমামূৰীয়া গাওঁখনৰ কুসুমৰ লগত গুপ্ত প্ৰণয়ৰ সন্দিহানত এদিন এটা বৰ ডাঙৰ ঘটনা ঘটিবলৈ পাইছিল। ঘটনাটো অঞ্চলটোত অচিৰেই প্ৰচাৰ হৈ পৰিছিল আৰু ঠাইখিনি কিছুদিনলৈ বেচ গৰম হৈ উঠিছিল।

মোৰ পত্নী খৰোৱে জানো ঘটনাতো কি ভাৱে লয় তাকে ভাবি মই বৰ চিন্তান্বিত হৈ পৰিছিলো। নিশা শুৱলৈ গৈ বিচনাত পৰি ঘটনাটোত কিবা আঘাত পাইছোনকি বুলি যেতিয়া সুধিছিলো, তেনে এটি উত্তৰ পাম বুলি মই হলে অকণো আশা কৰা নাছিলো। বৰ গহীন গম্ভীৰ ভাবে তেওঁ মোক কৈ গৈছিল— কিয় কোনোবা উপন্যাসিকৰ সেই আষাৰ

কথা তুমিয়েইচোন বাৰে বাৰে মোক পঢ়াই শুনাইছিলা— সংঘাতে আনি দিয়ে জীৱনৰ নতুন তৰঙ্গ ?" তুমিও লিখক। সেয়ে মই ভালকৈয়ে উপলব্ধি কৰিব পাৰিছো— তোমাৰ বাস্তৱ সন্ধানী মন আজি হয়তো উদ্বাউল হৈ পৰিছে—কোনো এক নতুনৰ দিগন্তত প্ৰৱেশ কৰিবলৈ। অজান পথৰ যাত্ৰা সদায়েই বিপদ সঙ্কুল—কাইটে বিন্ধিবই। কিন্তু মই জানো সোণ, কাইটে বিন্ধিলেও তুমি তাক ভ্ৰুক্ষেপ নকৰা। যোৱা, টোপনী যোৱা। মোৰ কথা ভাবি তুমি মিছায়ে কষ্ট পাইছা। মই অকণো দুখ পোৱা নাই, জানা ? বৰ বেছি সুখীহে হৈছো ? জননীৰ সুযোগ্য সন্তান তুমি আৰু তোমাৰেই অযোগ্যা স্ত্ৰী মই। তুমি যে কোনোদিনেই মোক অৱহেলা কৰা নাই— তাতকৈ মোক আৰু কি লাগে সোণ, নতুবা মোতকৈ ভাগ্যৱতীযেই বা আছ কোন ? —এইবোৰ কৈ কৈ মোৰ মূৰটো যেতিয়া তেও ৰ চপাই লবলৈ বিচাৰিছিল তেতিয়া মযো মূৰটো তেওঁৰ বুকুৰ মাজত জোৰে গুজি দি শান্তি স্বৰ্গী আইৰ কোলাৰ পৰাহে যেন টোপনীক বিচিয়াই মাতিছো। মোৰ উশাহ বোৰ যেতিয়া লাহে লাহে দীঘল হৈ আহিছিল গদ গদ স্বৰে তেওঁ যিবোৰ কথা কৈ গৈছিল, মই যেন শুনিও নুশুনিলো —নুশুনিও শুনিলো।

মোৰ জীৱনত ক্ষন্তেকীয়া প্ৰণয়ৰ আৰু কিছু কাহিনী আছে যিবোৰ প্ৰেক্ষাগৃহৰ ঠিক একো একোটা দৃশ্যৰ সমান মাত্ৰ। তেনে একোটা দৃশ্যত কোনোৱে গালে পাইছিল— একোটি মৰম সনা চুমা কোনোৱে গালে পাইছিল—মৰম সনা চুমাৰ একোটি অস্পষ্ট দাগ কোনোৱে পাইছিল- ওঁঠৰ কপত উম্মা। কেতিয়াবা কাৰোবাৰ মূৰে-পিঠিয়ে হাত বুলাই আহোদেই মৰমৰ ভনীটি—বুলি আঁতৰি আহো। কেতিয়াবা

আকৌ কাৰো বুকে বুকু মিলাই তপত ধমনীৰ বাও লৈ লাহে লাহে আঁতৰি পৰো। এনে এটা দৃশ্যত কিন্তু, এদিন হলে এটা বৰ ডাঙৰ অঘটন ঘটিবলৈ পাইছিল—হিৰণ নামৰ এজনী গাভৰুৰ নিজা ঘৰৰ এটি বন্ধ কোঠাত। এইজনীয়েই সেইজনী গাভৰু যি জনীয়ে মোলৈ লিখিছিল 'এটি সন্তানৰ মাতৃ হোৱাৰ কামনাত মোৰ মনে বাৰে বাৰে বিচাৰিছে আপোনাক।"

ঘটনাটো ঘটিছিল মোৰ বিয়াৰ তৃতীয় বছৰত। হিৰণে মোৰ পত্নীৰ ভনীয়েকৰ লগত একেলগে পঢ়িছিল আৰু ঘৰৰ পৰা দূৰ হোৱা বাবে বৰ্ডিঙত থাকিবলৈ লৈছিল। ভনীয়েকৰ বান্ধৱী হিচাবে মোৰ পত্নীক তাই বাইদেউ আৰু সেই সূত্ৰতে মোক ভিনীহিদেউ বুলি মাতিছিল। আমি যোৱা গম পালেই তাই যেনেতেনে হলেও আমাৰ খবৰ লবলৈ আহিছিল। এনে এটি কাৰণতেই তাইৰ লগতে তাইৰ ঘৰখনৰ লগতো আমাৰ যোগসূত্ৰ এটা স্থাপন হৈছিল আৰু ভাল সম্বন্ধ এটা গঢ়ি উঠিছিল। অতিকৈ মৰমিয়াল এই গাভৰুজনীৰ মৰমে আমাক তাইৰ ঘৰলৈ টানি নিছিল। গতিকেই কেতিয়াবা আমি দুয়ো পত্নী আৰু মই আৰু কেতিয়াবা মই অকলে হলেও তাইৰ ঘৰলৈ গৈছিলো। মাক দেউতাকেও আমাক নিজৰ লৰা ছোৱালীৰ দৰেই মৰম কৰিছিল। তাইৰ দেউতাক এজন বৰ প্ৰতিভাবান আৰু আদৰ্শস্থানীয় লোক আছিল।

সেইদিনা মই অকলে তাইৰ ঘৰলৈ গৈছিলো। গৈ পাওঁতে সন্ধ্যা লাগিছিল আৰু ঘৰবোৰ চাকিৰ পোহৰে উজলাই তুলিছিল। সমাজৰ কামত দেউতাক তেতিয়াও বাহিৰতেই আছিল আৰু মাক ইতিমধ্যে ৰান্ধনী ঘৰত সোমাইছিল।

গৈ পোৱাৰ লগে লগে হিৰণে মোৰ হাতত খামুচি ধৰি তাইৰ শোৱনী কোঠালৈ মোক টানি নি তাইৰ বিছনাত

বহুৱাই দিছিল। বহাৰ লগে লগে তাই মোৰ গলটোত দুয়োহাতেৰে সাবটি ধৰি গালত এটি চুমা আঁকি দি তৎক্ষণাতে বাহিৰলৈ ওলাই গৈছিল। নতুনত্ব তাত একো নাই। বায়েক থাকিলেও তেনেকৈয়ে তাই মোক চুমা খায় আৰু ময়ো খাওঁ। মোক লগাই বায়েকে তাইক খুব ধেমালি কৰে। ৰবকৈ জোকালে মিছা অভিমান কৰি তাই মাৰ ওচৰত মিছা কান্দোন জোৰে। কেতিয়াবা আকৌ মোক হাতত ধৰি টানি নি বায়েকক মাৰিবলৈ লগায় দিয়ে। মই নেমাৰিলে— এ, চেনেহৰ ঘৈণীয়েকে দুখ পাব বুলি নেমাৰে? যা মই ইয়াত নেথাকো" বুলি ওলাই যায়। অলপ পিচতে আকৌ চাহ দুকাপ লৈ হাজিৰ হয়হি আমাৰ ওচৰত। তেতিয়া তাই যেন আমাৰ ওচৰত একেবাৰেই অচিনাকী— কোনো দিনেই তাই যেন আমাক দেখা নাই, যেন কোনো দিনেই কোনো কথা আমাৰ লগত হোৱা নাই।

অইনদিনাৰ দৰে সেইদিনাও অলপ সময়ৰ পিচতেই চাহ আৰু তামোল লৈ তাই সোমাই আহিল আৰু মোৰ গাতে গা লগাই বহি বামখন হাত মোৰ কান্ধত পেলাই লৈ সেই হাতেৰে এধোক দুধোককৈ মোক চাহ খুৱাই গল। ময়ো স্নেহৰ বিনিময়ত তাইৰ মূৰে পিঠিয়ে হাত বুলাই বুলাই দুইচাৰি কথাৰ ফাঁকে ফাঁকে চাহ খাই গলো। চাহ খোৱাৰ পিচত এখনি তামোলৰ একামোৰ মোক খাবলৈ দি বাকীখিনি তাই নিজেই পাগুলিয়াই সেন্দুৰ বুলিয়া ওঠ দুটি মোৰ ওঠত গুৱাই লৈ ধৰো কি নধৰোকৈ দুয়োহাতেৰে মোক সাবটি ধৰিবলৈ নৌপাওঁতেই বুকুৰ বিহাখন লাহে লাহে নামি গৈ তাইৰ উঠন বুকুখন মোৰ বুকুত লাগি পৰাত, প্ৰথমে লাহেকৈ আৰু পিচত জোৰকৈ মোক সাবটি ধৰি বৰ ঘণাই কোঁপাবলৈ

ধৰিলে। মোৰ কোলাত এতিয়া তাই এজনী অতি চঞ্চলা কামাসক্তা গাভৰু। দুয়ো হাতেৰে দুয়ো বাউসীত ধৰি লাহেকৈ থিয় কৰাবলৈ অলপ চেষ্টা কৰিলোহে তাইৰ ককালৰ আভৰণ খনো মুলকি মাটিত পৰিল। মোৰ চকু এতিয়া তাইৰ যৌৱন উচ্চল সৰ্ব্বাঙ্গত।

ময়ো মানুহ। এতিয়াও মই এজন চঞ্চল ডেকা মানুহ। বিবাহিত হলেও উত্তপ্ত যৌৱনৰ উতলা তেজৰ উদগীৰণ এতিয়াও বন্ধ হোৱা নাই। মনটো হঠাৎ অসংযত হৈছিল যদিও এনে এটি ঘটনাৰ সন্মুখীন হবলৈ মই অকণো সাজু নাছিলো। অপ্ৰত্যা শিত এনে এটি মুহূৰ্ত্তত এজনী নিৰঙ্কুশ গাভৰুৰ দৈহিক প্ৰেম নিবেদনত মোৰ যৌন উত্তেজনাতকৈ লোকগঞ্জনাৰ ঈষৎ ছাই আবৰি ধৰা বুকুখন বাৰে বাৰে কঁপি উঠিছিল। সেই কাৰণেই হয়তো যিটো কাৰণত সন্ধি মুহূৰ্ত্তৰ ক্ষণটো কিছু পিচুৱাই গৈছিল। ঠিক এনে এটি সময়তে বাহিৰত কাৰো কাহ মৰা শব্দই আমাৰ সংজ্ঞা ঘূৰাই আনিছিল। ভিতৰলৈ কোনোবা সোমাই আহিব পাৰে বুলি ভাবি ততাতৈয়াকৈ আভৰণ খিনি সামৰি পিন্ধি কাষৰতে থকা চকী এখনত বহি, টেবুলত মূৰ থৈ তাই হাউলি পৰিছিল।

কিছুপৰ দুয়ো এনেকৈ বহি থকাৰ পিচত কোনো ভিতৰলৈ সোমাই অহাৰ সম্ভাৱনা নেদেখি মই উঠি গৈ তাইক হাতত ধৰি আনি আকৌ মোৰ কাষৰতে বহুৱাই লৈ মূৰে পিঠিয়ে হাত বুলাই বুলাই আলফুলকৈ কেইটিমান চুমা গালত আঁকি দি কলো— যাচোন মাজনী ভাত হলনে নাই এবাৰ খবৰ কৰি আহগৈচোন যা।

ৰাতিপুৱা বিদায় লৈ এনে এটি বিৰহ বিচ্ছেদৰ সচা ঘটনাৰ অসীম গধুৰ বোজা এটি মূৰত তুলি অতি চিন্তান্বিত

মনে মই ঘৰলৈ উভতিছো। ঘৰপাই গোটেই ঘটনাটো মোৰ পত্নীক কলো যদিও মুখ ভেঙুচিয়াই তেওঁহে আকৌ কবলৈ ধৰিলে—"ট হয় হয়, ইয়ো হয়তো তোমাৰ সৃষ্টিকামী মনৰ এক সন্ধানী কৌশল। ইমান দুষ্ট মোৰ কেচা সোণটো যে।' এই বুলি মোক সাবটি এটি মৰমৰ চুমা মোৰ ওঠত আঁকিদি লাহে লাহে তেও আঁতৰি গ'ল। ময়ো মোৰ চকুৰ দৃষ্টি তেওৰ পৰা আঁতৰাই লৈ মনতে কৈ পালো—তোমাৰ সৃষ্টিত ভগবান মোৰ এই জনীও যেন এক আচৰিত অৱদান।

মনতো পাতল হওঁক ভাবি সেইদিনাই হিৰণলৈ চিঠি এখনি লিখিলো এই বুলি—মাজনী মোৰ তই এনে হবি মই কেতিয়াও আশা কৰা নাছিলো। এতিয়া কলেজত পঢ়িছ যেতিয়া ভাবিছো—তই এজনী আদৰ্শ ছাত্ৰী হৈ নিজকে উপযুক্ত কৰি গঢ়ি তুলিবি। আৰু ভাবিছো সময়ত তোক বিয়া দিম এটি উপযুক্ত পাত্ৰত—হবি তই সাধ্বসতী নাৰী আৰু মহিয়সী মাতৃ হবি যোগ্য সন্তানৰ। মনত ৰাখিবি যৌৱন যেনে সত্য তেনে সুন্দৰো। সেই সত্য সুন্দৰৰ প্ৰতি একান্ত ব্ৰতী হব পাৰিলেই দৈহিক মিলন তাড়নাৰ পৰা নিষ্কৃতি লভিব পাৰি। তেতিয়াহে যৌৱন হয় সাৰ্থক মনহয় জীৱন জিজ্ঞাসু মনে বিচাৰি পায় প্ৰকৃত সত্যক সদাৰ কৰে পাৰস্পৰিক সহচৰ্য্য আৰু পৰম কল্যাণাৰ্থে অ স্মোৎস্বৰ্গাৰ প্ৰতিশ্ৰুতি আৰু জগাই তোলে অনাবিল আনন্দৰ অনুভূতি। দৈহিক মিলন তাড়নাৰেই জ্ঞানচক্ষু হয় তিনিৰাচ্ছন্ন পথান্ধ জীৱন হয় দুৰূহ ক্লান্ত আৰু মন হয় অস্থিৰ অশান্ত, ক্ৰমে হেৰাই যায় দৃঢ়তা আৰু প্ৰত্যয়। যিহেতু সৃষ্টি ৰহস্যৰ আৱহমান সত্য শৃঙ্গাৰ আৰু তাৰ পাশত ৰান্ধ খায়েই সৃষ্টিৰ স্থিতি আৱৰ্ত্তমান গতিকে প্ৰকৃতিক কাৰণত মানৱ মনৰ সাময়িক দুৰ্ব্বলতা আহিবই বা

তুই এটা ব্যতিক্ৰমো ঘটিবই। ঘটিলেও বিশেষকৈ সুশৃঙ্খল ব্যভিচাৰবিহীন ক্ৰমবিবৰ্ত্তমান মানৱ সমাজৰ সৃষ্টিৰ সোঁতটো অটুত ৰখাৰ ক্ষেত্ৰত আমাৰ নৈতিক কৰ্ত্তব্য এটা থাকিবই আৰু তাক নিষ্ঠাৰে পালন কৰিবও লাগিবই। সেইবাবে আমাৰ তাড়না দেহৰ নহৈ মনৰহে হোৱা উচিত। অজ্ঞতাৰে ঘনীভূত আমাৰ মন জ্ঞান গৰিমাৰে ওপচাই দিব লাগিব। আত্মকেন্দ্ৰিক প্ৰণয় অন্ধতাৰে তোৰদৰে আভৰণ উদঙাই দিয়াতকৈ, জ্ঞানৰ মাপ কাঠিৰে ৰহস্যাবৃতা এই পৃথিবীৰ আভৰণ উদঙাই গছ বিৰিখ, পশুপক্ষী, জীৱজন্তু আৰু সমগ্ৰ মানৱ জাতিৰ একাত্মিক প্ৰণয়ৰ উৎস যাতে উদ্‌ঘাটন কৰিব পাৰি, সেইটোহে আমাৰ লক্ষ্য হোৱা উচিত।

আহো দে মা।

## ২

ক্ষন্তেকীয়া যৌনতৃপ্তি চৰিতাৰ্থৰ লগত জীৱনজোৰা মিলনৰ প্ৰশ্ন সুকীয়া। প্ৰকৃত প্ৰণয়ে জীৱনজোৰা মিলনকে বিচাৰে। এনে মিলনৰ বিচ্ছেদত মনৰ কামনা হৈ ৰয় অপূৰ্ণ বহুসময়ত জীৱন হৈপৰে দঙ্গহ।

ছিৰণৰ সেই নিশাৰ দৃশ্যটো মই আজিও পাহৰিব পৰা নাই। আচলতে তাই মোৰ পৰা বিচাৰে কি—ক্ষন্তেকীয়া যৌনতৃপ্তি নে জীৱন জোৰা মিলন ? মই কিন্তু এই দুয়োটাৰ এটাকো মানি লব নোৱাৰো। অৱশ্যে, নিয়তিৰ অদৃশ্য পৰিহাস অস্বীকাৰ কৰাৰ ক্ষমতা মোৰ নাই। সেই কাৰণেই মোৰ বাবে আজি এইটো এটা থেনিবা জলন্ত সমস্যা। এনেটি সমস্যাৰ সমাধান বিচাৰিয়েই মোৰ আজি মনত পৰিছে বাল্যৰ সেই

বান্ধৱী ৰেণু জনীক কেন্দ্ৰ কৰি ঘটা কেইটামান ঘটনালৈ ।

ৰেণুজনী বয়সত মোতকৈ দুবছৰৰ সৰু আছিল যদিও কেইবছৰ মানৰ পিচত মোতকৈ ডাঙৰ দেখা গৈছিল । তেতিয়া তাই আনৰ ওচৰত বৰ লাজকুৰীয়া হৈ পৰিছিল আৰু কুটুযুটু গালদুখনিৰে বৰ ধুনীয়াজনী হৈ উঠিছিল । কিয় জানো সেই সময়ত তাইক দেখিলেই এনেয়ে মোৰ মনটো ভাল লাগি গৈছিল ? কিন্তু, তাত নাছিল কোনো পাৰ্থিৱ প্ৰণয় গাথা কাহিনী— আছিল মাত্ৰ, মৰম আৰু চেনেহ নামৰ এক অভূতপূৰ্ব্ব অনুভূতি ।

ৰূপত তাই যিমান শুৱনী গুণত তাতোকৈ বেচি ধুনীযাজনী হৈ উঠিছিল । সেয়ে তাইক মোৰ আৰু বেচি ভাল লাগি গৈছিল । কথাই বতৰাই তাই যিমান মৰমীয়াল, কামে কাজেও সিমানেই প্ৰশংসনীয় । পথাৰত ধান দাই গৰু গাই চোৱাচিতাৰ পৰা ভাত ৰন্ধা বোৱাকটা পানী অনালৈ কোনো কামেই বাদ নপৰে তাইৰ । কৰ্ম্মময় জীৱনত এনে এটি মুহূৰ্ত্ত মই দেখা নাই যিটো মুহূৰ্ত্তত তাই ব্যস্ত থকা নাই ।

সন্ধিয়া মন্দিৰত চাকি দিবলৈ তাই কোনো দিনেই নেপাহৰে । মন্দিৰত চাকি জ্বলাই তাই যেতিয়া পৰম মঙ্গলময়ৰ ওচৰত আত্মনিবেদন কৰে, মোৰ মনত এনেহে লাগে যেন তাই কোনো এক সত্যৰ সন্ধানত একান্ত ব্ৰতী । সন্মুখৰ ফুলনীত নিজহাতে ৰোৱা ফুল কেইজুপিত সদায় ৰাতিপুৱা গধুলি যেতিয়া পানী ঢালে মোৰ মনে কয় তাই যেন সুন্দৰৰ পূজাৰিণী । সচাকৈয়ে ঘৰখনত তাই এটি উজ্জল ইন্দু আৰু এই ইন্দুটিৰ আভাইহে যেন ঘৰখন উজলাই ৰাখিছে । কথাকোৱাত তাই ইমান সংযত যে কোনো দিনেই কোনো অসংলগ্ন কথা কোৱা মোৰ কাণত পৰা নাই । এনে এজনী আদৰ্শ চৰিত্ৰসম্পন্না

পাভৰুৰ প্ৰতি নীৰৱ দৰ্শক হোৱাতকৈ তেতিয়া মই আন কোনো কথাই ভাবিব পৰা নাছিলো আৰু জনাও নাছিলো তাইৰ মনৰূপী নাওখনি বিবেকৰূপী বঠাই কোন ঘাটেনো চপায়।

শেষবাৰৰ বাবে ৰেণুৰসতে মোৰ যেতিয়া দেখাদেখি হৈছিল, মোৰ মূৰত হাত বুলাই বুলাই তাই শেষনিশা দেখা এটি সপোনৰ কথা কৈ মোক বাৰে বাৰে সুধিছিল—"কওক ককাই দেউ এনে সপোনো জানো মানুহে কাহানিও দেখে ?" সপোনত তাই শালিকা, ধাতু অঠাই জলাশয় আৰু নাৱত উঠি ঘূৰি ফুৰা দেখিছিল হেনো। সপোনৰ তত্ব মই নুবুজো। কিন্তু বহুতে কোৱা শুনিছো শালিকা সপোনত দেখিলে হেনো সন্নিকট বিপদ, ধাতু দেখিলে দৈহিক অসুস্থতা, অঠাই জলাশয় দেখিলে দুৰ্যোগত পৰা আৰু নাৱত উঠি পাৰ লাগিলে মিলন নতুবা আগন্তুক সৌভাগ্যৰ কথাকে সূচায়। তাৰে অলপদিনৰ পিচতেই মই খবৰ পাইছিলো—এদিন হঠাতে ভীষণ জ্বৰ উঠি তাইৰ দেউতাকে ইহলীলা সম্বৰণ কৰিলে। হয়তো, সেই সপোনেই আছিল - তাইৰ অন্তৰ আত্মাৰ গভীৰতম প্ৰদেশৰ পৰা মনো ৰাজ্যত হাঁহাকাৰ কৰি উঠা নিয়তিৰ পৰিহাসৰ এটা সাংকেতিক প্ৰতিধ্বনি।

শৰৎদা, তেওঁৰ পত্নী বিচিত্ৰা লৰা বসন্ত আৰু ছোৱালী ৰেণুজনীক লৈ মুঠ চাৰিটি প্ৰাণীৰ এটি সৰু পৰিয়ালে বাস কৰিছিল আমাৰ সীমামূৰীয়া গাওখনৰ এটি চুকত। শৰৎদা আছিল গাৱৰ এজন হোজা খেতিয়ক। হলেও তেওঁ লিখা পঢ়া জানিছিল। স্বভাৱ নম্ৰ আৰু মৰমীয়াল আছিল বাবেই প্ৰীতিৰ সুৰতেই বহুতে শৰতক শৰৎদা বুলি মাতিছিল।

বসন্তৰ লগত মই একে স্কুলতে একে লগে পঢ়িছিলো। মাক-দেউতাকে মোক বৰ মৰম কৰিছিল। স্কুল ছুটীৰ আগে

পাছে আৰু বহুৰ দিনবোৰৰ বেচি অংশ বসন্ত আৰু বেণুৰ লগত খেলিয়েই কটাইছিলো। সেই বাবেই নেকি, বহুতে বেণুৰ ঢোকা বুলি জোকাইছিল? কিন্তু, তেতিয়া মই একো বুজা নাছিলো বাবে খং কৰাতকৈ বেচিকৈ হাঁহিছিলোহে। পিচত যেতিয়া মই বুজি পোৱা হৈছিলো, কোনোবাই এনেকৈ জোকালেই লাজতে মৰো মৰো হৈছিলো আৰু কোনোবাই জোকাব পাৰে ভাবি লুকাইহে গৈছিলো। এইটো কাৰণতেই বেণুহঁতৰ ঘৰলৈ যোৱাতো মোৰ ক্ৰমে পাতলি গৈছিল।

বহুসময়ত বসন্ত আৰু মই বেণুক এপাত অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰিছিলো আৰু কিছুমান দুষ্ট বুদ্ধি সাজি লৈছিলো। আমি বলে নোৱাৰা কোনো লগৰীয়াই আমাক কেতিয়াবা জোকালে বা মাৰিলে বেণুক কান্দিবলৈ লগাই দি তাইক মাৰিলে বুলি ডাঙৰকৈ চিঞৰি আন লগৰীয়াক মাতি তাক খেদি ফুৰিছিলো আৰু লগপাই দুই এক মাৰো মাৰিছিলো। আকৌ কেতিয়াবা পঢ়া মুখস্থ নাশিলে বসন্ত আৰু মই বেণুক দুই হাতত ধৰি স্কুললৈ লৈ গৈছিলো আৰু সময় উপস্থিত হলেই তাইক কান্দিবলৈ লগাই দি দুয়ো ছুটী লৈ বেণুক দুইহাতে ধৰি স্কুলৰ পৰা গুচি আহিছিলো। তেনে এটি বুদ্ধি আবি স্কাৰ কৰিবলৈ পাই আৰু সেই দিনাৰ বাবে মাৰ নোখোৱাকৈ ৰক্ষাপৰাৰ গৌৰৱত দুয়ো বুকুফিন্দাই দুয়াকো দুয়ো খুন্দা খুন্দি কৰি বাগৰি বাগৰি পাৰোমানে হাঁহিছিলো। বেণুই কি বুজে? তায়ো আমাৰ লগত দুয়োকো ঠেলা মাৰি মাৰি পাৰেমানে হাঁহিছিল। এদিনৰ কথা, তিনিও নঙলাৰ পানীচলাত কাপোৰে কানি নামি খেলি আছিলো। খুৰীদেউ (বেণুহঁতৰ মাকক মই খুৰীদেউ বুলি মাতিছিলো) কেনেবাকৈ জানি আমাক মাৰিবলৈ এচাৰি এডাল হাতত লৈ খেদি আহিছিল। দেখিলো, মাৰ

নেথাই আৰু আমাৰ অন্য উপায় নাই। এনেতে মোৰ মনত দুষ্ট বুদ্ধি এটা উপস্থিত হ'লহি। বচ, ৰেণুক লাহেকৈ কান্দিবলৈ লগাই দিলো আৰু বসন্তক এথন হাতত ধৰিবলৈ কৈ ৰেণুই দুখ নোপোৱাকৈ মিছাই থপৰিয়াই থপৰিয়াই পাৰলৈ উঠি আহিলো। তাৰ পিচত মই বসন্তক লক্ষ্য কৰি 'ঐ, মইহে আগতে দেখিছিলো'—সি আকৌ 'হয়, মই হে আগতে দেখিছিলো?" তেতিয়া মই তাক 'ঐ তই মিছা কথা নকৰি দেই'—বুলি দুয়োৰে কাজিয়া লাগি গৈছিলো। থুৰীদেউৰে আমাক আৰু কত মাৰিব পায়—মুখমেলি থাকোতেই গ'ল। দুয়ে একেলগে দেখিছ আৰু কাজিয়া নকৰিবি বোপাহঁত"—বুলি তিনিওকে লৈ আহিল। পিচত দুয়ো আঁতৰি গৈ ইমান ডাঙৰ বুদ্ধি এটা তৎক্ষণাতে সাজিব পৰাৰ গৰ্ব্বত পাৰোমানে হাহিলো। কথাবোৰ মনত পৰিলেই আজিও নিজকে লৰা লৰা যেন লাগে—হাহিবলৈ মন যায় আৰু কেতিয়াবা লাজ লাজো লাগে।

বাল্যকালডোখৰত এই ঘৰখনৰ লগত মোৰ ইমানখিনিয়ে সম্পৰ্ক আছিল। সেইবাবেই পিচতগৈ ঘৰখনৰ অভাৱ অভিযোগ নতুবা অন্য বহুকথাই মই বেচ উপলব্ধি কৰিব পাৰিছিলো।

শৰৎদাৰ নিজা মাটিবৃত্তি কম আছিল বাবেই আধি খাব লগীয়া হৈছিল আৰু আধি দিওঁতেই হাড ভাগিছিল। পিতাক মাকৰ একমাত্ৰ লৰা আছিল বুলিয়েই স্বভাৱতে শৰৎদা আলসুৱা হৈ ডাঙৰ দাঘল হৈছিল। সেইবাবেই ইমানখিনি পৰিশ্ৰম, শাৰীৰিক আৰু মানসিক ভাবে বৰ কষ্টদায়ক হৈছিল। হলেও ল'ৰা ছোৱালী হালক যাতে উপযুক্ত শিক্ষাৰে কৃতাৰ্থদা কৰি গঢ়ি তুলিব পাৰে তেনে এটা আশা মনতে পোষণ কৰি সকলো কষ্টকে হেলাৰঙে মূৰ পাতি লৈছিল। এনেকৈয়ে দৈনন্দিন

জীৱনৰ তালিকাখনৰ মাজেদি বাট বুলিয়েই জীৱনৰ বহুখিনি বাট অতিক্ৰম কৰিছিল।

সংসাৰ যাত্ৰাত হৰিণ এহাল। কাৰো অন্যায় নকৰে সিহঁতে। কিমান যে সহজ সৰল জীৱন সিহঁতৰ। তথাপিতো এবেলিও সুখেৰে থাকিবলৈ নেপায়। প্ৰাণৰ তাড়ণাই বা ইমান বেচি কিয় সিহঁতৰ—বুকুৰ ওপৰত তেজ কলিজা আৰু মাংস?

অলপ কেইডৰা মাটিৰ অধিকাৰী এজনা হোজা খেতিয়ক বহু মাটিৰ অধিকাৰী এজনা চহকী মালিক বা জমিদাৰ আৰু এখন ৰাজ্যৰ এজনা ৰজা বা চৰকাৰ এই তিনিওৰে চাৰিটা সীমাৰ একেই সমস্যা। এই সীমাৰ বাবেই সৃষ্টি হয় কাজিয়া পেচাল মালি মোকৰ্দ্দমা, মৰা মৰি কটা কটি গুলীয়া গুলী যুদ্ধ বিগ্ৰহ আৰু কুটনীতিৰ চুড়ান্ত চাল। গৰীবে নিজৰ সীমা ৰক্ষা কৰিবলৈ গৈ যদি কাৰোবাক মাৰে—সি হয় নৰহত্যাকাৰী, মহাপাপী আৰু নৰহত্যাৰ দায়ত আজীৱন কাৰাবাসী। চহকী মাটিৰ মালিকে সীমা ৰক্ষাৰ বাবে বহুতক মাৰিলেও একোৱে নহয়। কিয়নো আজিৰ দিনত টকাই জয়ৰাম টকাই কৰে সকলো কাম। আকৌ দেশৰ সীমা ৰক্ষাৰ বাবে ৰজাই বা চৰকাৰে অলেখ মানুহ মাৰিলেও– তৰিলে দেশ মৰিলে স্বৰ্গ’। সীমা ৰক্ষাৰ নামত একটা সূত্ৰৰে এনে বিবিধ দৃষ্টিভঙ্গি অতি লজ্জাজনক। বিশ্বৰ শাসক গোষ্ঠীৰ ই যেনিবা এখন নিৰ্লজ্জ আৱকাপোৰ। এই আৱকাপোৰ খন আঁতৰাব নোৱাৰিলে বিশ্বত শান্তি প্ৰতিষ্ঠা কেতিয়াও হব নোৱাৰে। এই আৱকাপোৰখন আঁতৰিলেহে বিশ্বৰ আমি আটাইবোৰ জন সাধাৰণ সীমাহীন বিশ্ব ৰাষ্ট্ৰৰ একেখন পতাকাৰ তলতে মিলি সমূহীয়া পৰিশ্ৰম আৰু সৎপ্ৰচেষ্টাৰে এই মৰ্ত্যতে স্বৰ্গৰাজ্য প্ৰতিষ্ঠা কৰি শান্তিৰে বাচি থাকিব পাৰিম। অন্যথাই শান্তি,

প্ৰতিষ্ঠাৰ নামত বিশ্ব ক্ষমতা লাভী শাসক গোষ্ঠীৰ ভূৱাবাজীৰ যাদুঘৰ হৈয়েই ৰ'ব।

সীমা সমস্যাৰেই কড়াল গ্ৰাসত সোমাই পৰি মেথকৰ্দ্দমা লাগি বহুতৰ দৰে শৰৎদাও সৰ্ব্বস্বান্ত হ'ল। অভাৱত দুই একঠাকৈ মাটি বিক্ৰী হৈ বস্তী মাটি এবিঘাত বাহিৰে সকলো শেষ হ'ল। গৰু গায়ো বিক্ৰী হ'ল। বাচন বৰ্ত্তন যি আছিল ক্ষতিপূৰণৰ দেখনাত ডাকহৈ পাত কাটি ভাত খাব লগীয়া হ'ল। শৰৎদাই এতিয়া ভাবি নাপায় সুখদুখ মানুহৰ জন্ম স্বত্ব নে মানৱ প্ৰদত্ত। অন্যায় অবিচাৰৰ প্ৰতি মনটো বিদ্ৰোহী হৈ উঠিল। তেওঁৰ মনত আজিৰ কোনো বিচাৰেই সুবিচাৰ নহয়। মানুহ এঘৰ নি শেষ হৈ যোৱাৰ পিচত সুবিচাৰ পালেই বা লাভ কি? আদালতৰ এজনা বিচাৰকৰ এটা ৰায়ৰ মূল্য বহুসহস্ৰ টকা মানেই গৰীৱৰ অপমৃত্যু। সেইবাবেই তেওঁ ক'ব খোজে আদালত মানেই চৰকাৰৰ টিকট বিক্ৰী কেন্দ্ৰ, উকিল মডনীৰ দালালি খাত আৰু গৰীৱৰ মৃত্যুমুখ।

এতিয়া কি কৰিব শৰৎদাই? মূৰত যেন সৰগখনহে ভাঙি পৰিল। চাৰিওফালে অন্ধকাৰ দেখিবলৈ ধৰিলে। জীয়োচা সন্তানৰ কোনো ব্যৱস্থা হয়েই—তেনে এটি ক্ষীণ আশা বুকুত বান্ধি তেওঁ এতিয়া অনাই বনাই ঘূৰি ফুৰে।

সূৰ্য্য অস্ত যায় যায়। গোটেই দিনটো ঘূৰি ফুৰি বৰ ভোক আৰু পিয়াহ লগাত তেওঁৰ চিৰপৰিচিত জুৰিটিৰ পাৰতে বহি পৰিল। বহাৰ লগে লগে নানা স্মৃতিয়ে আহি তেওঁক আৱৰি ধৰিলেহি। মনত পৰিল তেওঁৰ লৰালিৰ উৎসাহভৰা সাঁতোৰ খেলা পাৰত বহি ৰচা ভৱিষ্যতৰ সুৰদি কল্পনা। —আৰু মনত পৰিল এই জুৰিটিয়ে তেওঁৰ প্ৰিয়াৰ মিলনত ইন্ধন যোগোৱা কথা। উল্লাস আৰু অৱসাদত তেওঁৰ হিয়া

উৎকণ্ঠাৰে ভৰি উঠিল। নিজকে পাহৰি কল্পনাত উটি সাগৰৰ পাৰে পাৰে বালিৰ মাজে মাজে, ইশাৰী চৌৰ পিচত সিশাৰী অতিক্ৰম কৰি কুমেৰু আৰু সুমেৰুৰ বৰফশিলাৰ ওপৰত শ্লেজ গাড়ীৰে যেন ঘূৰিছে ফুৰিছে। তেওঁৰ মনৰ সোঁতটি যেন সেই জুৰিটিৰ সোঁতৰ লগত এক হৈ গৈছে। সপোন দেখি থাকি হঠাৎ চমকি উঠি মানসিক ভাৰসাম্য ঘূৰাই কৰা কল্পনা আৰু বাস্তৱৰ সংঘাতক্ষণত ভগা নভগা টোপনিৰ জাল-ভেদিছে যেন তেওঁ কৈ পালে—

হেৰা প্ৰিয়া মোৰ,
জানা জানা তুমি
বাজে কিয় আজি
কল্প কাননৰ
মধুময় বনত
খেলিব নেপাম
ৰচা তাহানিৰ
সপোন শাৰদি নিশা?

—এই বুলি অলপ থমকি বৈ এভামুখি এটা মাৰি এটি দীঘল উশাহ টানি আকৌ ক'বলৈ ধৰিলে—

জুৰিটি স্পন্দন কিহৰ?
যা, ভালে ভালে যা,
নেকান্দিবি হোঁ হোঁ কৰি
নেগাবি কুলু কুলু কৰি
যা, যা নিমাত নিশব্দ।

বিহগীৰ কলতান,—
পখিলীৰ জোৰ নাম
জুলিটিয়ে গোৱা শুনো কিয়

কু কু-কু তোৰেই বুকুত
ব্যথা ভৰা বিৰহৰ গান ?
সন্ধিয়া সূৰুযʼৰ
বিদায়ৰ ব্যথা প্ৰাণে,
কান্দে কিয় দূৰ নীলিমত
ৰিণি ৰিণি আহে যায়
মাৰ যায় দূৰ সুদূৰত ?
উঠো ৰুবো টৌ খেলি
কʼলা কʼলা চুলি টাৰি
অহা দেখো ৰিঙা পাৰি
ভই তেনে পথিক মদন ঘাটৰ
প্ৰিয়াৰ বতৰা কৰি ?
সেইদিনা তোৰেই বুকুত
বিৰহত ব্যথিতা প্ৰিয়াৰ
চল চলীয়া চকু যুগলীত
ৰঙা পখা ওঠ ছুটিত
কত চুমা আঁকিছিলো আছেনে মনত ?
আজি জানো গোৱা নাই
তোক জানো কোৱা নাই,
আজি জানো কন্দা নাই,
তোকে মোকে বাট চাই,
আজীৱন দুখুনী মোৰ মৰমী প্ৰিয়াই ?
নʼহলেনো কিয় হেৰা
বৈ বৈ বজা শুনো
তোমেই লেʼতত থমকি ৰোৱা
বিননোৱা এটি হাঁহি
মেদিনী বুকুত বোৱা ? —বুলি হঠাতে স্তব্ধ হৈ ৰʼল।

মূৰ্চ্ছাৰ ভিতৰতে জ্বৰ ঘামে ঘামি পেলালে তেওঁক। চেতনা হয়তো ঘূৰিয়েই অহা নাছিল। ততকে নেপালে কিয় তেও জুৰিটিৰ বুকুত জাপ দিলে। পানীত পৰাৰ লগে লগে চেতনা আকৌ ফিৰিল। কিন্তু কি ভুল কৰিলে শৰৎদাই পমকে নেপালে। পানীৰ পৰা উঠি তিতি বুৰি তেও ঘৰলৈ ফিৰিল। বোধহয়, এয়া আছিল কাল সন্ধ্যাৰ ছলনা। ঘৰ পাই তেওঁৰ ভীষণ জ্বৰ উঠল। জ্বৰ আৰু নকমিল। সেই কাল সন্ধ্যাৰ ছলনাই হয়তো নমাই আনিলে তেওঁৰ জীৱন সন্ধ্যা। তেওঁ মৰিল। সৰ্ব্বহাৰা তিনিটি প্ৰাণী অনাথ হৈ ৰ'ল।

৩

হিৰণৰ পৰা চিঠিৰ উত্তৰ পোৱাৰ আশাৰে মই লিখা নাছিলো নতুবা উত্তৰৰ প্ৰতিক্ষাত বৈ থকাও নাছিলো। কিন্তু দুদিনৰ পিচতে হিৰণৰ পৰা চিঠি এখনি পোৱাত মনটোত বৰ উগুল থুগুল লাগিছিল আৰু ঘটনাটোৰ কথা মনত পৰি মনটো অলপ উত্তেজিত হৈ উঠিছিল। লিখিছিল— "ভনীটি-দেউ, আপোনাৰ ওচৰত এই অমাৰ্জ্জনীয় অপৰাধত অপৰাধিনী। মই বুজি পাইছো এনে কুৎসা অপমান সহ্য কৰি মোৰ ওচৰলৈ আপুনি আৰু কাহানিও নাহে। জানে, সপোনৰ ধন বাস্তৱত পোৱাৰ আনন্দ কিমান? আগনিশা মই আপোনাক সপোনত দেখিছিলো আৰু পিচনিশা সশৰীৰে আপোনাক বাস্তৱত পাইছিলো। সপোনত দেখিলেই যে পাব পাৰি সেই কথা মই কেতিয়াও ভবা নাছিলো। কিন্তু হঠাৎ আপোনাৰ উপস্থিতিও মই আশা কৰা নাছিলো। কিন্তু হঠাৎ আপোনাৰ

উপস্থিতিত মোৰ মনত ছি কি যে ভাবৰোৰ আহিছিল ? সচাকৈ মই যে কি জনী হৈ গৈছিলো আৰু মনত কি যে এক আনন্দ—আলোড়নৰ সৃষ্টি হৈছিল !—সেই মোৰ আনন্দৰ ভাগ কেনেকৈ যেবা আপোনাক যাচিম তাকে ভাবি মই বৰ চঞ্চল হৈ উঠিছিলো। মই কি কৰিলে জানো আপুনি ভাল পাব বা মোৰ সমানে আনন্দিত হ'ব তেনে এটি অসংযত উদ্বিগ্নত ৰে আপোনাৰ কোলাত বহি পৰিছিলো আৰু বহাৰ লগে লগে মই যেন কোনো এক নতুনৰ দিগন্তত প্ৰবেশ কৰিছিলো। সংযমৰ বান্ধ মোৰ ছিগি গৈছিল আৰু উত্তপ্ত যৌৱনৰ দৈহিক মিলন মধু মুহূৰ্ত্তৰ অদম্য কামনাত আপোনাক সাবটিলৈ আপোনাৰ বাহুবান্ধোনৰ মাজত নিজকে বিলাই দি কিছুক্ষণৰ বাবে হলেও আপোনাৰ মনত আনন্দ ঢালিবলৈ আৰু মোৰ অশান্ত মনটোক শান্ত কৰিবলৈ বৃথাচেষ্টা কৰিছিলো নেকি ?

আৰু জানে—আপোন জনৰ হাতত নিজক ধৰা দিয়াত যে কোনো লাজ নাই ' মোৰ মনত আপোনাতকৈ আপোন-জন আৰু কোনো নাই। সেইবাবেও আপোনাৰ হাতত নিজকে তেনেভাৱে এৰি দিবলৈ বাধ্য হৈছিলো নেকি ?

আপুনি যিয়েই ভাবক কিয় লজ্জিত হোৱাতকৈ মোৰ অকণো বেযা লগা নাই। কিয়নো আজি অতদিনে যি ভুল ধাৰণা মনতে পোষণ কৰি আহিছিলো তাৰ সংশোধন মোৰ হ'ল। মই কাহানিও ভাবিব পৰা নাছিলো যে কোনো পুৰুষ ইমান সংযত হ'ব পাৰে, যৌৱনক ইমান শ্ৰদ্ধা দিব জানে আৰু গাভৰু জীৱনক ইমান সন্মান কৰিব পাৰে। সচাকৈয়ে আপুনি কিমান যে মহান ! জানিব, গাভৰু জীৱনত এয় মোৰ প্ৰথম আৰু শেষ ভুল আৰু এনেটি ভুলৰ সংশোধন

কৰিবলৈ মই আজি বদ্ধপৰিকৰ। মই প্ৰতিজ্ঞা কৰিছো— আজীৱন অবিবাহিতা থাকি আপোনাৰেই চৰণ যুগলত ভক্তি অৰ্ঘ্য যাচিম আৰু এনে এক মহান ব্ৰতত ব্ৰতী হ'ম— যি ব্ৰতৰ উৎস হ'ব আপোনাৰেই মহান আদৰ্শ।

আহিলো ভিনীহিদেউ, লগতে দিয়া চিঠিখন বাইদেউক দিব।"

লিখিছিল এই বুলি– "বাইদেউ, মই যি ঘৃণনীয় কাম কৰিলো ভিনীহিদেৱে নিশ্চয় আপোনাক নোকোৱাকৈ থকা নাই আৰু আপুনিও হয়তো মোক নিঘিনাই পৰা নাই। যিয়েই হওক কিয় বাইদেউ নিজক চিনি পোৱাৰ যি এটি বাট বিচাৰি পালো তাৰ বাবে মই নিজকে ভাগ্যৱতী বোধ কৰিছো। স চাকৈ আপুনি কিমান যে ভাগ্যৱতী বাইদেউ। আপুনি আজি যি এটুকুৰা মাণিকৰ অধিকাৰিণী সেই মাণিক সাগৰ শুকালেও নুলুকাব। দেখিব সেই মাণিকেই এদিন আনিব বোৱাই এটি নতুনৰ ধাৰা উজ্জ্বলাই বসুধাৰ মুখ। বাইদেউ কাহানিও মোক ভুল নুবুজিব দেই ?

—যদি পাৰো কিঞ্চিত মানো
এই অভাগিনী
সাধনাৰ নৈবেদ্য নিবেদি
যাচিম অকাতৰে
প্ৰেৰণাৰ অৰ্ঘ্য জীৱন অবধি
হয় যেন প্ৰিয় মোৰ
সুযোগ্য সন্তান বিশ্ব জননীৰ।"

দুয়োখন চিঠি আমি দুয়ো বাৰে বাৰে পঢ়ি চালো। কিন্তু দুয়োখন চিঠিৰেই শেষৰ কথাখিনি কি সংকল্পৰে লিখিলে নুবুজিলো। গোটেইখিনি কথাই আমাৰ মনত এটা তাণ্ডৱ সাধৰ যেন হ'ল।

কি যে সমস্যা। কিমান অনুভূতিশীল এই ছোৱালীজনী

যে। এটি সাধাৰণ ঘটনাক কেন্দ্ৰ কৰি তাই কিমানখিনি যে নেপালে গৈ ?—সেইবাবেই তাই আজীৱন অবিবাহিতা হৈ ৰ'ব, মহান ব্ৰতত ব্ৰতী হ'ব যাচিব মোক প্ৰেৰণাৰ অৰ্ঘ্য আৰু হ'ম মই সুযোগ্য সন্তান বিশ্ব জননীৰ ?

নিশাৰ আহাৰৰ পিচত মজিয়াৰ বিছনাখনতে আউজিলৈ হিৰণৰ সেই নিশাৰ ঘটনাটিৰ সতে এই চিঠিৰ লগতনো কি সাদৃশ্য আছে তাকে চিন্তা কৰিছো আৰু ভাবিছো—কি ভাবে লিখি কেনেকৈ তাইক বুজাম নতুবা তাইৰ অশান্ত মনটোক শান্ত কৰিব পাৰিম। ইতিমধ্যে, মোৰ পত্নীও বাহিৰৰ কাম শেষ কৰি ভিতৰ সোমাইছেহি। তেও মোৰ গাতে আউজি লৈ মোৰ মুখত তামোল এখন গুজি দি একে উশাহে কেইটি মান চুমা মোৰ গালে মুখে আঁকি দি লাহে লাহে কৈ গৈছে— 'জানা সোণ সেই দিনা তুমি যে হিৰণৰ কথাটো কৈছিলা, সঁচাবুলি মই ভবা নাছিলো আৰু চিঠিখন নোপোৱাহেঁতেন ঘটনাটো সঁচা বুলি মই কাহানিও নেভাবিলোহেঁতেন। সঁচা কৈয়ে তুমি কিমান ভাল, কিমান উদাৰ, কিমান মহান। এনেবোৰ কথা কোনো গিৰীযেকে কোনো স্ত্ৰীক এনেকৈ ক'ব পাৰে বুলি মই বিশ্বাস কৰিব নোৱাৰো। কিন্তু তুমি ? তুমি যে মোৰ এটুকুৰা বুকুৰ মাণিক—তুমি পাৰা। মই ভাবিব নোৱাৰো কোনো পুৰুষে তেনে কোনো কামিনী গাভৰুৰ উঠন বুকুত বুকু মিলাই বাহুবান্ধোনত সোমাই পৰিও নিজৰ সততা আৰু মহত্ব ৰক্ষা কৰিব পাৰে ? এনে এটি সংঘাতৰ মাজত সোমায়ো তোমাৰ মহত্বৰ গুণত নিজৰ সততা ৰক্ষা কৰি সহজ ভাবে তাৰ পৰা আঁতৰি আহিব পাৰিছা যে হিৰণৰ চিঠিখন তাৰেই সাক্ষ্য নহয় জানো ? মাতৃ জাতিৰ প্ৰতি তোমাৰ এনে

অচলাভক্তি, শ্ৰদ্ধা আৰু সন্মান দেখি তোমাৰ প্ৰতি ভক্তিত মোৰ মনটো কি হৈ গৈছে জানো ? স্বামীৰ এনে মহত্বৰ আদৰ্শতকৈ এজনী বিবাহিতা স্ত্ৰীক আৰু কি লাগে ? মোক হ'লে একো নেলাগে সোণ—মোক আৰু একো নেলাগে। তোমাৰ মহত্বৰ আদৰ্শত অনুপ্ৰাণীতা মোক লাগে মাত্ৰ তোমাৰ চৰণ যুগল।"—এই বুলি তাই দুখাখন হাতেৰে মোৰ ভৰি দুখনিত সাবটি ধৰি মূৰটো তাতেই ৰাখি লাহেকৈ শুই পৰিল। মাঁয়ো দুয়ো বাউসীত ধৰি লাহেকৈ উঠাই আনি কাষৰতে শুৱাই লৈ লহপহিয়া তেওঁৰ চুলিটাৰীত হাত বলাই বুলাই মনতে ভাবিছো—কিমান ভাল কিমান মৰমীয়াল আৰু কিমান মহিয়সী যে মোৰ এই সোণজনী !

পিছদিনাৰ কথা। তেতিয়াও মই ভাবি পোৱা নাই হিৰণলৈ কি বুলি লিখিম। তদুপৰি যিমানদূৰ পাৰো তাইৰ চিঠিৰ লগত সুৰ মিলাই মই লিখি গৈছো—কিজানি তাইৰ মনৰ কিবা পৰিবৰ্ত্তন ঘটেই না ? লিখিছিলো মাজনী মোৰ এটি ক্ষুদ্ৰ ঘটনাক কেন্দ্ৰ কৰি তই যে কিবোৰ কবলৈ গৈছ মই হ'লে বুজিব পৰা নাই। সংযত হলেই জানো যৌৱনক শ্ৰদ্ধা কৰা বুজায় ? অসংযত হে যৌৱনৰ প্ৰকৃত ৰূপসত্য। কিয়নো যৌৱন সদায়েই উত্তাল আবেগৰ তৰঙ্গ। মনৰ সততা ৰক্ষা কৰিব পৰাটোহে আচল কথা।

তোৰদৰে মাজনী মোৰে। অলপ ব্যতিক্ৰম ঘটিবলৈ পাইছিল। কিন্তু তই জান সেই ব্যতিক্ৰমা মোৰ পৰিচয় নহয়। ঠিক মোৰ মনত আছে—সেই নিশা আছিল অন্ধকাৰাচ্ছন্ন আউসীৰ নিশা আৰু তাৰেই বুকুৰ এটি বন্ধ কোঠাত এটি চাকিৰ মৃদু পোহৰৰ মাজত ডুব গৈ নিৰবে আছিলো দুটি আবেগভৰা প্ৰাণী—তই আৰু মই।—হয়তো আমি সোমাই পৰিছিলো

দুয়োকো দুয়ো বুজাৰ এটি নগ্ন পৰিবেশৰ মাজত আৰু তাৰেই ফলত ঘটিছিল যাৰ বাবে দুয়োৰো জীয়াল ওপত ওঠৰ মৃদু-মধুৰ সংঘৰ্ষ। তোৰ উঠন বুকুৰ গাভৰু হিয়াৰ স্পৰ্শত মোৰো প্ৰতি শিৰাই শিৰাই উঠলি উঠিছিল ডেকা তেজৰ তেজাল উত্তাৰ এটি আবেগভৰা শিহৰণ। তেনে এটি ক্ষণত মই একোকেই ঠাঁবৰ কৰিব পৰা নাছিলো। ভাবিছিলো যদিও— হয়তো ঠিকেই ভাবিছিলো। কিন্তু, তোৰ সুঠাম দেহৰ নগ্ন তাৰ স্বপ্নছাৰা মাধুৰ্য্য পাণ কৰি যি মই ভাবিছিলো পাহৰি গ'লো নেকি? হঠাৎ আমাৰ সংজ্ঞা ফিৰিল- আমি আঁতৰি পৰিলো। মোৰ হিয়াখন একেবাৰে ভাগি পৰিছিল। উশাহৰ ধমনী মোৰ কাণত বাকৈয়ে বাজিছিল। ভৰি দুখনি কঁপি কঁপি যেন একেবাৰে নিস্তেজ হৈ পৰিছিল আৰু কঁপি থকা সেই ভৰি দুখনিৰেই ঠৰক্ ৰবক্ খোজ কেইটিৰে সেই আউসীৰ গভীৰ আন্ধাৰৰ মাজত যেন হেৰাই পৰিছিলো— বিৰাট বিৰহ-মধু উৎকণ্ঠাৰে ভৰা এমোকোৰা উত্তাল বেদনা বুকুত বান্ধি লৈ।

মাজনী, তাৰ বাবে দায়ী মই নহওঁ, নতুবা তোৰ যৌৱন উত্তাল গাভৰু দেহৰ নগ্নতাকো দায়ী কৰিবলৈ নেযাওঁ। ধৰি ল ভগৱানৰ সৃষ্টিত মনৰ সাময়িক দুৰ্ব্বলতাও এটি ৰহস্য। লাগিলে সেই দুৰ্ব্বলতা ভই ভৰাত তোৰ আৰু মই ভৰাত মোৰেই হওঁক। কিন্তু আনে ভৰাত কাৰো নহওঁক। দেশ কাল পাত্ৰ ভেদে সমাজৰ তথা দেশৰ শৃঙ্খলতা ৰক্ষা কৰাটো আমাৰ অকল নৈতিক কৰ্ত্তব্যই নহয় মহান মানৱীয় আৰ্থও। সেইবাবেই তোক মই ক'ব গৈছো আগৰ সকলো কথাই পাহৰি যা। এতিয়াৰ পৰা তই মাত্ৰ প্ৰতিজ্ঞাবদ্ধ হ যাতে ভবিষ্যতে এগৰাকী সুযোগ্যা নাৰী হৈ নিজৰ লগতে দহৰ কল্যাণ সাধিব পাৰ।

# ৪

বাঁৰিষাৰ ঢলৰ দৰে বেণুৰ অদৃষ্টত দুৰ্যোগৰ ঢলবোৰ নামিছিল। পিতাকৰ মৃত্যুৰ অনতি দিনতে বেণুক অকলশৰীয়া কৰি মাকও ইহসংসাৰৰ পৰা আঁতৰি গল। পিতাক মৰিল, মাক মৰিল আৰু ককায়েক বসন্তৰো কোনো খা খবৰেই পোৱা নহল। গতিকে, তাই ভালকৈয়ে অকলশৰীয়া হ'ল।

পিতাক থকা দিনতে গাঁৱৰে গোবিন্দ মহাজনৰ ল'ৰা বিৰাজলৈ বেণুক বিয়া দিয়াৰ কথা চলিছিল আৰু সেই সূত্ৰতে বেণুই বিৰাজক মনে মনে অন্তৰভৰি ভাল পাইছিল। আজি কিন্তু বিৰাজৰ পিতাকৰ মন বেলেগতহে। কিয়নো কেচুত শগুণ কেতিয়াও নপৰে—কি আছে তাইৰ, কি পাব সি?

বিৰাজেও বেণুক ভাল পায়। কিন্তু বেণুৰে তাৰ সৌভাগ্যৰ নিয়ন্তা সি নিজেই নহয়। সেয়ে তাৰ ভয়ো হয়। হলেও বেণুৰ ওচৰ নাচাপিব নতুবা বেণুক ভাল নাপাব—এনে ভাব তাৰ মনলৈ কাহানিও অহা নাই। সি স্থিৰ কৰি লয়—বেণুক সি বিয়া কৰাবই।

মই আঁতৰি অহাৰে পৰা বিৰাজে বেণুহঁতৰ ওচৰ চাপিছিল আৰু বেণুৰ লগত ৰব মিল হৈ পৰিছিল। দুয়ো প্ৰায়েই একেলগে স্কুললৈ গৈছিল আৰু একেলগে ফিৰি আহিছিল। এজনক এৰি আনজনে আনকি তামোল এখনো নেখাইছিল। প্ৰীতিৰ বান্ধ বোধকৰো এনেকুৱাই। কিন্তু তাত নাছিল কোনো স্বাৰ্থ। নি স্বাৰ্থ প্ৰীতিৰ বান্ধে তেতিয়াই হয়তো দুয়োকো আগ বঢ়াই নিছিল বহুদূৰলৈ।

যেতিয়া বেণু যুৱতী হৈ আহিছিল, তেতিয়া বিৰাজৰ প্ৰতি তাইৰ আকৰ্ষণো বাঢ়ি আহিছিল। অন্তিৰত চাকি দি তাই বোধহয় সদায় বিৰাজকে কামনা কৰিছিল আৰু হয়তো আজিও কৰি আছে আগলৈও কৰি থাকিব যেতিয়ালৈ তাই সাধনাৰ ধন বিৰাজক নাপাব।

বেণুৰ এনে অকলশৰীয়া দুৰ্ভগীয়া অৱস্থাৰ প্ৰতি বিৰাজ সদায় সজাগ আৰু সহানুভূতিশীল। পিতাক মাকৰ হকা-বধা স্বত্বেও লুকাই চুৰকৈ হলেও সি বেণুৰ খবৰ লয় আৰু সহায় কৰে। খবৰ লোৱা আৰু সহায় কৰা ন্যায়টাই মানৱতাৰ কালৰ পৰা এটা নিঃস্বাৰ্থ কৰ্ত্তব্য যে সেইটো বিৰাজে বুজি পায়। কিন্তু বুজি নেপায় যৌৱন কালৰ উত্তেজনাৰ তীক্ষ্ণশৰৰ আঘাটে বেণুৰ কাষৰত কিয় তাক থকাসৰকা কৰে! লৰপাতে বেণুৰো গা চুই যায়।

বেণুৰ সাধনাৰ ধন বিৰাজ। যিয়েই নহওঁক কিয়, হাততে পোৱা বিৰাজক তাই সাদৰি লয়।

যৌৱনমত্তা বেণু আজি প্ৰেমোন্মত্তা পাগলিনী। তাই বিৰাজক নেদেখিলে একমুহূৰ্ত্ত সময়ো যেন থাকিব নোৱাৰে। শয়নে সপোনে কেৱল বিৰাজ, বিৰাজহে। বিৰাজক লৈয়ে হিয়াভগা দৈন্যৰ মাজতো তাই আজি স্বৰ্গসুখ অনুভৱ কৰে। এই মৰিচিকাৰূপী সংসাৰত তাই আজি একো গমকে ধৰিব নোৱাৰে। তাইৰ মনত সকলো যেন তাইৰ দৰেই সহজ—তাইৰ দৰেই সৰল। দিনবোৰ আগবাঢ়ি যায়।

বেণু গৰ্ভৱতী হোৱা তিনিমাহ হ'ল। ইকাণ সিকাণ কৈ প্ৰচাৰ হৈ গাৱঁত হুলস্থুল লাগি পৰিল। তিৰোতা কেই জনীমান লগ হ'লেই কোৱাকুই কৰিবলৈ লাগিল। এজনীয়ে

যদি কয় "আই বেণু এনেবুলি জনাই নাছিলো", আনজনীয়ে কয়—'নহয় বাই, পঢ়াছোৱালী বিলাক এনেকুৱাই ?" কোনোবা জনীয়ে যদি কয়-- অভাৱতহে স্বভাব নষ্ট হয়, আনএজনীয়ে তাকেই সমৰ্থন কৰি কয়— হয় বাই, চাচোন, এনেহেন গিৰী-ঘৰৰ আজি কেনে অৱস্থা হ'ল ?" ইত্যাদি ইত্যাদি—।

কিন্তু যিয়েই যি নকওক—বেণু হ'লে চুকণী। তাই চোৰ কৰি বংশৰ নামত গাৱঁৰ নামত আৰু ধৰ্ম্মৰ নামত কলঙ্ক আনিছে। সমাজে তেনে কলঙ্ক কেতিয়াও সহ্য নকৰে। এনে কুকৰ্ম্মৰ বাবে তাইক শাস্তি দিবই লাগিব।

এটা নিৰ্দ্দিষ্ট দিনত গাৱঁৰ মানুহ গোটখাই বেণুৰ ওপৰত বিচাৰ বহিল। বিচাৰ প্ৰমুখো বেণুই ক'ব লাগে—তাইৰ চোৰ কোন। বেণু ঘৰৰ পৰা ওলাই আহি সমাজ আৰু ধৰ্ম্মক সাক্ষী কৰি নি সঙ্কোচ তাইৰ চোৰ বিৰাজৰ কথা ক'লতে বিচাৰত উপস্থিত থকা বিৰাজৰ পিতাক গৰ্জ্জি উঠিল। বিৰাজৰ অনুপস্থিতিত বিচাৰ সেইদিনালৈ স্থগীত ৰখা হ'ল।

ফিৰাদিনা বেণুৰ চোতালত আকৌ বিচাৰ বহিল। বিৰাজক বিচাৰস্থলীলৈ মতাই অনা হ'ল। কিন্তু আনিলে কি হ'ব ? পিতাকৰ ভয়ত বিৰাজে সকলো অস্বীকাৰ কৰিলে। ধনীঘৰৰ লৰা বিৰাজক নিৰ্দ্দোষী বুলি ধৰি লোৱা হ'ল। অন্য কাৰো কথা ক'বলৈ অস্বীকাৰ কৰাত বেণুক পতিত কৰা হ'ল আৰু গাৱঁৰ কাৰো কাজে সকামে যোৱা বন্ধ কৰি বিচাৰ সামৰা হ'ল।

বান্ধ নিদিয়াকৈ পানী সিচিলেও বিৰাজ কিন্তু বেণুৰ সাধনাৰ ধন। যি ভুলেই নকৰক নতুবা তাইৰ ওচৰলৈ লাগে নাহকেই, তথাপি তাই বিৰাজক ভাল পাবই আৰু জীৱন-অৱধি পূজা কৰিবই। তত্তাকৈয়াকৈ গাটো ধুই মন্দিৰত চাকিটো

খলাই এটা লোৱা লৈ আছি মনতো আথিছে তাইৰ যেন কোনো সুখ নাই।

ঘড়ীৰ কাটাৰ বুকুত দিনবোৰ হেৰাই গৈছে মানে ইফালে বিৰাজৰ চকুত টোপনি আৰু পেটত ভাত নোযোৱা অৱস্থাৰ সৃষ্টি হৈছে। সি কি কৰিব, কি নকৰিব একো ভাবি পোৱা নাই। নির্দোষী, অসহায়া আৰু ঘাটমাউৰা বেণুজনীৰ এনে কেলেঙ্কাৰী অৱস্থাৰ বাবে দোষী সি নিজেই। সেই দিনা মিছামাতি সি যেন ভাষণ পাপ কাম কৰিলে। সঁচাকথাত পিতাকক সি ভয় কৰিব কিয়? সঁচা কোৱাহেঁতেন কিজানি পিতাক সদয় হ লহেঁতেনেই বা?

অনুতপ্ত বিৰাজে ঠিক কৰিলে বেণুৰ ওচৰলৈ গৈ পিতাকৰ ভয়তহে যে সেইদিনা সি মিছা মাতিছিল সেই কথা কব আৰু তাৰবাবে ক্ষমা খুজিব। লগতে সি যে আৰু কাকো ভয় নকৰে সেই কথাৰ প্ৰতিশ্ৰুতি বেণুক দিব। হঠাতে সি উত্তেজিত হৈ উঠিল আৰু নিজকে নিজে ধিক্কাৰ দি কৈ যাবলৈ ধৰিলে—'কাপুৰুষ, পিতাৰ ভয়ত সমাজৰ আগত সেই দুত ভাগিনীজনীক আশ্বাস দিবলৈ তোৰ যদি সাহসেই নাছিল তেনেহ'লে তই সর্ব্বনাশ কৰিলি কিয় তা ই ৰ?"—এই বুলি কৈয়েই সি ঘৰৰ পৰা ওলাই বেণুৰ ঘৰলৈ বুলি চোঁচা ললে।

তেতিয়া বেণুৱে বহুদিন তেল নিদিয়া মূৰটোৰ খজুৱতিত ভং লেপাই বাঁহৰ জেঁটভঙাৰে মূৰটো আঁচুৰি কাঠিত বহি আছিল। বিচাৰৰ দিন ধৰি বিৰাজ বেণুৰ ঘৰলৈ আৰু কোনো দিন অহা নাছিল। হঠাতে "বেণু বেণু" বুলি বিৰাজক ওচৰ চাপি অহা দেখি অভিমানতেই তাই মাতবোল নকৰি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। বিৰাজেও বেণুৰ পাচ ল'লে। লাজ

আৰু দ্বিধাৰ সাময়িক সংঘাতত বিৰাজক বাধা দিবলৈ বুলি দুৱাৰখন বন্ধ কৰি দিয়াৰ কথা ভাবিও বেণু ব্যৰ্থ হ'ল। বিৰাজে যেতিয়া মাজ মজিয়া পালেগৈ বেণুৱে তেতিয়া শোৱনী কোঠাত সোমাইলৈ "মোৰ অনুৰোধ তই আৰু আগবাঢ়ি নাহিবি বিৰাজ তই ঘৰৰ লৰা ঘৰলৈ গুচি যাগৈ আৰু কেতিয়াও নাহিবি যা। তোক মই বেয়া পাই বা ঘৃণা কৰিহে আহিবলৈ মানা কৰিছো বুলি তই ভুল সুবুজিবি আকৌ। সমাজৰ চকুত পতিতা হলেও মোৰ সাধনাৰ ধন তই বিৰাজৰ ঔৰষজাত সন্তান আজি মোৰ গৰ্ভত যেতিয়া সেই সন্তানক সাৱটিয়েই জীৱন অবধি মোৰ মন মন্দিৰত তোক জীয়ন্ত ৰাখিম আৰু বোধহয় শান্তিত জীৱনটো কটাব পাৰিম। গতিকে তোৰ ওপৰত ক্ষোভ ৰাখি কণমানো অনুতপ্ত মই হোৱা নাই আৰু কাহানিও নহ'মো। যা, তই যাগৈ যা"—বুলি তাই তলমুৰ কৰি থাকিল।

'মই যাবলৈ আৰু অহা নাই বেণু'—বুলি বিৰাজ আগবাঢ়ি গৈ বেণুৰ হাত দুখনত সাবটি ধৰি ক'বলৈ ধৰিলে" —'তই মোক বিশ্বাস কৰ বেণু, তই মোক ক্ষমা কৰ। তই চাই ল, আজিৰ পৰা তোৰ কাষৰতে থাকি সকলোকে বুজাই দিম তোৰ সৰ্ব্বনাশী চোৰ মই বিৰাজত বাহিৰে যে আন কোনো নহয়। বেণু মোৰ সোণজনী, মোক আৰু ইয়াৰপৰা যাবলৈ নকবি দেই। তোক এনে বিপদ সঙ্কুল অৱস্থাত এৰি থৈ মই আৰু কলৈকো নেযাও।"

বিৰাজৰ এনে পৰিৱৰ্ত্তন বেণুৰ সপোন সপোন যেন লাগিল। কি ক'ম, কি নক'মকৈ আনন্দৰ চকুপানীৰে দুগাল তিয়াই বিৰাজৰ চৰণ যুগলত সেৱা যাচি জোৰে সাবটি ধৰি ঘন ঘন উশাহ টানি দেই-পুৰি থকা অন্তৰখনত যেন শান্তিৰ

বাও যাচিছে। বিৰাজেও আঁকোৱালি ধৰি মূৰেপিঠিয়ে হাত বুলাই বুলাই ৰেণুৰ গালে মুখে, ওঠে আঁকি দিছে অজস্ৰ চুম্বন। বিচ্ছেদৰ পিচত পুণ মধু মিলনৰ আবেগিক উৎকণ্ঠাত উভয়ে উভয়ৰ বুকে বুকু মিলাই উভয়ৰ চাৰিহাতৰ বাহুবান্ধোনত দুই গুটি এক হৈ চাৰি ওঠৰ স্নেহ-সংঘৰ্ষত ডুব গৈ স্বপ্নহাৰা দিগন্তত ভ্ৰমি পথশ্ৰান্ত প্ৰেমিক অভিযাত্ৰী এহাল যেনিবা টোপনিত হে লালকাল হৈ পৰিছে।

কিছুক্ষণৰ পিচত উভয়ে যেন সাৰহে পাইছে। বিচনাতে দুয়ো বহি লৈ ইটিয়ে সিটিৰ গাত হাত বুলাই বুলাই কোৱা কুই কৰিছে—

বিৰাজ—'ক সোণজনী তই এতিয়া সুখীনে ?

ৰেণু—'প্ৰিয়তম মোৰ, মই ভালকৈয়ে বুজিছিলো মোৰ সাধনাৰ ধন মই ঘূৰাই পামেই। সেয়েহে মই হতাশ বা নিৰাশ হোৱা নাছিলো। একেটাই মাত্ৰ মোৰ শান্তনা আছিল—যদিহে মোক ইমান অসহনীয় যাতনা দিয়াই ভগৱানৰ ইচ্ছা হয় মোৰ মূৰপাতি লোৱাতেই বা আপত্তি কি ? এতিয়া বুজি পাইছো ভগৱান মোৰ ওপৰত সদয় হৈছে। সেয়ে মই যি বিচাৰিছো আজি তাকেই পাইছো হাততে। ইয়াতকৈ মোক আৰু একোকে নালাগে। প্ৰিয়তম মোৰ মই আজি অনুভৱ কৰিছো মোতকৈ সুখী যেন আৰু কোনো নাই।

তেতিয়া প্ৰায় সন্ধ্যা লাগো লাগো। ইতিমধ্যে চোতালৰ পৰা কিছুমান মানুহৰ গুণ্‌গুণনি সিহঁতৰ কাণত পৰিলেহি। বিৰাজক ৰেণুৰ ঘৰত সোমোৱা বহুকেইজন মানুহে দেখিছিল। সেয়ে পলাব নোৱাৰাকৈ বাহিৰত পহৰা দি থাকি ৰেণুৰ চোৰ বিৰাজক হাতেলোটে ধৰিবলৈ গাঁৱৰ বাকীবোৰ মানুহকো মাতি অনা হ'ল। বহুসময় পহৰা দি থকাতো বিৰাজ

খবৰ পৰা নোলোৱা দেখি মানুহবোৰৰ মাজত ইতিমধ্যে হুলস্থুল আৰম্ভ হ'ল । হুলস্থুল শুনি দুয়ো বাহিৰলৈ ওলাই আহি লগে কোনো কথা ক'বলৈ নৌপাওঁতেই বিৰাজক কোনোবাই থাপ্‌মাৰি ধৰাত টনা আজোৰা লাগিল । কোনোৱে - 'মাৰ বেটা চোৰক ।" কোনোৱে— 'নেমাৰিবি বান্ধ বেটাক ।" আনকিছুমানে আকৌ - ' বেটা ধনীৰ দুলাল — টকাৰ কামোৰত চোৰকৰিও মিছা কথা কয় ? দে বেটাক মজাপালি দে—" এনেকৈয়ে হুকাথোকা বাটিবলৈ লাগিল ।

এনেতে হাত যোৰ কৰি বেণুৱে ক'বলৈ ধৰিলে— ৰাইজ সকল বিৰাজক একো নকৰিব । সি নিৰ্দ্দোষী । সেইদিনা মিছামাতি অনুতপ্ত হৈ সি আজি ঘৰএৰি মোৰ ওচৰলৈ গুচি আহিছে । সি প্ৰতিজ্ঞা কৰিছে—মোক এৰি সি আৰু কলৈকো নেযায় । আপোনালোক যাওক ।"

"নাই নাই বেটাক বিশ্বাস কৰিব নোৱাৰি । তাৰ ওপৰত বিচাৰ কৰিহে আমি যাম নহ'লে যিহে তাৰ বাপেক আমাক সবংশে ডুবাব ।" 'হয় হয়"—উপস্থিত সকলোৱে একেমুখে একে মতকে প্ৰকাশ কৰিলে ।

ইতিমধ্যে বিৰাজক বান্ধিছিলেই । বেণুৱে বান্ধটো খুলি দিলত বিৰাজ গৈ কাঠিত বহিল আৰু সমজুৱা সকলোৱে চাৰি পাটিলৈ চোতালত বহিল । বিৰাজৰ পিতাকক খবৰ দি মতাই অনা হ'ল আৰু গাৱঁৰ যি দুই চাৰিজন মানুহ আহিবলৈ বাকী আছিল, খবৰ পাই আটায়ে বিচাৰত উপস্থিত হ'লহি ।

দস্তুৰমতে সমজুৱাৰ ফালৰ পৰা বিৰাজক বেণুৰ চোৰ হয় নেকি—সোধা হ'ল । বিৰাজে নিৰ্ভয়ে উত্তৰ দিলে - "হয় বেণুৰ চোৰ ময়েই ।" তেতিয়া সমজুৱাৰ ফালৰ পৰা বিৰাজৰ পিতাকক কোৱা হ'ল— অ' দদাই, শুনিলেই নহয়,

পিচে কিবা এটা ?"—কথাখিনি শেষ হ'বলৈ নৌপাওঁতেই—
বংশৰ কলঙ্ক, তোক মই আজি ইয়াতেই শেষ কৰি যাম
—বুলি বিৰাজক মাৰিবলৈ উঠি পিতাকে চোঁচা দিগল। মানুহ
বোৰে বুজাইবঢাইহে কোনোমতে আগুৰি ৰাখিব পাৰিলে।
তাৰ পিচত কিবা কথা গুণি গাঠি বহুসময় তলমূৰকৈ বহি থাকিল।
একো উত্তৰ নোপোৱাত সমজুৱাৰ ফালৰ পৰা আকৌ সোধা
হল—"অ দদাই ৰাতিও হ'লহি—কিবা এটা সমাধান দিয়া
আকৌ ?" তেতিয়া পিতাকে বিৰাজক সুধিলে 'বিৰাজ, তই
কি ভাবিছ নিজেই ক।" পিতাকৰ কথাত বিৰাজে তপৰাই
উত্তৰ দিলে—"মোক ক্ষমা কৰক পিতা মই বেণুক বিয়া
কৰাম।"

কোনো প্ৰতিবাদ নকৰি—'বচ সেয়ে হওঁক"—বুলি ৰাইজক সম্বোধি বিৰাজৰ পিতাকে উত্তৰ দিলে। 'সাধুবিচাৰ সাধুবিচাৰ'—বুলি সমজুৱাৰ আটায়ে ধ্বনি দি উঠিল। তাৰ পিচতেই বিৰাজৰ পিতাকে ৰাইজক সম্বোধি কৈ গ'ল—"ৰাইজ সকল, অহা কালি মোৰ লৰা বিৰাজৰ লগত বেণুৰ বিয়া হ'ব। দুয়ো পক্ষৰ হৈ ময়ে আপোনালোকক নিমন্ত্ৰণ জনালো। আজি ইয়াতেই আপোনালোকৰ উপস্থিতিতেই কইনাক জোৰণ পিন্ধোৱা হওক। কইনা পক্ষৰ খৰচ বাবদ এই পাচশ ৰূপ মই আগ বঢালো।" আনন্দতে সমজুৱাই 'সাধু, সাধু" বুলি জাউৰিয়ে জাউৰিয়ে হৰ্ষধ্বনি বৰষিবলৈ লাগিল।

লগে লগে জোৰণ অনিবলৈ বিৰাজৰ পিতাকে ঘৰলৈ মানুহ পঠিয়াই দিলে। ইফালে আটাইবোৰ মানুহে আনন্দ উল্লাসত বন্তা, বাটমালা দি বেণুক জোৰণ পিন্ধোৱা কামত ব্যস্ত হৈ পৰিল। যথা সময়ত সিফালবো কাম শেষ কৰি জোৰণ লৈ মানুহ আহি কইনাঘৰত উপস্থিত হ লহি। ক্ৰমে

ফলত চোতালখনৰ বাটপথ উৰুলিৰ ধ্বনিৰে মুখৰিত হৈ উঠিল। বেণুক জোৰণ পিন্ধোৱা হ'ল।

বিৰাজৰ লগত কিছুমানুহ লগত লৈ বিৰাজৰ পিতাকে ঘৰলৈ খোজ ল'লে। ঘৰপাই দেখে বিয়াৰ কামত ইতিমধ্যে বহুমানুহ ব্যস্ত হৈ পৰিছে। বিৰাজৰ পিতাকৰ মনত যেন কোনো দুখ নাই আনন্দত নিজেও কামত ব্যস্ত হৈ পৰিল। ৰাতিৰ ভিতৰতে মানুহ পঠিয়াই দুয়ো পক্ষৰ বাবে গান বাজনাৰ ব্যৱস্থা কৰা হ'ল।

ৰাতি পুৱাৰ পৰা গানবাজনাৰে দুয়োখন ঘৰ হুলস্থুল লাগি পৰিল। নিমন্ত্ৰণ কৰা নকৰা মানুহৰ চিন নাইকীয়া হৈ মানুহেৰে চোতাল ঘৰ ভৰ পৰিলহি। অকস্মাতে এখন ঘৰৰ ভিতৰতে পতা এনে অভাৱনীয় বিয়াখনৰ খবৰ যিয়েই যতেই যেনেভাবে পাইছে বিয়াখন চাবলৈ দৌৰি আহিছে। মানুহৰ ভিৰ বাঢ়ি দুয়োখন বিয়াঘৰ এখন সভাথলীত পৰিণত হৈছে। আনন্দতে মহাজনে যিমানপাৰে বস্তু বজাৰৰ পৰা অনাই আনৰ লগতে নিজেও মানুহবোৰৰ শুশ্ৰূষাত লাগিছে। মহাজনৰ এনে পৰিবৰ্ত্তনত উপস্থিত সকলোৱে ভূৰি ভূৰি প্ৰশংসা কৰিছে। তিৰোতা বিলাকে জাউৰিয়ে জাউৰিয়ে উৰুলি দিছে।

লগনৰ সময় নিৰূপণ কৰি দৰাক সজাই পৰাই কইনা ঘৰলৈ লৈ অহা হ'ল। দৰাৰ পিচে পিচে আপোন মানুহ শাৰী পাতি আহি থাকিল। কইনা ঘৰৰ চোতাল আৰু বাটপথ মানুহে নধৰা হ'ল। দৰাক বৰণ কৰি আগবঢ়াই আনি বিয়াত বহোৱা হ'ল। শুভলগ্নৰ ক্ষণ আগত ৰাখি শুভকামনাৰে ব্ৰাহ্মণ মন্ত্ৰ পাঠত লাগি হ। মন্ত্ৰৰ ফাঁকে ফাঁকে তিৰোতাবিলাকে উৰুলি দিছে আৰু সমজুৱাই অন্তৰভৰি দৰাকইনাক শুভাশীষ যাচিছে।

হোমপুৰি, লগুণ বান্ধি বিয়াৰ কাম শেষ কৰা হ'লতে দৰা কইনাক ঘৰৰ ভিতৰলৈ নি আঙুঠি খেলিবলৈ দি থৈছোঁ। আৰু গাভৰু সকলে দৰা কইনাক ঠাট্টা মস্কৰাত লাগিছে আৰু তাৰে কিছুমানে উকলি দি নাম গাইছে—

চোৰ ধৰা পৰিলে-
চোৰ ধৰা পৰিলে—
চোৰক আজি চুকনীক—

বিয়া কথাৰ আহিলে—হাঁহি বোলা শব্দে—বুলি গিজ্জ'নি পাৰি হাঁহিৰ ধলক তুলিছে।

যথা সময়ত কইনাক দৰা ঘৰলৈ লৈ যোৱা হ'ল। দৰাৰ মাক বাপেকে বেটা বোৱাৰীক আদৰি নি সিহঁতৰ সুখৰ সংসাৰৰ কামনা কৰি শুভাশীষ ঢালি দিছে অন্তৰ ভৰি।



মই যি ভাবি হিৰণলৈ চিঠিখন দিছিলোঁ, সময়ত দেখিলোঁ তাৰে কোনো কামত নাহিল। বৰং তাইক কথাত বেছি আকোঁৰগোজ আৰু দৃঢ় হে দেখা গ'ল। তাইৰ পৰা যিখন চিঠি মই পালোঁ—পঢ়ি হতবম্ব হ'লোঁ। এই খনেই আছিল সেইখন চিঠি যিখন আৰম্ভণীতেই উল্লেখ কৰি আহিছোঁ। দেহমনৰ তাড়নাত জৰ্জ্জৰিতা তাইৰ মনত উদয় হোৱা সচা অথচ লাজ লাজ লগা কথাখিনি লিখিবলৈ পাই তাই যেন মুক্তিহে পাইছিল। চিঠিখনে হয়তো কঢ়িয়াই আনিছিল তাইৰ পুঞ্জিভূত আবেগৰ অযুত মৰম—অলেখ আকাংখা।

প্ৰণয় ইতিহাসৰ ৰোমাঞ্চকৰ কাহিনী'ৰ নতুনো নহয়

পুৰণিও নহয় নতুবা প্ৰণয়ৰ ক্ষেত্ৰত নতুন বা পুৰণিৰ কথাও নুঠে—যেনেকৈ মালিনীৰ প্ৰণয় গাথা সু প্ৰাচীন অথচ নিত্য নতুন। মালিনী ক্ষেত্ৰত সু প্ৰাচীন ইতিহাসৰ কত পাতে লুটি বাগৰ নমৰাকৈ আজিকো পৰি একেৰাহে যে শুই আছে তাকেই বা বিচাৰিছে কোনে ? সেয়ে ধৰিলৈছো—ইয়াত কাৰো আশ্ৰম নাছিল আকাশী গঙ্গাৰ অদূৰতে মালিনী ক্ষেত্ৰৰ পাদোদেশত মালিনী নামৰ কোনো নদীও নাছিল আৰু দুষ্মন্ত শকুন্তলাৰ প্ৰণয় গাথাও ইয়াতে ঘটা নাছিল। এদিন কিন্তু শকুন্তলাৰ প্ৰণয় স্মৰণৰ স্মৃতি দুষ্মন্তই দিয়া আঙুঠিতো এনে এক মালিনীৰ বুকুতেই হেৰাই গৈছিল, যেনেকৈ পৃথিৱীৰ অতিকৈ আদিম এটা জীয়া জাতিৰ এখিলা পাত হেৰাই গ'ল।

নাজানো ভাৰতৰ পুব প্ৰান্তৰত থাকি আদিম সভ্যতা সংস্কৃতিৰ বাতৰা যাচি পশ্চিম প্ৰান্তৰৰ মহেঞ্জদাৰো আৰু হৰপ্পাৰ কিবাকিছু সংবাদ দিয়ে নেকি এই মালিনীয়ে ? এই মালিনী শব্দটোৰ আদিম উৎপত্তি আৰু অৰ্থলৈ মন কৰিলে দেখা যায়—যিহেতু আম + লি + এগা (নীয়া) এই তিনিটা ধ্বনিৰে সমিকৰণ হৈ মালিনী শব্দৰ উৎপত্তি হৈ আম = মাতৃ লি = গিৰি, এগা = গনেশ বংশীয় অৰ্থ্যাৎ গিৰি মাতৃৰ গনেশ বংশীয় হয়, গতিকে তাৰ পৰা অনুমান কৰিব পৰা যায় এই মালিনীয়ে আদিম পিতা চটাই আৰু মাতা জভুবনেৰ (দুৰ্গাৰ) পুত্ৰ গনেশ (মঙ্গোলীয়) সভ্যতাৰ সাক্ষ্যকে বহন কৰি আহিছে। স্থানত শিলত কটা মা দুৰ্গা আৰু গনেশৰ প্ৰতিমূৰ্ত্তীয়ে মোক তাকেই সোঁৱৰায়।

তাতোকৈ এই মালিনীক্ষেত্ৰত শিৱৰ আবিৰ্ভাবে ৰহস্য জনক ভাবে এক উপকাহিনীৰ সৃষ্টি কৰি হয়তো আদিম

ঐতিহ্যৰ বাস্তৱ স্বৰূপটো অতি সুন্দৰ ভাৱে অঙ্কন কৰিছে আৰু হয়তো শিৱ, শিৱৰ বাহন্ ষাঁড় গৰুটো আৰু মুৰহীনা মালিনীৰ মূৰ্ত্তীটোৱে শিৱ আৰু মালিনীৰ মাজত গঢ়ি উঠা গভীৰ গুপ্ত প্ৰণয়ৰ কটু পৰিণতিৰ সম্ভেদকে আমাক দি আহিছে। আমি পাই আহিছো যে শিৱৰ পত্নী আছিল সতী। সতী প্ৰকৃততে সতীয়েই আছিল আৰু শিৱই আছিল সতীৰ একমাত্ৰ গতি। সতীয়ে ভাবিছিল যে তেওঁৰ বাহিৰে শিৱৰ আৰু দ্বিতীয় কোনোজনী নাছিল। দেখাত অৱশ্যে কোনোজনী নাছিল সচা। কিন্তু শিৱই গোপনে আন এজনী সুন্দৰী গাভৰুক ভাল পাইছিল আৰু শেষত নিজৰ কৰি লবলৈ বাধ্য হৈছিল (অনুমানিক সংযোজন)। কিন্তু সতীয়ে এনে কথাৰ গম পালে শিৱৰ আৰু প্ৰেম কৰা নহব ভাবি নেকি, শিৱই সতীগৃহৰ পৰা ভালেমান দূৰত এখন প্ৰেমোদ্যান সাজি সেইজনী গাভৰুক সেই উদ্যানৰ উদ্যান পালিকা বা মালিনী পাতি ৰাখি বহু যুগলৈ গুপ্ত প্ৰণয় খেলি আছিল।

সতীৰ কিন্তু কিছুদিনৰ পৰা শিৱৰ গতিমতিৰ ওপৰত সন্দেহ হৈ আহিছিল। এদিন যেতিয়া শিৱই ভাং খাই উন্মত্ত দন্তাল হাতীৰ দৰে মাথুন্দিক বিচৰাদি মালিনীৰ ওচৰলৈ দৌৰিছিল, তেতিয়া সতীয়ে মনৰ সন্দেহৰ অন্ত পেলাবলৈ বুলি শিৱৰ পিচে পিচে স গোপনে দৌৰিছিল। শিৱই উদ্যানত সোমায়েই ষাড গৰুটো এৰি পোনে পোনে গৈ মালিনীৰ শয্যা গৃহত প্ৰবেশ কৰিলতে খোলা দুৱাৰ জাপ্ খাই গ'ল। ইতিমধ্যে সতীয়ে আগবাঢ়ি গৈ সকলো দেখিলে। তেতিয়াও শিৱৰ ভাঙৰ নিচা কমা নাছিল আৰু সতীক কাষৰতে দেখিও মালিনীক এৰি দিয়া নাছিল।

গুপ্ত প্ৰণয়ত প্ৰেমানুৰক্ত দুয়ো আজি সতীৰ হাতত বন্দী

হ'ল। সতীয়ে এই কথা ভালকৈ বুজে যে পুৰুষ তোমোৰাক ফুলবাণীয়ে বন্দী কৰিবলৈ মাত্ৰ মুহূৰ্ত্তৰহে দৰ্কাৰ। তাৰ বাবে দায়ী তোমোৰা নহয় ফুলহে। সেয়ে সতীয়ে ফুলৰূপী মালিনীক অভিশাপ দিলে যে যদিহে মই প্ৰকৃততে সতী হও তেই জানিবুজিও মোৰ শিৱক মোক লুকুৱাই এনে গুপ্ত প্ৰণয়ত লিপ্ত কৰোৱা পাপৰ পৰিনাম স্বৰূপে তোৰ মূৰটো মোৰ সমুখত খহি পৰক। ঠিক সেইটোৱেই হ'ল। মুহূৰ্ত্তৰ ভিতৰতে মালিনীৰ গলৰ ওপৰৰ পৰা মূৰটো খহি মাটিত পৰিল।

তেতিয়াৰ পৰাই নেকি মালিনীৰ মূৰ নাই আৰু সেই মূৰহীনা মালিনীয়ে সেই ঠাইতে থাকি আমাক সকলোকে হাত বাউল দি তেনে অকাৰ্য্যৰ প্ৰতি বাধা নিষেধ কৰি থকাৰ লগতে অতীজ ভাস্কাৰ্য্যৰ এক মহান নিদৰ্শন প্ৰদৰ্শন কৰি থকা নাইনে ?

প্ৰণয় সংঘতিত এনেবোৰ প্ৰশ্নৰ উত্তৰত কোনে কি পালে তাকে বিচাৰি মনমোৰ বলিয়া হৈ উঠে। স্মৃতিৰ সোঁৱৰণত এনে বহু ঘটনাই মোৰ মনলৈ আহে আৰু যায়। সাধিনী ৰেণুৰ আৰু হতভাগিনী মালিনীৰ কথাও মোৰ মনলৈ আহে কিন্তু নেযায়। নেযাই এই বুলিয়েই যে সাধিনী ৰেণুৰ দৰে হিৰণেও সাধনাত ব্ৰতী হব– যি ব্ৰতত থাকিব মোৰেই আদৰ্শ।

সাধনাক মই বিশ্বাস কৰো। কিয়নো একান্তভাবে লাগিলে আজিৰ দুনিয়াত অসাধ্য কিবা আছে বুলি মই ভাবিব নোৱাৰো। গতিকে মানসিক সংঘাতত নোভোগিও নোৱাৰো। ৰেণুৰ ক্ষেত্ৰত বিৰাজৰ দৰে অবিবাহিত মই নহয়—মালিনীৰ ক্ষেত্ৰত শিৱৰ দৰেময়ো বিবাহিত। সতীৰ কপট বাণত মালিনীয়ে মূৰ হেৰোৱাৰ দৰে মোৰ তেৰাৰ কপট বাণত হিৰণৰ বা কি দশা হয় আকৌ ?

পতিকে জানি বুজি তাইক গ্ৰহণ কৰিবও নোৱাৰো নতুবা শিৱই মালিনীৰ লগত গুপ্ত প্ৰণয়ত লিপ্ত হোৱাৰ পৰিণতি ভ্ৰুক্ষেপ নকৰি গুপ্ত প্ৰণয়ত লিপ্ত হ'বও নোৱাৰো। সেয়ে নেকি, মোৰ হৃদয় মন্দিৰত বিচৰণ কৰি প্ৰণয়ৰ দিগন্তত ঠেকা খাই থমকি ৰোৱা হিৰণ মোৰ বাবে আজি এক দুৰ্ব্বাৰ প্ৰহেলিকা? যদি নহয় স্বীকৃতা নহয় গৃহীতা আৰু নহয় গুপ্তপ্ৰণয়িণীও তেন্তে মোৰ সতে প্ৰেমালিপ্তা হিৰণৰ এটি সন্তানৰ মাতৃ হোৱাৰ কামনা, নহয় জানো অভিনৱ?

৬

মই তেতিয়া কামেং সীমান্তৰ ৰূপাত। মোক হেনো ডফলাই কাটিলে—এনে এটি জনৰব্ৰত আমাৰ গোটেই অঞ্চল ঢোলে এটুকুৰা ক'লা ডাৱৰ নামি আহিল। মোৰ মৃত্যুৰ জনৰব্ৰত ঘৰৰ আটায়ে কান্দি কাদি চকুৰ পানীৰে নদী বোৱাই দিছে। মোৰ পত্নী পাগলী প্ৰায় হৈছে। মোৰ মৃত্যুৰ খবৰ লবলৈ অহা মানুহৰে আমাৰ ঘৰ সভাথলীত পৰিণত হৈছে। এনেটো খবৰ ক'ৰ পৰা কেনেকৈ প্ৰচাৰ হ'ল—তাৰে পম খেদি ওৰহিৰ শুৰিৰ দৰে আঁত নোপোৱাত পৰিল। মই মৰিলো নে বাচি আছো, তাৰে উত্তৰ খুজি আৰু যদি মই বাচি আছো, তৎমুহূৰ্ত্তে মোক ঘৰলৈ পঠিয়াই দিবলৈ অনুৰোধ কৰি খুড়াদেৱে পলিটিকেল অফিচাৰলৈ তাৰবাৰ্ত্তা প্ৰেৰণ কৰিলে। এনে এখন তাৰবাৰ্ত্তা পাই পলিটিকেল অফিচাৰ মেজৰ হৰ মহিন্দৰ সিংয়েও বৰ দুখ পালে আৰু তেখেতে তৎমুহূৰ্ত্তে মোক ঘৰলৈ যোৱাৰ অনুমতি দিয়াৰ লগতে মোৰ যাত্ৰাৰ

বাবে খবৰটকীয়া ব্যৱস্থা ল'বলৈ ফুটহিল চৰ বেচক্যেম্পলৈ নিৰ্দ্দেশ পঠিয়ালে।

খবৰটো পাই মোৰো বৰ বেয়া লাগিল। মোক ডফলাই কাটিব কিয় বাৰু? মইতো এওঁলোকৰ মাজত থাকি কোনো বেয়া কাম কৰা নাই। বৰঞ্চ এওঁলোকৰ মঙ্গলৰ বাবেই ইয়াত থাকি দেহেকেহে লাগি আছো আৰু এওঁলোকৰ মাজত থাকিয়েই আমাৰ অতীজ সম্পৰ্ক আৰু প্ৰণয়বান্ধোনৰ এনাজ-ৰীডালৰ আঁত বিচাৰি পাইছো মোক কাটি এনেডালি এনাজৰীৰ বান্ধ এওঁলোকে চিঙিব কিয় বাৰু? এওলোক যে মোৰ অতিকৈ আপোন বুকুৰ কুটুম।

মানুহৰ এনে এটা অন্ধবিশ্বাস আৰু ভুলধাৰণা যাতে আঁতৰি যায়, তাৰ বাবে অন্তত মই ঘৰলৈ আহিবলৈ বাধ্য হৈছো। তিনিদিনৰ মূৰত ঘৰ পাই যি দেখিলো মই নিজেই মৰ্ম্মাহত নহৈ নোৱাৰিলো। মোক হেৰোৱাৰ শোকত কেনেকৈ কান্দিছিল, মোক ঘূৰাই পোৱাৰ আনন্দত আকৌ তেনেকৈয়ে কান্দিলে—আটায়ে। মই বাচি থকা আৰু ঘৰলৈ অহা প্ৰচাৰ হৈ পৰিলতে, মোক চাবলৈ অহা মানুহৰ ভীৰ বাটি আমাৰ ঘৰ চোতাল আকৌ সভাথলী হ'ল।

ঘৰ পোৱাৰ নিশা মোৰ পত্নীয়ে মোৰ বুকুৰ মাজত মূৰটো গুজিলৈ পাৰেমানে কান্দিছে আৰু মোৰ ভৰিদুখনত সাবটি ধৰি মোক আৰু ঘূৰি নাযাবলৈ বাৰে বাৰে অনুৰোধ কৰিছে। সেই বাবেই শোকত ভাগিপৰা মনবোৰ জোৰা লগাবলৈ কিছু দিনৰ বাবে ঘৰতে থাকিবলগীয়া হৈছো। খবৰ লৈ জানিব পাৰিলো বিৰাজ আৰু ৰেণুৰ বিয়াখন ইতিমধ্যে হৈ গ'ল। বিৰাজৰ পিতাকৰ আকস্মিক এনে মহানুভৱতা আৰু বিৰাজৰ সততাৰ এনে মহান আদৰ্শ মোৰ বাবে এক বিৰাট বিস্ময়

যেন লাগিল। মোৰ বিস্ময়ৰ উত্তৰ সঁচাকৈয়ে যদিহে সাধিনী বেণুৰ আদৰ্শ চৰিত্ৰই হয়, তেনেহলে এনে চৰিত্ৰ আমাৰ বাবে যুগে যুগে অবিস্মৰণীয় হওক। এনে আদৰ্শ চৰিত্ৰৰ সোঁৱৰণত মোৰ মন আজি আনন্দত উদ্‌বাউল্‌ হৈ উঠিছে। অকল বেণুৱেই নহয়—পৰ্ব্বতে ভৈয়ামে ঘূৰি ফুৰি এনে আদৰ্শ চৰিত্ৰ সম্পন্না বহু গাভৰুৰ সান্নিধ্যলৈ আহি, মই বেচ উপলব্ধি কৰিব পাৰিছো—সতী নতুবা বীৰাঙ্গনা গাভৰুৰ অভাৱ এতিয়াও আমাৰ মাজত হোৱা নাই আৰু হয়তো কোনো কালে নহ'বও। এনে আদৰ্শ গাভৰুৱেই সময়ত বীৰ সন্তানৰ জন্ম দি জন্মভূমিৰ বুকুত বোৱাই আনে গৌৰৱৰ অনন্ত প্লাৱন অনতিকালেই।

মই ঘৰত থকা এই কালডোখৰৰ ভিতৰতে এদিন আকৌ অন্য এটি ঘটনা ঘটিবলৈ পাইছিল। সেইদিনা মই গুৱাহাটীলৈ বুলি যাত্ৰা কৰিছিলো। তেতিয়া ব্ৰহ্মপুত্ৰৰ ওপৰত শৰাইঘাটৰ দলং নাছিল। উত্তৰ গুৱাহাটীৰ ঘাটেদি অসম এভিয়েচন কোম্পানীৰ জাহাজেদি পাৰ হৈ গুৱাহাটী পাব লাগিছিল। জাহাজৰ কোনো বিজুতি ঘটাত কোম্পানীয়ে ডাঙৰ পালতৰা নাও ভাড়ালৈ আনি মানুহক ইপাৰ সিপাৰ কৰাইছিল। বহু মানুহৰ লগতে ময়ো সেই নাৱত উঠিছিলোগৈ আৰু উঠিছিলগৈ উত্তৰ পাৰৰ স্বনামধন্য বহু কীৰ্ত্তিমান সন্তান। নাও এবাৰ পিচত উজাই গৈ অশ্বক্লান্ত এৰি আৰু পৰ্ব্বতৰ ওচৰ পাও পাও হৈছোহে, এনেসময়তে উমানন্দৰ ফালৰ পৰা বহুঠাই আগুৰি আহি থকা এটা বিৰাট 'ডকা আমাৰ সকলোৰে চকুত পৰিছে। তাঁহি অহা বহু কাঠৰ টুকুৰাবোৰ ডকাটোৰ চাৰিওফালে ঘূৰি ঘূৰি নাইকিয়া হৈ যোৱা দৃশ্যটোৱে আমাৰ আটাইবোৰ যাত্ৰীৰে মনবোৰ টানি লৈ গৈছে। যেতিয়া ডকাটোৰ বুকুত হেৰাই যোৱা কাঠবোৰ অলপ দূৰত গৈ উজানৰ বৰালিৰ দৰে

জাপমাৰি ওপৰলৈ উঠি আকৌ পানীত বুৰ মাৰে তেতিয়া ইজনে সিজনক—'সৌৱা সৌৱা' কৈ যাৰ মনত যি খেলায় তাকে কৈ গৈছে। ডঙাটো বিমানে ওচৰচাপি আহিছে আমাৰ আটাইবোৰ যাত্ৰীৰ মনত এয়া এক আনন্দৰ খেলত পৰিণত হৈছে।

আমাৰ মনবোৰৰ লগতে আমাকো তাৰ পালৈ যে টানিব লাগিছে সেইটো আমি জনাও নাই ভবাও নাই নতুবা অনু-মানো কৰিব পৰা নাই। মুহূৰ্ত্তৰ ভিতৰতে নাওখনে আমাক লৈ কাঁড় এপাতৰ দৰে ডকাটোৰ মাজত সোমাই পৰিল। নাৱৰ ধূলনীত যেতিয়া আমি ইজনে সিজনৰ গাত পৰিবলৈ ধৰিলো তেতিয়াহে আমি বুজিলো যে আমাৰ কিবা এটা অঘটন ঘটিল। সৌভাগ্যবশত নাওখন ডকাৰ গাতত সোমাযো মুবুৰিল। কেৱল ডকাৰ ঘূৰণৰ লগে লগে ঘূৰি ঘূৰি গৈ থাকিল। ঘূৰণৰ লগে লগে কিন্তু নাওখনে বৰ টলভটং কৰিছিল আৰু নাৱত জোলোকে জোলোকে পানীও সোমাই ছিল। মাঝিয়ে ইতিমধ্যে পালখন নমাই দিয়া বাবে নেকি এনেএটি সন্ধিমুহূৰ্ত্ততো বাচি ৰ লো। নাৱৰ ঘূৰণত মূৰঘূৰি ইতিমধ্যে কিছুমান মানুহ নাৱতে বাগৰি পৰিছে। দুয়োপাৰে অজস্ৰ মানুহ আমি দেখিবলৈ পাইছো। তেওঁবিলাকে হাত জোকাৰি জোকাৰি যিমান পাৰে আমাক সাহস যোগাইছে আৰু আমিও 'হৰিবোল' 'হৰিবোল' ধ্বনিৰে ভগবানৰ ওচৰত আত্মনিবেদন কৰিছো। আমাৰ নাও যিমানেই আগবাঢ়িছে তেওঁ লোকো পাৰে পাৰে সিমানেই আগবাঢ়ি আছে। বহুবোৰ নাও আমাৰ পিনে খেদি অহা আমি দেখিছো। কিন্তু ওচৰ চাপিব পাৰে তেনেসাধ্য কাৰো নাই। ইতিমধ্যে আমি কামাখ্যা পাহাৰৰ ওচৰ পাইছোগৈ। কামাখ্যাৰ লাটিমা শিলৰ পাকত

নোসোম্বালেগৈ আমি হয়তো বাচিম। লাটিমাৰ সোঁতৰ পৰা আঁতৰি আহিবলৈ মাঝিয়ে যৎপৰোনাস্তি চেষ্টা চলাই আছে। তেওঁলোকে খুব কষ্টেৰে পালখন উঠাই বতাহৰ গতিৰে লাটিমাৰ সোঁতটো কাটিলে আৰু পাল নমাই দিহে আমাক ৰক্ষা কৰিব পাৰিছে। তেতিয়া নাওখন বৰকৈ কঁপিছিল আৰু জোলোকে জোলোকে পানী খাইছিল। তেতিয়াই আমাৰ জীৱনৰ শেষ মুহূৰ্ত্ত ভাবি কামাখ্যা আইক বৰকৈ চিঞৰিছিলো। যেইহওক, এইবাৰো আমি বাচিলো আৰু ডকাৰ ঘূৰণৰ লগে লগে ঘূৰি ঘূৰি গৈ থাকিলো।

আজি যি ঠাইত শৰাইঘাটৰ দল হ'ল সেই ঠাইখিনিৰ পাৰৰ পৰা কিছুদূৰত ব্ৰহ্মপুত্ৰৰ বুকুত দুখন সদাগৰী মালবাহি জাহাজ বন্ধা আছিল। কিছুদূৰৰ পৰাই জাহাজত থকা বহু মানুহ আমাৰ চকুত পৰিছিল। তেওঁলোকক যিমান পাৰো আমি চিঞৰি চিঞৰি মাতিছিলো—আমাক বচাওক বচাওক কৈ। তেওঁলোকেও আমাক দেখিছে। তেওঁলোকক দৌৰা দৌৰিকৈ বিশেষ ব্যস্ত হৈ থকা দেখিছিলো যদিও বুজা নাছিলো কিয় তেওঁলোক ইমান ব্যস্ত হৈ পৰিছে। কিন্তু যেতিয়া ডাঙৰ ৰচি এডাল মজিয়াৰ (ডেকৰ) খুটাত বান্ধি দীঘলকৈ জোৰ দিয়া দেখিলো তেতিয়াহে বুজি পালো সেই ব্যস্ততা আমাৰ বাবে—আমাক বচাবৰ বাবেই। জোৰ দিয়া ৰচিডাল এখন টিংৰ নাৱত ভৰাই লৈ সৰু দুইখণ্ড ৰচি আৰু তাৰ লগত জোৰাই দুজন মানুহে নাওখন লৈ আমাৰ কালে আগ বাঢ়ি তেওঁলোকে ডকাৰ বাহিৰতে নাওখন ৰাখি কণমানো সময় নষ্ট নকৰি খুব জোৰে এডাল ৰচি আমালৈ দলি মাৰি পঠিয়ালে। ৰচিডাল আমি ধৰি ল'লো। গতিকে ২য় খণ্ড ৰচি আমালৈ দলিয়াব লগা নহ'লেই। আমি তৎক্ষণাতে সৰু

ৰচি খণ্ড টানি টানি ডাঙৰ ৰচি খণ্ড পোৱাৰ লগে লগে নাওৰ খুটাত বান্ধি ললো। ইতিমধ্যে ৰচিত টান লাগি আমাক লৈ নাওখনে বিৰাট জোকাৰণি এটা মাৰি চলংপলংকৈ বৈ পৰিল। ডকা আঁতৰি গ'ল—আমি বাচিলো। তেতিয়া তেওঁ লোকে ৰচিডাল টানি টানি জাহাজৰ ওচৰলৈ আমাক চপাই আনিলে। লগে লগে আমাৰ পিচে পিচে আমাক সাহস যোগাই আহি থকা নাওবোৰ আহি উপস্থিত হ লহি। নাৱৰীয়া সকলে আমাক পাৰলৈ লৈ আহিল, আমি পাৰত উঠিলো। জীৱন দাতা সকলৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰি আমি অৰ পৰা লাহে লাহে আঁতৰি আহিলো।

সেইদিনাৰেই ঘটনা। অলপ দূৰ আগবাঢ়িযেই ব্ৰহ্মপুত্ৰৰ পাৰতে বহুমানুহৰ জুম এটা দেখি আমিও ওচৰচাপি গলো। জুম্‌কালি ভিতৰ সোমোৱাৰ কোনো উপায় নেদেখিলো। বাহিৰতে গম পালো কোনো নাৱৰীয়াই কাঠ ধৰিবলৈ গৈ কাঠৰ লগতে লাগি অহা এজন ডেকা মানুহক পাই তালৈ লৈ আহিছে আৰু জানিব পাৰিলো মানুহজনে এতিয়াও প্ৰাণ এৰা নাই। অলপ পিচতে বগা ৰঙৰ ৰঙা যোগ চিন থকা গাড়ী এখন মানুহৰ জুম্‌কালি ওলাই যোৱা দেখি বুজি পালো মানুহজনক চিকিৎসালয়লৈ লৈ যোৱা হ'ল।

সেই পানীত ভাঁহি অহা হতভগীয়া জনৰ আৰু আমাৰ ঘটনাটোৰ কথা ভাবোতে মূৰত তেজৰ তীৰ বাটি বোধহয়, মোৰ মূৰটো বৰ গৰম আৰু গধুৰ লগা হৈছিল। কান্ধৰ ওপৰত মূৰটো কোনোমতে চম্ভালি দুটামান বজাত গুৱাহাটী পাইছোহি। গাটোৱো বৰ বেয়া লগাত আৰু কলৈকো নগৈ ঘৰলৈ ঘূৰি যোৱাটোকে স্থিৰ কৰি শুক্লেশ্বৰ ঘাটলৈ আহিছো। ঘাটত ঠিয় হৈ উত্তৰ গুৱাহাটীৰ ঘাটলৈ এনেয়ে এবাৰ চাই

পঠিয়াইছো। তাত অজস্ৰ মানুহৰ ভীৰ চকুত পৰি গা'টা শিয়ৰি উঠিল—জানোচা আকৌ কোনো অঘটনেই ঘটিল বা ?

বৈ নাথাকি নাওত উঠিলোগৈ। সময়মতে উত্তৰ গুৱাহাটী অভিমুখে নাও এৰিলে। ভটিয়াই যোৱা নাও। কোনো অসুবিধাৰ সন্মুখিন নোহোৱাকৈয়ে ঘাটত উঠিলোগৈ। নমাৰ লগে লগে মানুহবোৰে আগবাটি আহি আমাক বেৰি ধৰিলেহি। বুজি পালো তেনে এটি অঘটনৰ খবৰ অতি কম সময়ৰ ভিতৰতে উত্তৰ ঋলত প্ৰচাৰ হৈ পৰাত সেইদিনা যি সকল মানুহ গুৱাহাটীলৈ আহিছিল সেই সকলৰ ঘৰৰ পৰা মানুহ আহি ঘাটত জুম বান্ধি মৃত্যুৰমুখৰ পৰা ঘূৰি অহা যাত্ৰী সকলৰ প্ৰতিক্ষাত বৈ আছেহি। তাৰে যি সকল ঘূৰি আহিছে, সেই সকলক পাই তেওঁলোকে অনন্দৰ চকুলো টুকিছে। যি সকল তেতিয়াও ঘূৰি অহা নাই সেই সকলৰ বাবে বৈ থকা সকলে চিনা জনা সকলক—তাৰ কি হ'ল, বাচি আছে নে নাই—ইত্যাদি সুধি সুধি দীঘল হুমুনিয়াহ টানি, চকুলো টুকি টুকি ইফালে সিফালে পাগলৰ দৰে দৌৰি ফুৰিছে। মৰ্য্যা উত্তৰ দি উশাহ পোৱা নাই। মূৰদাঙি চাওমানে মানুহৰ জুম ফালি মোৰ ভাইটী আৰু পত্নীয়ে মোৰ দুয়ো হাতত সাবটি ধৰিলেহিযেই। কেনেই আহিলা'—বুলি জানিও নজনাৰ ভাও জুৰি যেন একোৱেই হোৱা নাই—যেন একোৱেই ঘটা নাই, তেনে এটি ভঙ্গিমাৰে দুয়োকো দুই হাতে ধৰি গাড়ীত উঠি ঘৰ পালোহি।

সেইনিশাও মোৰ পত্নীয়ে পাৰেমানে কান্দিলে। ইমান সঘনে কিয় এনেবোৰ ঘটিব লাগিছে তাক ভাবি তেওঁ অস্থিৰ হৈ পৰিছে। মোক অকলে এৰি তেওঁ যেন অকণো আঁতৰিহে নেযাব। মোৰ কানো গ্ৰহৰ দোষ হোৱা ভাবি জ্যোতিষী

মাতি গ্ৰহপাঠ কৰি যেন মই একো নুবুজোহে বুজাই বঢ়াই মোক মন্দিৰ'লৈ লৈ গৈছে। মন্দিৰত নৈবেদ্য নিবেদন কৰি ভোগ আগবঢ়াই তেওঁৰ হতে মোকো সেৱা কৰিবলৈ দি পৰম মঙ্গলময়ৰ চৰণত কাকুতি কৰিছে— এনেবোৰ অঘটনৰ পৰা আমাক নিস্কৃতি দিয়া প্ৰভু।'

কিছুদিন পিচত সেই পানীত ভাহি অহা ডেকাজনক সম্পূৰ্ণ সুস্থ হোৱাত চিকিৎসালয়ৰ পৰা বিদায় দিয়া হ'ল। তাৰ পৰা ওলাওঁতেই সি ক'লৈ যাব কি কৰিব ভাবি একো স্থিৰ কৰিব নোৱাৰি অত তত ঘূৰি ফুৰিবলৈ ধৰিলে। বেবাদিনো তেওঁক ঘৰি ফুৰাত বৰ পথশ্ৰান্ত হৈ সেইদিনা আবেলি পাচমান বজাত এটি গাৱলীয়া ৰাস্তাৰ কাষৰতে থকা এজুপি গছৰ তলত বহি সি অলপ জিৰণি বিচাৰিছে। আগবাঢ়ি যাবলৈও তাৰ ভৰি যেন অচল অৱশ হৈ পৰিছে। দিনটো সি একোকেই খোৱা নাই, তাৰোপৰি বহুদিনৰ বন্ধ পক্ষীৰ দৰে সি পিঞ্জৰাৰ পৰা ওলাই আহিছে মাত্ৰ। কিন্তু পক্ষীৰ দৰে গছত বাহসাজি আনৰ খাই বাচি থাকিব নোৱাৰে বাবে সি হতভগীয়া।

সুনীল আকাশ ঢাকি সন্ধ্যা নামি আহিল। ভোমোৰাৰ গুণ গুণনী চৰাইৰ কিৰিলি গৰুগাইৰ হেম্বেলনি, শিয়ালৰ হোৱা হোৱা আৰু ফেচাৰ উৰুলিত উধাতুথাই সন্ধ্যাই নিশাৰ গভীৰতাৰ মাজত জাহ যাও যাও প্ৰায়। এয়া মানুহৰ ঘৰ চপাৰ সময়। দুই এজনা বটৰুৱা পথিকৰ বাহিৰে মানুহে গৰু গাই চপাই ঘৰত আশ্ৰয় লোৱাত পৃথিবী নিৰব হৈ আহিল। সেই ডেকাজন এতিয়াও সেই গছজুপিৰ তলত বহিয়েই আছে। আকুল শঙ্কাই তাৰ বুকুত যেন ধানাহ বানিব লাগিছে।

এনেসময়াত পিচফালৰ পৰা কোনো এজনা মানুহে তাক

মাত লগালেহি—'বোপা তই ইযাতে অকলে বহি কৰিছ কি? তোক ওচৰ কাষৰৰ লৰা যেনো নেলাগে—কছোন, ক'ৰপৰা আহিছ আৰু ক'লৈ যাবি?"

ভয় ডাঙৰীয়া মই হযাৰ লৰা নহও। দিনটো মই একোৱে খোৱা নাই বাবে বৰ দুৰ্ব্বল হৈ পৰিছো। মোক বেচি একো নুসুধিব দেও।

"ভগৱানে বৰ অসহায় লৰা অ। এনেহেন মহাভাৰ-স্তটো তই অকলে থাকিব পাৰনে?

মোৰ নিচিনা ডেকা এজনে খুজি খালে আপুনি ভাল পাব জানো?'

বাৰু কছোন আজি তই থাকিবি ক'ত?

তাকেতো ভাবি পোৱা নাই ডাঙৰীয়া!

যদি একো বেয়া নেপায়—ব'ল, এই গৰীবৰ ঘৰতে থাকিবি ব'ল। সি একো আপত্তি নকৰি কঁপা কঁপা ভৰি দুখনি কোনোমতে আগলৈ ঠেলি ঠেলি মানুহজনৰ পিচে পিচে গৈ থাকিল। থাইবৈ ৰাতিটো সি তাতেই থাকিল। শাৰীৰিক আৰু মানসিক কষ্টৰ বাবে বোধহয় বহুৰাতিলৈ তাৰ টোপনি নাহিল।

ভালটোপনি নাহিলে শাৰীৰিক কষ্ট লাঘৱ নহয়। আকো ভালটোপনি আহিবলৈ দৰ্কাৰ হয় মানসিক স্থিৰতাৰ। এই অস্থিৰ মনটোক শান্তনা যাচিবলৈ সি তাৰ স্বোপাৰ্জ্জিত তিক্ততা পূৰ্ণ বাস্তব অভিজ্ঞতাবোৰকে ৰোমন্থন কৰি গৈছে—'ভাবিছিলো পঢ়িশুনি জনাবুজা হ'ম কানো চাকৰি বা ব্যৱসায় কৰি নতুবা নতুন উদ্যোগ এটা পাতি হ'লেও টকা পইচা আৰ্জ্জি, নতুনকৈ ঘৰদুৱাৰ সাজি, বিয়াবাৰু কৰাই এখন সুখৰ সংসাৰ পাতিম। কিন্তু মোৰ পোৰা কপালত এটাও নঘটিল—নাই চাকৰি পালো

নাই ব্যৱসায় বাণিজ্য হ’ল, নাই উদ্যোগ হ’ল। চৰকাৰে বোলে নিৱনুৱাক ব্যৱসায় কৰিবলৈ বা উদ্যোগ পাতিবলৈ টকা ধাৰলৈ দিয়ে? মিছা চব মিছা। মই গ’লো—আচনি লাগে দিলো। পিচত জানিলো, উদ্যোগ পাতিবলৈ চাৰিভাগৰ এভাগ টকা আগেয়ে জমা দিব লাগে, তেতিয়াহে চৰকাৰে হেনো আচনি অনুযায়ী উদ্যোগ পাতি দিয়ে। যদি মোৰ টকাই থাকিব এনেকৈ মৰাতকৈ পাণ দোকান নিদিও কিয়? টকা ধাৰলৈ ল’বলৈ হ’লে মাটি বন্ধক দিলেও হয় হেনো। যদি মাটিয়েই থাকিব, খেতিয়েইবা নকৰো কিয়? ন’হলে এজন সম্পত্তিশালী বা টকা পইচা থকা জামিনদাৰ হ’লেও হয় হেনো? যাৰ খাবলৈ ভাত নাই থাকিবলৈ ঘৰ নাই, পিন্ধিবলৈ কাপোৰ নাই তাৰ নিচিনা ছাল ছিগা ভিকহুৰ আকৌ জামিনদাৰ? কোনোবা মৰিবলৈ আহিলেহে হ’ব আকৌ? তেনে কোনা স্বীকৃতি ন’হলে চৰকাৰৰ নিৰ্দ্দেশ অনুযায়ী বেঙ্কে টকা ধাৰলৈ নিদিয়ে। ঘৰ মাটিহীন শিক্ষিত নিবনুৱা মই—ইয়াতকৈ মোৰ উপযুক্ত স্বীকৃতিয়েই কি?

চালা, চব মিছা গৰীবৰ বাবে আৰু চব সঁচা ধনীৰ বাবে। ধনীৰ ধন আছে বুলিয়েই চাৰি ভাগৰ এভাগ টকা জমা দিও উদ্যোগ পাতি উদ্যোগপতি হব। মাটি যাৰ আছে—সিও ধনীহে। মাটি আছে বুলিয়েই মাটি বন্ধক দি টকা আনি কাৰবাৰ কৰিব। ধনীৰ ধান আছেই! সেইবাবে ধনীৰ জামিনদাৰ হ’বলৈ যি কোনো মানুহেই আগবাঢ়ি আহিবই আৰু তেনেকৈয়ে ধনলৈ কাৰবাৰ বহলাই আৰু ধনী হ’বই।

তেনেহলে গৰীব মথা মৰিব লাগিব নেকি? বাচি থকাৰ আন উপায় নাই নেকি? বাওনা হৈ আকাশৰ তৰালৈ হাত মেলি থাকি লাভ কিবা হৈছে নেকি? তেনেহ’লে, ৰাজেনে

ঠিকেই কৈছিলে নেকি—“কাম কামেই কামৰ সৰু ডাঙৰ নাই। আমি শিক্ষিতসকলে চাকৰিটোহে কাম বুলি ভাবো। ইটো কাম সৰু, সিটো কাম সৰু বুলি একোকে নকৰি ঘুৰি ফুৰো। কামকৰাৰ মানসিক প্ৰস্তুতি সততা আৰু নিষ্ঠাৰে কামৰ মৰ্য্যদা বুজি কামৰ বাবে কাম কৰি যাব লাগে। আত্মবিশ্বাস ৰাখি আত্মসংযমী হৈ আত্মনিয়ন্ত্ৰণ কৰি, পৰিস্থিতিৰ সতে খোজ মিলাই চলিব জানিলে হেনো জীৱনৰ বাটত কৃতকাৰ্য্যতা খোজে খোজে। তাৰ এই কথাবোৰ মিছা নহয় যেন লাগেতো? এৰা, মোৰ একো নাছিল—একো হোৱা নাই আজিও। তাৰ বহুতো আছিল—একোকে গ্ৰহণ কৰা নাইচোন? অথচ মোক বহু লাগে—কিন্তু তাক একোকে নেলাগে। মই যেনিবা নেথাকি গৰীব—সি থাকিও গৰীব কিয়? কিয় বাৰু তাৰে—মোৰে এনে ব্যৱধান?

অ হয়। হয়!! এতিয়াহে ঠিক জুখি পাইছো, সি কোৱা জীৱনৰ বুনিয়াদি তাৎপৰ্য্যনো কি? ঠিক ধৰিছো এইবাৰ! সি দেখুৱাই দিয়া বাটহে ঠিক বাট! এই বাটেৰে— এইবাৰ ঠিক এই বাটেৰেই! চাকৰ খাটি হ'লেও এইবাৰ এই বাটেৰে আগবাঢ়ি যাম! চাওঁচোন এবাৰ, তাৰ মহান আদৰ্শৰ বাটৰ কোনখিনিত গৈনো ভেটাভেটি হও?”

সি আৰু বেছি একো ভাবিব নোৱাৰো হ'ল। ঠিক কৰিলে এই চৰ বাদ দি কিছুদিন চাকৰকে খাটিব। লাহে লাহে তাৰ চকু মুদ খাই আহিল। টোপনিত সি লালকাল হৈ পৰিল।

ৰাতিপুৱা শুই উঠি মুখ হাত ধুই উঠাৰ পিচত চাহজলপান খুৱাই মাহুহজনে ডেকাজনক সুধিছে—“কচোন বাপু, তাওঁপানী এৰি তইনো এনেকৈ ঘুৰি ফুৰিছ কিয়?

"মই এজন দালদৰিদ্ৰ–এতিয়া মোৰ একোৱে নাইবীয়া। ক'ৰবাত কিবা সুবিধা হয় নেকি ভাবি ঘূৰি ফুৰিছো।"

"চাকৰ খাটিবি জানো ?

'ভাল সুবিধা প'লে খাটিম ডাঙৰীয়া।"

"হাল বাব জান জানো ?

হয়, অলপ অলপ জানো।"

তোৰ নামটো কি বাৰু ?

"মোৰ নাম বসন।

"মই নিজেই এজন চাকৰ বিচাৰি আছো। কোনো আপত্তি নেথাকিলে মোৰ ঘৰতে থাকিব পাৰ।'

ভবা মতেই কাম হোৱা বাবে, তাৰ হাতভেই স্বৰগঢুকি পোৱা যেন লাগিল। সেয়ে, সি অলপো দেৰি নকৰি লগে লগে সন্মতি জনালে।

মানুহঘৰ ভালেই। ঘৰ দুৱাৰ আৰু সা সম্পত্তিৰে মানুহ ঘৰৰ অৱস্থা বেয়া নহয়। ল'ৰা ছোৱালী মাত্ৰ দুটা। লৰা জনে উচ্চ শিক্ষাৰ বাবে বাহিৰলৈ গৈছে আৰু ছোৱালী জনী প্ৰবেশিকা পাচ কৰি ওচৰতে কলেজত নাম লগাইছে। আগতে চাকৰ ৰখা নাছিল। বেছি মাটি আধি দিছিল। এতিয়া খৰচৰ সংখ্যা বঢ়াত মাটি আৰু আধি নিদি নিজে চহাই খেতি কৰিবলৈ স্থিৰ কৰিহে চাকৰ বিচাৰিছিল। হঠাতে এনে ডেকা চাকৰ এজন পোৱাত তেওঁলোকৰ মনত যেচ আনন্দ লাগিল আৰু কামত সন্তুষ্ট হলে ভাল দৰ্মহা দিম বুলি প্ৰতিশ্ৰুতিও দিলে। বসনেও মানুহজনক অশেষ ধন্যবাদ জনালে আৰু সেৱা জনাই চাকৰ খাটিবলৈ নিজকে সন্তম কৰি ল'লে।

প্ৰথম দিনৰ বাবে বসন হেনো গিৰিহঁতৰ আলহীহে। সেইবাবে সেইদিনৰ বাবে তাক জিৰণি ল'বলৈ কোৱা হ'ল। কিবাদিনাৰ পৰা সি কামত লাগিব।

৫।

দিন গৈ থাকে। দিনৰ পিচে পিচে সকলো যায়। লগে ভাগে মযো গৈ'ছো কামে, সীমান্তৰে চেৰগ'ৱলৈ। চেৰগাৱত গৈ কোনোমতে থিতাপি লৈছোহে এনে সময়তে পলিটিকেল অফিচাৰৰ পৰা এখনি চিঠি পাইছো জৰুৰী ডাকত। চিঠিখন ইংৰাজীতে লিখা। অসমীয়া অনুবাদত ঠিক এনেকুৱা— 'তোমাৰ খুলশালী হিৰণ আৰু টিচাংমাই তোমাৰ ওচৰলৈ আহি আছে। তেওঁলোকক সাময়িক প্ৰৱেশ পত্ৰ দিয়া হৈছে। ইচ্ছা কৰিলে তুমি তেওঁলোকক আগবঢ়াই নিব পাৰা। আৱশ্যক হলে আনুমানিক তেওঁলোক থাকিব লগীয়া দিনৰ অনুমতি পত্ৰৰ বাবে আবেদন কৰিবা।"

চিঠিখন পঢ়ি আমাৰ বৰ আচৰিত লাগিল। কিয়নো কোনো খা খবৰ নিদিয়াকৈ আমাৰ অপৰিচিত কাৰোবাৰ লগত লৈ এনে দুৰ্গম পথেদি বাটকুৰিবাহ দহ হেজাৰ ফুটৰো অধিক পেৰিলাচুৰা অতিক্ৰম কৰি হিৰণ আমাৰ ওচৰলৈ, আহিব পাৰে—এনে অনুমান আমি কৰিব পৰা নাই। হলেও চিঠিখন মিছা হ'ব নোৱাৰে। কাৰণ হিৰণ নামটো আমাৰ বাবে খুব সঁচা। গতিকে, পলম নকৰি কিবাদিনা ৰাতিপুৱাই আগবাঢ়ি যোৱাটোকে স্থিৰ কৰিলো। ৰাতি নৌ পুৱাওঁতেই মোৰ পত্নীয়ে খোৱা বোৱাৰ সকলো ব্যৱস্থা ঠিক্‌ঠাক্ কৰি দি মোক সাজু কৰি দিলে। ময়ো আমাৰ দুয়োটা ঘোৰা মেলং আৰু টাচিৰ পিঠিত জীমহুটা বান্ধি, ৰাইফলটো আৰু আমাৰ কুকুৰজনী দৈমাক লগত লৈ যাত্ৰা আৰম্ভ কৰিলো।

সেই দিনাই ৰাতিপুৱা হিৰণ আৰু টিচাংমাই ছেৰগাওঁ অভিমুখে ৰপা এৰিছিল আৰু মই প্ৰায় ছেৰমাইল অতিক্ৰম

কৰি সিহঁতক লগ পাওঁমানে পাচমাইলমান বাটহে আগবাঢ়িছিল। সিহঁতৰ বিচনা পাতি লৈ দুজন কুলি আগে আগে আৰু সিহঁতৰ পিচে পিচে দুয়োজনীকে অতিকষ্টেৰে লাহে লাহে আগ-বাঢ়ি অহা অলপ দূৰৰ পৰা মোৰ চকুত পৰিছিল। সিহঁতৰ চকু মোৰ ওপৰতো পৰিছিল হয়তো। পৰিলেও সিহঁতে অনু-মান কৰিব পৰা নাছিল যে সিহঁতক মই আগবঢ়াই নিবলৈ আহিম। গতিকে, আঁতৰৰ পৰা সিহঁতে মোক বেলেগ মানুহ বুলিয়েই ধৰি লৈছিল আৰু অলপ অন্যমনস্ক ভাবে আগ বাঢ়ি আহিল। অলপ আগবাঢ়ি যোৱাৰ পৰা নামি মই মাত ল'গাবহে পালো চল্‌ংপভংকৈ আগবাঢ়ি মোৰ দুয়োখন ভৰিত দুয়োজনীয়ে সাবটি ধৰিলেহি।ময়ো দুইহাতেৰে দুয়োকো উঠাই লৈ আবেগভৰা দুয়োৰে মুখ দুখনি চপাই আনি মোৰ দুয়ো কান্ধত আওজাই লৈ অতি চেনেহৰে আদৰণি যাচিছো। মোক পাই, কিমান যে আনন্দ দুয়োৰে। কিন্তু সিহঁতৰ আবে-গিক আনন্দৰ চকুলোক শাৰিৰীক কষ্টত শে তাপৰা ওঠৰ হাঁহিয়ে যেন সাদৰি ল'বহে পৰা নাই।

টিচাংৰাই, যাৰ নামটো আমাৰ বাবে অচিনাকী আছিল, তাইক দেখি মই অবাক হৈ পৰিছো আৰু ভাবি বিস্ময় হৈছো কেনেকৈ তাই হিৰণৰ সতে জেঁাট বান্ধিলেহি। তাই পাবো পাহাৰৰ ছোৱালী। নাম টেৰেচা চাংমা।

ইতিমধ্যে, দুয়ো মোৰ কান্ধৰ পৰা মুখ তুলি, মোৰ দুই হাতত দুয়ো ধৰি, দুয়োৰো হাত মিলাই, মোৰ হাতৰ পৰা লাহে লাহে আঁতৰি মোৰ সন্মুখৰ কাষে ঠিয় হৈ, মই কিবা সুধিম নেকি ভাবি হয়তো মোৰ মুখৰ পিনে চাই ৰৈছে। টেৰেচাৰ চকুত চকু ৰাখি মই—"হয়নে টেৰেচা" বুলি মাত দিবহে পালো, তাই আগবাঢ়ি মোৰ বামহাতত আকৌ সাবটি

ধৰি হিৰণক ক বলৈ ধৰিলে—"অ' বাইদো মোৰ কাইটি তুৰ বিনী অয় ? ময়ু আজি পায় বিনী বুলিম দা। কাইটিঅ তুই কিবা বেয়া নেপাবি দে ? বাইদ' বিনী অলে, ময়ু বিনী অবি—অয়ানে নয়ই ? কাইটি অ' তুই ক আকো, অয় নে নঅয় ?" 'হয়' বুলি শলাগী মই যেতিয়া তাইৰ পিনে চালো—দেখিলো তাইৰ যেন বৰ ভাল লাগি গ'ল। অলপ বৈ তাই আকৌ আৰম্ভ কৰিলে—'অ' বাইদ তুই বাবিটিলি মুই তুৰ বিনীক টিনি নেপাম ? এইটান দেকিচঅ—তুৰ বিনীখান আমাগৰত (ঘৰত) বা লে দি-ন টাকিছিল। অ' বুইছো, তুৰ বিনীক মুই টিনি নেপাম বুলি পাকি দিটিলি অ' অ অ'।'

হিৰণে ভাবিবই পৰা নাছিল যে টেবেচাই মোক চিনি পাব। সেয়ে তাই টেবেচাক কৈছিলে—'তই মোৰ ভিনীহি দেউক চিনি নেপাবি।" মোক তেনেকৈ চিনি পোৱাত তাইৰো বৰ আচৰিত লাগি গ'ল।

বহুদিন আগৰ কথা। গাৰোপাহাৰলৈ গৈ মই বাচুৰেল পাবাৰ টেবেচা হুঁতৰ ঘৰতে আছিলো। তেতিয়া তাইৰ বয়স বাৰ কি তেৰ বছৰমান হৈছিল। থকা দিন কেইটাত তাই মোক বৰ মৰম আৰু শুশ্ৰুষা কৰিছিল আৰু ময়ো তাইক বৰ মৰম কৰিছিলো। মৰমৰ সুৰতে তাই মোক "কাইটি অ' বুলি মাতিছিল। যিদিনা মই তাইক এৰি আহো সেইদিনা তাই বৰকৈ কান্দিছিল। ময়ো, কোনোমতেহে চকুপানীবোৰ কৰি—"তই নেকান্দিবি মা, মই আকৌ আহিম নহয় ?"—বুলি তাইৰ মুৰত হাত বুলাই বুলাই যেতিয়া মই বিদায় মাগিছিলো, তাই অভিমানৰ সুৰত—'বৈয়ামৰ মানুহুৰ মুকম দাই, মুই কানি টাকিম, দা"—বুলি তাই পাবেমানে কান্দিছিল। তেতিয়া মোৰো চকুপানীক বাধা দিয়া ক্ষমতা হেৰাই গৈছিল, মনটো একেবাবে

ভাগি পৰিছিল আৰু তাৰ পৰা যেন ঘূৰি নাহিমহে তেনে লাগিছিল। কিন্তু। মৰমৰ এনাজৰীৰে বন্ধা মাৰ বোজাটো কটিয়াই হ'লেও কাৰ্বি ভাইভনীহঁতে পৰম্পৰাগত ভাবে গাই অহাৰ দৰে—

জাংফ্‌ হাৰিদে দাদা থাৰাবে হাৰিদে।
ৰাচুন আৰ্নাৰি দাদা ৰেমদি নাৰ্কিচাং।'

অৰ্থাৎ— 'কঠাল ক্ষন্তেকীয়া দাদা, আম ক্ষন্তেকীয়া,
ক্ষন্তেকীয়া বাৰীঘৰ,
দুদিনৰ আলহী আমি
পৃথিবী জিৰণি ঘৰ —গীতটোকে পুন পুন গাই গাই মনটোত শান্তনা যাচি যাচি লাহে লাহে মই তাৰপৰা আঁতৰি আহিছিলো।

টেৰেচা এতিয়া বেছ গাভৰুজনী হৈ উঠিছে। বয়সত তাই হয়তো, হিৰণতকৈ দুই এক বছৰৰ সৰু হ ব। প্ৰবেশিকা পৰীক্ষা দিবলৈ আহি হিৰণৰ লগতে থাকিব লগীয়া হোৱাত ইতিমধ্যে দুয়োৰো মাজত বেচ এটা সহৃদয়তা গঢ়ি উঠিছে।

টেৰেচা হিৰণতকৈ নাম মাত্ৰ চাপৰ আৰু অলপ ক্ষীণ। বৰণত বগা, কিন্তু হিৰণতকৈ কম। তেজৰ ৰঙো হিৰণতকৈ অলপ চেলা। গালদুখনত তাইৰো হিৰণৰদৰে তেজৰ চপৰা-বন্ধা, কিন্তু হিৰণৰ দৰে ফুটি ফুটি নহয়। হিৰণৰ মুখমণ্ডল থুঁতৰিৰ ফালে ক্ৰমে জোঙা আৰু চুচিৰুটা, কিন্তু টেৰেচাৰ অলপ বহল আৰু চেপেটা। নাকটো জোঙা হ'লেও মুখমণ্ডলৰ লগত মিলখোৱাকৈ হিৰণতকৈ অলপ বহল হোৱাত বেচ বুজা যায় যে তাই এজনী অপৰূপা প্ৰকৃতিৰাণী পাহাৰী আইৰ অতি চেনেহৰ গাভৰু জীয়াৰী। তাইৰ চকুদুটা হিৰণতকৈ যোটি উজ্জ্বল। পঢ়াৰ দোষত চকুদুটাৰ দৃষ্টি কিছু কম হোৱাত

হিৰণে এতিয়া চচ মা পিন্ধে। সোণবৰণৰ বাউখুউৰা চচ মাজোৰ মুখমণ্ডলৰ লগত ধুনীয়াকৈ মিলখোৱা বাবে তাইৰ জেউতি যেন আৰু দুগুনে চৰিছে। দুয়োৰো চুলিছুকোচা দীঘল আৰু মিহি কিন্তু টেৰেচাৰ চুলিকোচা হিৰণৰ দৰে কিচ কিচিয়া ক'লা নহয়— অলপ টাম বৰণীয়া। বন্ধাৰ ধৰনো দুয়োৰে অলপ বেলেগ বেলেগ। বয়সত সৰু হোৱা ব বে নেকি টেৰেচাৰ বুকুখন হিৰণৰ দৰে বহলহোৱাতো তিমান উঠঙা নহয়। ককাল দু'য়াৰো লনি টিকা বগল। ভৰিৰ কলাফুল দুয়োৰো ডাঙৰ আৰু আটিল।

যৌৱনমত্ত যুৱকৰ সন্মুখ দৃষ্টি যেতিয়া হিৰণৰ চকুৰে মুখে সিচৰিত হৈ পৰে তাইৰ নাকৰ লাজ ঢাকিবলৈ, কপালৰ দুয়ো কাষেদি নামি অহা পাতল চঞ্চলা লাজ কেকোঁৰা চুলি দুকোচাই দুইগালত আওজি খোজে খোজে কোবাই এনেয়ে ৰঙা পৰি থকা গালদুখনি আৰু ৰঙা কৰি অপূৰ্ব্ব লাজৰঙা সৌন্দৰ্য্যৰে এক ভূৱন মোহিনী বেশৰ সৃষ্টি কৰে, তেতিয়া কাৰ সাধ্য এনে অপৰূপ সৌন্দৰ্য্য পাণ নকৰি খোজ আগবঢ়াব পাৰে?

আৰু টেৰেচাৰ? পিঠিৰ কালে গলৰ ওপৰেদি বগাই গাভৰু টিকাৰ চেৱে চেৱে নাচি থকা চুলিকোছা আৰু খোজে প্ৰতি আভৰণত কোবাই কোবাই আগবাটি যোৱা কলাফুল দুটালৈ যেতিয়া চকুতপৰে তেতিয়া এনেহে লাগে—কোনো দেৱকন্যাই কামিনীবেশে কোনো ধ্যানমগ্ন যোগীৰ যোগভঙ্গ কৰিবলৈ হালিজালি, নাচিবাগি, পগলা বতাহক আৰু পগলা কৰি কোনো অজান দিগন্তৰ বুকুলৈ যেন উৰাহে মাৰিছে।

নোপোৱাজনক পোৱাৰ, নেদেখা জনক দেখাৰ আৰু মনতে পোষণ কৰি থকা আবেগ উৎকণ্ঠাবোৰৰ মূৰ্ত্তপ্ৰকাশৰ পৰিসীমা অতিক্ৰম কৰি লাহে লাহে আগবাঢ়ি আমি ইতিমধ্যে জিপ গাৰত উঠিছোহি। ইয়াতেই দিনৰ এসাঁজি খাই তিনিও অলপ

জিৰণি লৈছো।

ঠিক এক বজাত জিপ াৰৰ পৰা চেৰগাওঁ অভিমুখে আমাৰ যাত্ৰা আৰম্ভ কৰি গছ গছনীৰ মাজে মাজে উঠাগড়া বাটেদি আমি আগবাঢ়ি আছো। মেলংৰ পিঠিত ছিৰণক আৰু টাচিৰ পিঠিত টেৰেচাক উঠাই দি দুয়োকে আগে আগে আৰু হাতত লাঠিডাল লৈ ঠিক পোৰাচহঁতৰ দৰে মই পিচে পিচে গৈ আছো। যেন কোনো ভাবত তন্ময় হৈ কেৱল যাব লাগে বাবেই আমি গৈ আছো আমাৰ এনে নিৰৱতাক সহিব নোৱাৰি প্ৰকৃতি আইৰ তলসৰা পাতবোৰে মেল টাচি দৈমা আৰু মোৰ ভৰিত উজুতি মাৰি ঝৰ ঝৰ খৰ খৰ শব্দ কৰি কৰি অবৃগছ বোৰৰ ফাঁকে ফাঁকে খৰকি অহা চাটি চাটি বতাহৰ লগত মিলি ঠাণ্ডা শিলবোৰত কোব খাই খাই, কোবৰ তাডনা সহিব নোৱাৰি হাঁহ কৈ কাষৰেদি বৈ বৈ বৈ যোৱা পানী ধৰণাত যেন না-হৈ গৈছে। মোৰ মন মোৰ চকু জোতা পিন্ধিব নোৱাৰাকৈ ফাটা ফুটুকৈ উখহি পৰা ছিৰণ আৰু টেৰেচাৰ চাৰিচৰণত যে নিক্ষিপ্ত হৈ পৰিছে। ইমান দুৰ্গম পথযাত্ৰাৰ অসহনীয় কষ্টৰ ভাৰ বহণ কৰি দেৱীৰূপা ছুপৰাকী গাভৰু আহিছে, আমাক বিচাৰি—কিয়বা? সিহঁতেও মোক ক'ব পৰা নাই, কিয় আহিলো আৰু ময়ো সুধিব পৰা নাই—কিয় আহিল? সিহঁতে ভাবিছে হয়তো, কলে কিজানিবা মই কিবা বেয়াই পাওঁ আৰু ময়ো ভাবিছো সুধিলে জানোচা, সিহঁতে মনত কষ্টই পায়বা? ঠিক তেনেকৈয়ে নিৰসভাৱ মাজেদি বাট বুলি ক্ৰমে আগবাঢ়ি আছো। হঠাতে দেখিলো যোঁৱা থমকি ৰ'ল। দুৰ্ভেদ্য নাথৰ যেন সেই নিৰৱতা ভঙ্গকৰি ছিৰণে মাত দি উঠিল—"জিনীহিদেউ"।

"হু?"

"ৰাস্তাৰ কাষৰত ঢাপাবাৰত নিৰৱে আওঁজি থকা সেই শিলৰ ফলকবোৰত কি লিখা আছে ?'

সেয়া এক সম্ৰাটৰ অন্তিম এপিটাফ মা।"

"কোন আছিল সেইজনা সম্ৰাট, ভিনীহিদেউ ?"

সেইজনা আছিল সম্ৰাট অশোক। বাৰু কচোন মা আমি কিমান খোজ আগুৱালো ?"

নেজানো ভিনীহিদেউ হিচাপ ৰখা নাই।"

'সম্ৰাট অশোকেও ৰখা নাছিল। ঘোৰাৰ পিঠিত উঠি এনেকৈয়ে আগবাঢ়ি আছিল। বহুযোজন ৰক্তাক্ত পথ অতিক্ৰম কৰি সম্ৰাট অশোকৰ ঘোৰাৰ কদম পাটলিপুত্ৰৰ নগৰত এদিন কিন্তু, থমকি ৰৈছিল।"—এই বুলি কৈয়েই দীঘল হুমুনিয়াহ এটা কাঢ়ি মই ৰৈ গ'লো। কিন্তু হিৰণৰ উৎকণ্ঠা ৰৈ থকা নাছিল। তপৰাই তাই প্ৰশ্ন কৰিলে—'কিয় বাৰু ?'

সমূহ প্ৰজাৰ একচ্ছত্ৰী প্ৰতিনিধিৰ অপাৰ ক্ষমতা, দুৰ্ব্বাৰ লালসা আৰু অবিশ্বাস্য ঐশ্বৰ্য্য। কিন্তু তাৰ অপপ্ৰয়োগত বহুমানুহৰ জীৱনৰ যতি পৰিল, হিমালয়ৰ বহু উচ্চ চূড়া ভূলুণ্ঠিত হ'ল আৰু বহু প্ৰেমিক প্ৰেমিকাৰ অপূৰণ আশা শূন্যত বিলীন হৈ গ'ল। কিন্তু পালেনে বিচাৰি সম্ৰাট অশোকে তাত জীৱনৰ তাৎপৰ্য্য ? নাপালে। কোনোৱে আজিলৈ পোৱা নাই' একে উশাহে কথাখিনি কৈ গ'লো। কথাখিনিযেন অকল হিৰণকে কৈ যোৱা নাই, যেন কৈ গৈছো উৎকণ্ঠিত জনতাৰ এক প্ৰতিনিধিকহে যাৰ জনাৰ, বুজাৰ আৰু হৃদয়ঙ্গম কৰাৰ মানসিক প্ৰস্তুতি আছে। কিবা এক অচিন আবেগত মোৰ গাৰ প্ৰত্যেকডাল নোমেই যেন শিয়ৰি উঠিছে। হিৰণে আকৌ প্ৰশ্ন কৰিলে—'কি সেয়া জীৱনৰ তাৎপৰ্য্য, ভিনীহিদেউ ?" "পাৰ্থিৱ বাতুলতাই যে জীৱনক একোকে দিব নোৱাৰে সেয়া কেৱল সম্ৰাট অশোকেই প্ৰমাণ কৰা

নাই। সেই প্ৰমাণ আজিও পাই আছো। আজি হয়তো বুদ্ধ নাই, কিন্তু মাকৰ কোলাৰ কেচুৱাৰ হাঁহিখিনি? গছ বিৰিখৰ, চৰাই চিৰিকতিৰ নিৰপেক্ষ ডাম্ভগুলি আৰু ভৰাবে বুটা কৰা নিৰ্ম্মল আকাশখনি আজিও আছে। আৰু আছে অতল জলধিৰ পাৰৰ বালিত বহু সহস্ৰ চাহজাহানৰ ভৰিৰ খোজ।

' জিনীহিদেউ"

—'হিৰণৰ কথাত হঠাতে চমক্ খাই উঠিলো। মই যেন আবেগৰ তুষাৰ নৈত অকলশৰে বহুদূৰ উটি গ'লো। ক'তো অকলশৰেতো নহয়? ফিৰণো আছে লগতে টেবেচাও। এবা, হিৰণে মোক জীৱনৰ তাৎপৰ্য্যৰ কথা সুধিছিল। মই জীৱনৰ তাৎপৰ্য্যনো কি তাকেহে কম হিৰণক?

অশোকৰ বৈষয়িক সম্ভোগ, ঘোৰ সাম্ৰাজ্যবাদ আৰু হিংসাৰ লহমা এদিন বুদ্ধৰ চৰণতলত জয় পৰি গৈছিল। অশোকে ভালদৰে বুজি পাইছিল জীৱনৰ তাৎপৰ্য্য, জীৱনৰ মৌলিক আৰু বুনিয়াদী কৰ্ম্মতহে নিবদ্ধ। মৌলিকতা বুজিবলৈ হ'লে মূল চৰিত্ৰৰ পদতলত আত্মসমৰ্পণ কৰিবই লাগিব। বুদ্ধই বুজিছিল, অশোকে বুজা নাছিল, বুদ্ধই জানিছিল, অশোকে জনা নাছিল। সেই তাৎপৰ্য্যৰে সাক্ষী এয়া শিলৰ ফলকবোৰ না? বুজিলিনে জীৱন কি? হয়তো বুজা নাই—হয়তো বুজিছ। এয়া আমি খোজ কাঢ়ি অহা উঠাগড়া পাহাৰী বাটৰ, আমি খোজ নকঢা বাটৰ প্ৰত্যেকটো ধুলিকণাই জীৱন ইতিহাসৰ একোখিলা পাত। প্ৰত্যেকটো শিলেই একোগৰাকী অহল্যা। হয়তো এনে বহু অহল্যাৰ কাহিনী মই কৈয়েই যাব লাগিব। শুনিবিনে না?"

"নিশ্চয় শুনিম জিনীহিদেউ"—হিৰণে সাউতকৰে উত্তৰ দিয়ে। "নিৰ্জীৱ একোচটা শিল, নিষ্প্ৰাণ একোখন শিলৰ ফলক বা

জীৱনৰ মূল পাইছিঁ যোৱা এৰোটা যুগ মোৰ বাবে সদায়েই সজীৱ, সদায়েই প্ৰাণস্পৰ্শী। প্ৰতিশ্ৰুতি দিলো মই সময়ও এনে বহু কথা কেৱল তোকেই ক'ম - কেৱল তোকেই। বাটত বুটলি পোৱা মণি মুকুতাবোৰ কুটা জোলোঙাত সাঁচিছিলো। নাজানো কাৰ পদূলিত সেয়া শামুক হৈ আছে।"

এতিয়া আমি প্ৰায় নদীটোৰ পাৰে পাৰেগৈ আছো ইয়াৰ পৰাই গাঁৱৰ মানুহৰ খেতিপথাৰ আৰম্ভ হৈছে। নদীৰ কাষৰৰ সমতল অংশ বিশেষত লানি লানি কদৌ খেতিৰ ডবলবোৰত আৰু ছাতে শাৰি শাৰি অকৃগছবোৰত আৰু সন্মুখৰ অলপদূৰত অলভ্য পৰ্ব্বতৰ অটল চূৰাৰ গাত নদীৰ ফাঁকেদি সৰকি অহা সূৰ্য্যৰ তেজৰঙা কিৰণবোৰ সিচৰতি হৈ পৰি ঠাইখণ্ড ইমান উজ্জ্বলাই তুলিছে যেন ভগৱানৰ সৃষ্টিৰ ইয়ো এখন অপূৰ্ব্ব ৰম্য কাননহে।

নদীৰ কিলাকুটীয়া ভাঁজটোৰ কাষৰত ঘোঁৰা বাখি প্ৰথমে হিৰণে মোক মাত দি উঠিল—"তিনীহিদেউ বৰ পিয়াহ লাগিছে, নমাই দিব ?" তাৰ পিচতে টৈবেচাইও কৈ উঠিল— 'অ বিন্নীদো মুকুনমাই দিবি, মুক বৰ পিয়া লাগিছে।" অৱশ্যে, ঘোঁৰা আৰু মানুহ উভয়ৰে অলপ জিৰণিৰো দৰ্কাৰ হৈছিল। সেয়ে, মই দুয়োকো ঘোঁৰাৰ পৰা নমাই দিলো। ঘোঁৰা অলপ আঁতৰি গৈ ঘাঁহ খোৱাত লাগিল। দৈমাক ৰখীয়াখৈ আমি তিনিও নদীলৈ খোজ দিলো। নদীৰ বুকুৰ এচটা বহল শিলক লক্ষ্য কৰি, ইটো শিলৰ পৰা সিটো শিলত ভৰি দি দি হাত জোৰাই আগবাঢ়ি গৈ শিলচটাৰ ওপৰত তিনিও বহি ল'লো। পানীৰ সোঁত আহি আমি বহা শিলচটাত কোৰ খোৱাত ফুল-জাৰীৰ দৰে পানীবোৰ চিটিকি আছে। তাৰে দুইচাৰি কণা বতাহৰ কোবত আমাৰ গাতো পৰিছেহি। বিশেষকৈ অৱশ্যে

একো নাই। কিন্তু তাকে অজুহাত দেখুৱাই ছুয়োজনীয়ে যিমান পাৰে ওচৰ চাপি মোৰ গাতে গা লগাই বহিল।

ৰবৰুৰ চেঁচা পানী বেচিকৈ খালে অসুখ হ’ব পাৰে ভাবি, হাতৰ তলুৱাত পানী লৈ অলপ গৰম হ’লে এঢোক এঢোক্‌কৈ খাবলৈ দুয়োকো ক’লো। অভিমানৰ সুৰতে হিৰণে কৈ উঠিল—‘নেখাওঁ যা ?” তাইৰ সুৰতে সুৰ মিলাই টেৰেচাইও ক’লে “বিনীঅ মুয়ু নেকাও যা ?”

কিমান আঙলি এই টেৰেচাজনীয়ে ? তাই নিজকে বুজি পাই এনেটো কৰিছে, নে হিৰণকহে অনুকৰণ কৰিছে ?

সিহঁতৰ কথাকে ভাবি মই তন্ময় হৈ পৰিছো। নিৰৱ হৈ থকা দেখি হিৰণে আকৌ আৰম্ভ কৰিলে—‘জানে ভিনীহিদেউ, ইমান উটুঙ্গ পৰ্ব্বত মালাৰ দুৰ্গম পথ অতিক্ৰম কৰিও আপোনাক বিচাৰি আহিছো—আপোনাৰে মৰম আকলুৱা হৈ। আপুনি কিমান মহান, অথচ ইমান নিষ্ঠুৰ হ’ব পাৰে কেনেকৈ তাকে ভাবি আচৰিত হৈছো। আপুনি নিশ্চিত হওঁক ভিনীহিদেউ, মই আৰু জীৱনত কেতিয়াও ভুল নকৰো আৰু আপুনিও ভুল নকৰিব মোক এধানি মৰম যাচিবলৈ দেই।”

তেতিয়াও মই নিৰৱে থকা দেখি হিৰণে মোৰ গাতো জোকাৰি জোঁকাৰি ক’বলৈ ধৰিলে—“কওঁক, কওঁক, মোক জানো আগৰ দৰেই মৰম নকৰিব ? মোক আগৰ দৰেই মৰম কৰিবদেই ভিনীহিদেউ ? নহলে, মই নিঃশেষ হৈ যাম—হয়তো আৰু বাচিও নেথাকিম জানে ?”

কহোন মাজনী, মোৰ জানো কোনো ব্যতিক্ৰম হ’ল ? —এই বুলি সুধিবহে পালো তাই ভপৰাই কৈ উঠিল—‘ও হ’লতো। নহ’লে জানো, পানী কেইচোলো আমাক খুৱাই দিব নেপায় ?”

"এৰা বৰ ভুলেই হ'ল—দুষ্টাজনী মোৰ ?" —বুলি হাতৰ তলুৱাত পানী লৈ লাহে লাহে দুয়োকো খুৱাই গ'লো। দুয়োৰে মন অযুত আনন্দত ভৰি উঠিল আৰু ময়ো অশেষ তৃপ্তি অনুভৱ কৰিলো। সেই আনন্দতে প্ৰথমে গুণ গুণাই আৰু তাৰ পিচত ক্ৰমে ডাঙৰকৈ—

"ভিনী আমাৰ মৰমৰে
ভিনী আমাৰ চেনেহৰে,
বিচাৰি বিচাৰি মৰমকে,
মৰম আকলুৱা হৈ—
ভিনী'ক বিচাৰি-ভিনীৰে কাষলে
আহিছো আমি মৰম আকলুৱা হৈ"।

ভিনীৰ মৰমে আমাক আকুল কৰে,
ভিনীৰ মৰমে আমাক ব্যাকুল কৰে,
ভিনীৰ মৰমে আমাক চিনে চিনে,
সৰগৰ মৰম যেন মৰতত ৰচে ৰচে।' —বুলি গীত আৰম্ভ কৰিলে দুয়ো। মই ঠিয় হোৱাৰ লগে লগে মোৰ গলতে ধৰি দুয়ো ঠিয় হ'ল। ময়ো দুই হাতেৰে দুয়োৰো কোমৰত সাৱটি ধৰিলো। লগে লগে হিৰণে আকৌ আৰম্ভ কৰিলে— তিনিও একে লগে গাই গ'লো—

"আহা আগুৱাই যাও—
বাধাৰ প্ৰাচীৰ ভাগি এক হৈ যাও,
মৰমে সাৱটি আহা আগুৱাই যাও,
ধৰমৰ পাৰ ভাগি প্ৰণয় বিলাও,
মৰতত মৰম বিলাও
মৰতত সৰগ ৰচি যাও
আহা আমি আগুৱাই যাও।"

নিতম্ব পৰ্ব্বতৰ গম্ভীৰতা ভেদি গানৰ সুৰে দশোদিশ তুলিলে কঁপাই। গানৰ সুৰ-স্বৰৰ লহৰে লহৰে নাচি বাগি ইটো শিলৰ পৰা সিটো শিলত ভৰি দি দি লাহে লাহে আমি উঠিলোহি পাৰত। নদীৰ পাৰে পাৰে, পৰ্ব্বতৰ কাপে কাপে, ইটো শিলৰ পৰা সিটো শিলত আওজি আওজি ইডাল গছৰ পৰা সিডাল গছত লুকাভাকু খেলি খেলি গান আৰু নাচত ধৰণী কঁপাই আগে আগে গৈ আছো আমাৰ যাত্ৰা পথত আমি আৰু পিচে পিচে গৈ আছে আমাৰ দৈমা মেলং, আৰু টাচি। আমি পাহৰি গৈছো আহিছো ক’ৰ পৰা নতুবা যামেই বা ক’লৈ? গান, নাচ, লুকা ভাকু আৰু সাৱটা সাৱটিৰে পৃথিৱীৰ বাস্তৱতাক পাহৰি আমি যেন কল্পনাৰ কোনো এক অজানদিগন্তত নাই হৈ গৈছো।

এইবাৰ সিহঁত দুয়ো আগত আৰু মই অলপ পিচত। হঠাতে দুয়োজনীয়ে ভীষণ ভয় খাই মোক সাৱটি ধৰিলেহি। মোৰ যেন টোপনিহে ভাগিল। বনৰীয়া ছাগলী এটি অলপ দূৰত দেখিহে সিহঁত অলপ শান্ত হ’ল। ঘৰচীয়া ছাগলীৰ লগত মিল থকা বাবে চিনি পোৱাত সিহঁতৰ বিশেষ একো অসুবিধা নহ’ল। কি যে ভাগ্য সচাকৈয়ে? ধোবাৰ পিঠিৰ পৰা ৰাইফলটো উলিয়াই ধোবাৰ ছাঁ লৈয়ে গুলি এৰি দিলো ছাগলীটো লক্ষ্য কৰি। ছাগলী বাগৰি পৰিল। ছাগলীটো টানি আনি ধোবাৰ পিঠিত বান্ধি ল’লো। ভাল চিকাৰ এটা পোৱাত টেৰেচা আৰু মোৰ বৰ ভাল লাগিল। কিন্তু, হিৰণে মোক ক’লে- “ভিনীহিদেউ আপুনি বৰ নিষ্ঠুৰ। বনছাগলীটো জানো হিংস্ৰজন্তু যে তাক আপুনি গুলিয়াই মাৰিব পায়? কিয় আপুনিয়েই জানো মোক কোৱা নাছিলে—“আত্মকেন্দ্ৰিক প্ৰণয়-অন্ধতাৰে ভোৰ দৰে আভৰণ উদঙাই দিয়াতকৈ, জ্ঞানৰ মাৰু-

কাঠিৰ ৰহস্যাবৃতা এই পৃথিবীৰ আভৰণ উদণ্ডাই গছ বিবিধ পশুপক্ষী জীৱজন্তু আৰু সমগ্ৰ মানৱ জাতিৰ একাত্মিক প্ৰণয়ৰ উৎস যাতে উদ্ঘাটন কৰিব পাৰি সেইটোহে আমাৰ লক্ষ্য হোৱা উচিত ? —তেনে এজনা উপদেশ দাতাৰ আজিৰ এনে এটি হীন আদৰ্শ অতি লজ্জাজনক ভিনীহিদেউ !"

মোৰ তেনে গধাৰ উক্তি তাই যে পাৰি যোৱা নাই সেই কাৰণে তাইৰ প্ৰতি মোৰ আৰু বেচি ভাল লাগি গ'ল। মই আপোনাৰ হৈ তাইক সাবটি, স্নেহাবেগত তাইৰ গালত এটি চুমা আঁকি দি সজোৰে তাইৰ হাত দুখন মোৰ বুকুলৈ টানি লৈ ক'লো— মাজনী তই নিচিন্ত হ মই এনে কাম আৰু কাহানিও নকৰো।"

ছেৰগাওঁ পাবলৈ এতিয়াও দুই মাইলমান ৰাস্তা বাকী আছে। ইতিমধ্যে সুৰুযৰ ক্ষীণ পোহৰে সন্ধ্যাৰ আগলি বাতৰি আমাক দিছেহি। সন্ধ্যাৰ আগমনত তেজৰঙা সুৰুযৰ শেঁতা পৰা সোণালী আভাবোৰ সুদূৰ দিগন্তৰ পৰা চুৰাৰ ফাঁকে ফাঁকে সৰকি আহি অতিকৈ পথশ্ৰান্ত হৈ যেন ওখ ওখ বিবিধৰ ডাল পাতবোৰত আশ্ৰয়হে লৈছেহি। লগে লগে নামি আহিছে আমাৰ মূৰৰ ওপৰলৈ চাটি চাটি শীত প্ৰবাহৰ জাউৰিবোৰ ভগা ছিগা মেঘৰ দৰে অকণি অকণি বৰফৰ টুকুৰাবোৰ লৈ আৰু লাহে লাহে আঁতৰি গৈছে আমাৰ চুলিবোৰৰ ওপৰত লানি নিছিগা অজস্ৰ মুকুতাৰ মালা গাঁথি থৈ। এতিয়া শীতে আমাক বাৰকৈয়ে বিন্ধিছে। শীতৰ কোবত গালৰ ৰঙা তেজৰ চপৰাবোৰ লাহে লাহে ক'লা পৰি আহিছে আৰু তামোল বুলিয়া ওঁঠবোৰ শেঁতা পৰি গৈছে।

নদী পাৰ হৈ আৰু এমাইলমান গ'লেই আমি ছেৰগাওঁ পামগৈ। ঠাই ভোখৰ মোৰ বাবে চিনাকি হৈ পৰিছে।

সন্ধ্যাৰ আগে আগে ঘোঁৰা চাবলৈ প্ৰায়েই মই ইয়ালৈ আহোঁ। কেতিয়াবা নদীটো পাৰ হওঁ আৰু কেতিয়াবা নহওঁ। পাৰ হোৱাত কোনো অসুবিধাও নাই। নদীটোৰ এই খণ্ড ঠাই কিছু বহল আৰু তৰাং। এতিয়া পানী মাত্ৰ একাঠু মানহে আছে। বনছাগলীটো নমাই হিৰণ আৰু টেৰেচাক ঘোঁৰাত তুলি নদীতো পাৰ হ'বলৈ দি ইটো শিলৰ পৰা সিটো শিলত জপিয়াই জপিয়াই পানীত ননমাকৈয়ে কিছুদূৰ যাবলৈ মই চেষ্টা কৰিছো। নহ'লে যিহে চেঁচা পানী। তেতিয়া ঘোঁৰাৰ লক্ষ্য পাৰত আৰু মোৰ লক্ষ্য শিলত। মাজে সময়ে মূৰ তুলি চাইছো আৰু কিমান দূৰ মই আগবাঢ়িব পাৰিম। হঠাতে দেখিলো মেলেংয়ে আগ ঠেংত পিচল খাই খোজ ৰাখিব পৰা নাই। বহু চেষ্টা কৰিও গাৰ ভাৰ ৰাখিব নোৱাৰি আঠু কাটি পৰি গৈছে আৰু লগে লগে হিৰণো চিটিকি পৰিছে। এক মুহূৰ্ত্তও নষ্ট নকৰি মই গৈ তাইক উঠাই দিবলৈ চেষ্টা কৰিলো। কিন্তু তাইৰ সোঁওভৰিখন শিলৰ ফাকত সোমাই ভৰিৰ সক গাঠিত লাগি ধৰাত তাইক পোনকৈ ঠিয় কৰাব নোৱাৰিলো। তেতিয়াও তাইক সাৱটি ধৰি থকাতকৈ অন্য উপায় মই বিচাৰি পোৱা নাই। ভৰিখন কি ভাবে আছে চোৱা হওঁক ভাবি এখন হাতেৰে তাইক মোৰ গলত ধৰিবলৈ দি ময়ো বাওঁখন হাতেৰে গলৰ তল কালেদি হাতখন দি হাতৰ কিলাকুটিৰ ওপৰত তাইৰ গলটো ওলোমাই লৈ সোঁহাতেৰে আঠুৰ পৰা ভৰিৰ পতালৈ হাত বুলাই গ'লো। ভৰিত হাত পৰাৰ লগে লগে তাই চিঞৰি উঠিল—"লাগিলে মোৰ ভৰি তাতেই থাকক আপুনি ছুচুৰ ছুচুৰ ভিনীহিদেউ।" 'আতুৰত নিয়ম নাস্তি, তাত কোনো দোষ নহব মাজনী"—বুলি কোৱাত তাই আৰু একো আপত্তি নকৰিলে। তাৰ পিচত মই বৰ সন্তৰ্পণে কাটটোৰ বহল

মুখখন কোনফালে আছে খপিয়াই চাই বুজিলো। শিলৰ ফাটটোৰ ওপৰ অংশ সমান আৰু ঠেক আৰু ভিতৰ ফালে ক্ৰমে বহল। ভৰিৰ সৰু গাঠি বহল হোৱা বাবে পোনে পোনে কেতিয়াও ওলাই আহিব নোৱাৰে। সেইবাবে ভৰিখন ওপৰলৈ নেটানি তললৈ ঠেলি দিলো। ঠেলি দিয়াৰ লগে লগে সৰু গাঠিটো এৰা খোৱাত ভৰিখনত ধৰি সোমোৱাৰ ফালেদি লাহেকৈ উলিয়াই আনিলো। তাই ঠিয় হ'ল।

যাইহওক এনে এটি আকস্মিক বিপদৰ পৰা কোনোমতে ৰক্ষা পালো। হাতত ধৰি লাহে লাহে তাইক পাৰলৈ উঠাই আনিলো। তাই বৰকৈ কঁপিছিল বৰফৰ চেঁচাপানীত ডুবি ঠাণ্ডা লগা বাবে আৰু তাই বৰ ভয়ো খাইছিল—সেই বাবে। পাইজামাটো মাত্ৰ ৰাখি ততাতৈয়াকৈ আনবোৰ কাপোৰ খুলি মোৰ গৰম কোটটো পিন্ধাই আৰু টেবেচাৰ গৰম চাল কাপোৰখন মেৰাই দি খিতাতে বন পাত জোগাৰ কৰি জুই একুৰা ধৰি ল'লো আৰু জুইৰ কাষত তিনিওজন বহি পৰিলো। জুইৰ উমত হিৰণ বহুখিনি স্বভাৱিক হৈ পৰিল। হঠাতে মোৰ ওঠৰ ফাঁকেৰে হাঁহি এটা ওলাই আহিল—মৃদু হাঁহি।

'হাঁহিছে তিনীহিদেউ ?''

'এৰা হাহিছো অ' ।''

"কেলেই হাঁহিছে, ক'ব লাগিব" ।

'হয়নে, কৈছো শুন। আজি মোৰ হাতত পিকাচোৰ ৰঙতুলি নাই, নহ'লে কি কৰিলোহঁতেন জান ?''

"কি" ?

"প্ৰস্তৰ দুই যুগৰ চেপাত গাভৰুৰ সকগাঠি বুজি এখনি চিত্ৰ আঁকিলোহেঁতেন ?"

"থ'ক ঠাট্টা কৰিব নালাগে"—এই বুলি হিৰণে মুখখন

ঘূৰাই দিলে। টেৰেচাই কথাৰ সুৰ সুবুদ্ধি এনেয়ে এবাৰ হাঁহি দিলে। "নহয় অ' আঁকৰী ঠাট্টা কৰা নাই নহয়? এই দুই প্ৰাচীন শিল হয়তো দুটা যুগৰ অপ্ৰকাশিত স্বাক্ষৰ যাৰ প্ৰচণ্ড হেঁচাত আজিৰ ডেকা গাভৰুহঁত নিৰুপায়—কোন বাটে যায়'।

ইমান সাধাৰণ কথাটোকে আপুনি ইমান অসাধৰণলৈ লৈ গল? আপোনাৰ প্ৰতিভাৰ আগত আমিবোৰ বাৰু কি ভিনীহিদেউ? হিৰণে গম্ভীৰ স্বৰেৰে সোধে।

হিৰণ, মাজনী মোৰ, তই আৰু টেৰেচা মোৰ অনুপ্ৰেৰণা। তহঁতে প্ৰশ্ন কৰ, মই উত্তৰ দিম—এই বুলি দুয়োজনীকে হাতত ধৰি বহাৰ পৰা উঠি পৰিলো। বহু বেলি হ'ল, যাওঁগৈ বল'—বুলি আমি আকৌ যাত্ৰা আৰম্ভ কৰিলো।

আমি প্ৰায় পাইছোহিয়েই। সন্মুখৰ গৰাটো উঠিলেই আমি ঘৰ পাম। আমাক আঁতৰৰ পৰা দেখিবলৈ পাই মোৰ পত্নী, গাঁৱৰ বহুতো মুনিহ তিৰোতা, ডেকা-গাভৰু আৰু লৰা ছোৱালী আমাক আদৰিবলৈ আগবাঢ়ি আহিছে। ইতিমধ্যে হিৰণ বহুখিনি সুস্থ হৈ উঠিছে। মানুহ খিনি আহি থাকি আমাৰ সন্মুখত ঠিয় হোৱাত হিৰণক ঘোঁৰাৰ পৰা নমাই দিলো। নদীত পৰি তাইৰ তেনে অৱস্থা হোৱা দেখি আত্মীয়ে বৰ দুখ কৰিলে। ইমানবোৰ মানুহে আদৰিবলৈ অহা জানি হিৰণ আৰু টেৰেচাৰ বৰ আনন্দ লাগিল আৰু সকলোকে দুয়ো হাতজুৰি প্ৰণাম জনালতে দুজনী ছোৱালী আগবাঢ়ি আহি বগা গামোচা গলত মেৰিয়াই দি দুয়োকো স্বাগতম জনালে। দুৰটল লাউপানী, দুখবাহী তৰকাৰী আৰু পোৱা মাছৰ ছুটা টোপোলা দুয়োগৰাকীলৈ আগবঢ়াই দি গাওঁবুঢ়াই কৈ গ'ল— 'লাউ

পানী নেকালেও আমি কিবা বেয়া নেপামদেই ? আমাৰ নিয়ম আছে অতিথিক দিবই লাগে। তুমি বৈয়াম মানুহখান হাৰা (জ্ঞানী বিজ্ঞ) আছে। আমাৰ হাৰা নাই। চাৰখান উলুপ হুগাই (শিকাই) দি ছ আমি বাল পাইছে। তুমি দুইখানে আমাক হুগাই দিবি—আমি বাল অম্। ঐ-ঐনে ?"—বুলি গাওঁবুঢ়াই আনবোৰক সুধিশাতে আটায়ে একেমুখে 'ঐ ঐ" (হয় হয়) বুলি সমৰ্থন কৰিলে। দুই এখোজকৈ আহি থাকি আমি ইতিমধ্যে ঘৰৰ পদূলিমুখ পালোহিয়েই। বন ছাগলীটো আনিবলৈ কৈ আমি চাৰিও ঘৰ সোমালো। ঘৰটোত এতিয়াৰ পৰা দুইগুচি চাৰি হ'লো। জনসংখ্যা যেতিয়া দুগুণ হ'ল, ঘৰটোৰ ৰঙো যেনিবা দুগুণে চৰিল। বনছাগলীটো আনি বাচিকুটি আমাকো এভাগ দিলেহি।

## ৮

ঐয়া ছেৰগাওঁ। ছেৰগাঁৱৰ দক্ষিণ পশ্চিমৰ পৰা উত্তৰলৈ এথাৰ লানি পৰ্ব্বতে—থাক ইলেভেন ব্ৰাদৰ্চ আখ্যা দিয়া হৈছে, সমান ব্যৱধানৰ আগপাচকৈ ঠাটাভকৈ সিটো ক্ৰমে ওখ আৰু ভপা ভপা মূৰবোৰ ঠিয়কৈ ৰাখি কোনো যোগীতপস্বীৰ দৰে নদীটোৰ পাৰতে বহি থাকি প্ৰতিক্ষণে যেন ক'ব লাগিছে—ভ্ৰাতৃত্ববোধৰ মহান আদৰ্শ কোন চোৱাঁহি আমাকে। দক্ষিণৰ কালে তাঁৰজোৰা টিলাটোত পাতল সৰল গছৰ মাজত ভাঙৰ লাগানটোৰ (মন্দিৰটোৰ) থাঁহৰ চোঁচেৰে যোৱা চাঁকহুৰমৰ ওপৰত ৰাতিৰ হিমৰ চামনিবোৰ পুৱাৰ ধাঁদালিত উৰিযোৱাৰ

দৃশ্য যেতিয়া দৃশ্যমান হয়, প্ৰহৰীৰ ৰজনী বিদায় সংকেত ধ্বনিয়ে ইটো চূড়াৰ পৰা সিটো চূড়াত ঠেকা খাই খাই সকলোকে জগাই দি যায়। পূবত ধনুকুঞ্জা পৰ্ব্বত শাৰীৰ সবল গছবোৰৰ ফাঁকেদি সৰকি অহা সূৰ্য্যোদয়ৰ সেন্দুৰ বুলিয়া আভাবোৰে সন্মুখৰ জীয়াল দিনটোৰ কৰ্ম্মব্যস্ত তালিকাখনলৈ সোঁৱৰাই দি জীৱনৰ ৰঙীন গাথাবোৰত যেন বাস্তৱৰ বোল সানিছে যায়। একেবাৰে উত্তৰ পূৱত ধাঁহনি দৰাৰে বিৰাট মৈদামখন আৰু তাৰ কাষেৰে বৈ যোৱা নদীখনৰ পাৰে পাৰে হালি জালি জাউবনৰ শাৰীবোৰে, বগা বগা পাহিমেলি বতাহত হালি নাচি, ইডালে সিডালে সাবটি গাবিচি, ৰাবিলাই যেন শান্তিৰ পৰশ বুলাই যায়। মাজতে সেউজীয়া ধাঁহনিদৰা বুকুত লৈ প্ৰণয় আৰু মিলণৰ এনাজৰীদালেদি বান্ধখোৱা শাৰী শাৰী চাংঘৰবোৰে গাঁৱৰ সবাকো বান্ধি ৰাখি যেন আদিম ঐতিহ্যৰ জয়গাথা গায়।

এনেহেন সৌন্দৰ্য্যৰাণী চেৰগাঁৱৰ বহল বাটটোৰ কাষৰতে শাৰী শাৰী জাত্ৰা গছৰ গাতে লাগো লাগোকৈ থকা সেই একেদালি এনাজৰীৰে বান্ধি ৰখা ঘৰটোতে থাকি আমিও দৈনন্দিন কৰ্ম্মৰ মাজেৰে নাচ গান, খেলাধূলা, লুকাভাকু আৰু হাঁহিতামোচাৰে চেৰগাঁৱৰ আকাশ কঁপাই আনন্দমুখৰ পৰিবেশৰ মাজেৰে দিনবোৰ পাৰকৰি গৈ আছো— নাই তাত কোনো দুখ, কোনো বেজাৰ বা কোনো নিৰানন্দৰ আবেশ। কেতিয়াবা মই এক + সিইত তিনিও = চাৰিও এক হৈ যাওঁ। কেতিয়াবা দুয়ে + দুয়ে = চাৰিও এক হৈ যাওঁ আৰু কেতিয়াবা আকৌ তিনি + একে = চাৰিও এক হৈ যাওঁ। বাস্তৱতা আমাৰ পৰা আঁতৰি যেন স্বপ্নত বিলীন হৈ গৈছে। চেৰগাঁৱৰ পৃথিবী যেন পৃথিবী হৈ থকা নাই। আমাৰ মনত ই যেন কোনো এক স্বপ্ন পুৰীহে।

মই অভিমান কৰো। স্বকল্পিত মোৰ মিছা অভিমানত কেতিয়াবা বিচনাত গৈ মিছা টোপনিত লালকাল হৈ পৰো। মাভেহে মাতে—মুঠেহে মুঠ। কিন্তু হিয়াভৰা মৰমে উপচি উঠক। তিনি থন বুকুৰ উপৰ্যুপৰি একো একো বুকু মৰম নেওচি মুঠি জানো পাৰো? তিনিওৰে গাত হাতৰ পৰশ বুলাই বিচনাৰ পৰা মই নামি আহো ভাতৰ পাতলৈ। যেন মই ভাত নেখাওঁহে। ইহাত্ সিহাত কৈ তিনিও হাতে এইকণ খাওক সেইকণ খাওক আৰু নেখালে—খাবই লাগিব কৈ যেতিয়া মোক খুৱাই খুৱাই যায়—পেটত ধৰাতকৈ আৰু কেইগৰাহ মই বেচিকৈহে খাওঁ। কিমান মধুৰ মোৰ এই দিনবোৰ যে!

এদিনৰ কথা। সেইদিনা মোৰ সন্মুখৰ দিগন্তলৈ যেন এডৰা ক'লা মেঘৰ চপৰা দৌৰিছিল। মোৰ কৰ্ত্তব্যশেষ কৰি ঘৰপাও মানে চাৰিবাজি গৈছিল। অলপ আঁতৰৰ পৰা আমাৰ অকলশৰীয়া ঘৰটোত অকলশৰীয়া এডৰা মেঘৰ এটি ছাঁ পৰা যেন মোৰ অনুভৱ হৈছিল। মনতো মোৰ সেমেকি পৰিছিল। বেগাই ঘৰৰ ভিতৰলৈ সোমাই গৈছিলো। তেতিয়া মোৰ পত্নীয়ে চৌকাৰ ওচৰত অকলে বহি চাহজলপান কৰাত ব্যস্ত আছিল। অলপ ইকাল-সিকাল্ কৈ ঘূৰি চাই ছিৰণ আৰু টেবেচাক নেদেখি—'হেৰা, সিহঁত ছজনী আকৌ?"—বুলি সুধি পেলালো। মোৰ কথাষাৰ শেষ হ'বলৈ নৌপাওঁতেই তেৰাই কৈ উঠিল "ইচ মই জানো নহয়, সিহঁত কাষৰত নেথাকিলে অলপো থাকিব নোৱাৰাযে?" অলপো নবৈ ময়ো উত্তৰ দিলো— 'হয় হয় বৰ জগৰটো লগালো দিয়া? আজিৰ পৰা সিহঁতৰ নামেই নুলিয়াওঁ বাৰু, বুজিছা?" মোৰ সুৰতে সুৰ মিলাই তেৰায়ো কৈ উঠিল—"সিহঁতৰ নাম উলিয়ালে ময়ো ভাত নোখোৱা হ'ম—চাবা আকৌ?" "হয় নেকি?"—বুলি মিছা অভিমানেৰে

মুখখন বৰ গধুৰ কৰি বাহিৰলৈ বুলি খোজ দিওঁকি নিদিওকৈ মুখখন ঘূৰাই এখন ভৰি আগবঢ়াইছোঁহে, তেৰাই মোক আগ ভেটি ধৰি ক'ব'ল ধৰিলে ইমান দুষ্ট মোৰ সোণটোযে ? মই মনটোহে চালো ? সিহঁত হুযোজনী গা ধুবলৈ গৈছে। সিহঁ ত কি কৈ গৈছে জানা ? তুমি আনিবলৈ নোযোৱালৈকে হোনো সিহঁত নাহে। সিহঁত অলপ আঁতৰি থাকিলেই মোৰো মনটো বৰ বেয়া লগা হ'ল সিহঁত গ'লে মই যে কেনেকৈ থাকিম আজি অকলে থাকি তাকেই ভাবিছো। এইকণ আঁতৰি যাওঁতেই মনটো কিমান বেযা লাগিছে— জানা ? জলপান খিনি সোনকালে খাইউঠি সিহঁতক লৈ আহা গৈ দেই ?'

কেনেকৈ কলে মই কেনেখন খেল খেলিম তেওঁৰো বেচ বুজা আছে আৰু মোৰ খেলত তেওঁ কোনকৈ অংশ গ্ৰহণ কৰিব সেইটোয়ো মোৰ বেচ জনা আছে। খাই উঠি 'তেনেহ'লে সিহঁতক লৈ আহোগৈ দিযা''— বুলি গা ধুবলৈ ওলাই গ'লো।

গাঁৱঁৰ ইঘৰ সিঘৰকৈ প্ৰত্যেকঘৰ মাঁহুইৰ ঘৰলৈ গ'লো কিন্তু সিহঁতক ক'তো বিচাৰি নেপালো। পানীৰ নলাৰ ওচৰত বহুতো তিৰোতা আৰু গাভৰু থোপ খাই থকা দেখি ওচৰলৈকে গ'লো কিন্তু তাতো নেদখিলো। সিহঁতে মোক ঠগিম্ বুলি কোনো বুদ্ধি সাজি এনেটো কৰিছে নেকি ? —এনে এটা ভাব মনলৈ অহাত বঁৰি বাপেকে দিম নহয় মযো মজা পালি ? —বুলি মুখত মিছা খং এমোকোৰা লৈ যাঁতে সিহঁতে দেখি-লেই মোৰ ভীষণ খং উঠা বুলি ভাবে ঠিক তেনেদৰে ঘৰলৈ টোচা দিলো। ঘৰ পাই দেখিলো সঁচাই, সিহঁত ঘৰত নাই। মোৰ মিছা খংটো এনেয়ে গ'ল। ইফালে মোৰ অলপ ভাগৰো লাগিল আৰু আনফালে সিহঁতৰ কথা ভাবি বেয়াও

লাগিল। দুয়ো বাৰান্দাতে বহি লৈ সিহঁতৰ কথাকে আলোচনা কৰিব লাগিছো—সিহঁত কলৈনো গ'ল ? এনে সময়তে কেবাজনীও ছেৰডুকৃপান গাভৰুৱে পানীৰ কলহ ৰচিবে পিঠিত ওলোমাই আমাৰ ফালে আহি থকা দেখিলো। কিজানি এওঁলোকৰ লগতে ওচৰ কাষৰত ঘুৰি ফুৰি আছিলবা ? কিন্তু ক'তা, এওঁলোকৰ লগতো দেখা নাই। ক্ৰমে ওচৰ চাপি এওঁলোক আমাৰ ওচৰ পালেহি। ইফালে এন্ধাৰো নামিল। চিন্তা আমাৰ আৰু বাঢ়িল। হঠাতে দলটোৰ মাজৰ পৰা দুজনী গাভৰুৱে কলহ দুটা পিঠিৰ ৰচিৰ পৰা নমাই ৰচি দুডাল তাতে ৰাখি, চুলি মুকোচা মুখৰ পৰা গুলোটাহ পিচৰ ফালে নিয়াৰ লগে লগে দেখিলো— হিৰণ আৰু টেৰেচাক। বা, কি যে অদ্ভুত ছোৱালী! আমি অবাক হৈ গলো। আমাৰ কিবা সপোন দেখাৰ নিচিনা লাগিল। হিৰণে দৌৰ মৰাৰ দৰে আহি মোৰ পিঠিৰ ফালে আওজি লৈ কান্ধত হাত দুখন ৰাখি মোক ক বলৈ ধৰিলে—'আপুনি আমাক কৈছিলে নহয় ভিনীহিদেউ, আপোনাক ঠগিব নোৱাৰো বুলি ? পিছে, আজি ঠগিলো নহয় ? লাজ লাজ ভিনীহিদেউ। আজি বৰ মতাক ঠগিলো নহয় নে বাইদেউ !'—বুলি তিনিও গিৰ্জনী পাৰি পাৰে মানে হাঁহিলে। মইনো কি ক'ম ? ভাবিবই পৰা নাছিলো যে ছেৰডুকৃপান গাভৰুৰ পোছাক পিন্ধি কোনেও চিনিব নোৱাৰাকৈ সিহঁতে অবিকল ছেৰডুকৃপান গাভৰু হৈ মোক ঠগিব পাৰিব। সচাকৈয়ে, কিমান আচৰিত স্বভাৱৰ এই গাভৰু দুজনী যে ? গাঁৱৰ ছোৱালী বিলাক ইতিমধ্যে ঘৰলৈ ঘুৰিল। পৰিস্থিতিও শান্ত হ'ল। আমিও ঘৰ সোমালো।

ঘৰ সোমাই মই মেজৰ ওচৰতে থকা চকিখনত বহি ল'লো আৰু এওঁলোক তিনিও ওচৰতে থকা বিচনা খনতে বহিল গৈ।

এওঁলোক বহা দেখি ময়ো চকিখন ঘূৰাই লৈ তিনিওৰ মুখামুখিকৈ বহিলো। মোক লাজ দিবলৈ বোধহয় তেতিয়াও মুখ চুপতিয়াই তিনিও ফিচিক্ ফিচিক্‌কৈ হাঁহিয়েই আছিল। এওঁলোকৰ হাঁহিত যোগ নিদিয়া দেখি হিৰণে আৰম্ভ কৰিলে—কওক ভিনীহিদেউ যি তুজনী গাভৰুৱে দিনৰ পিচত ৰাতিকৈ যোৱা কেবামাহো আপোনাৰ লগত খেলি ধূলি থাকিল অথচ এদিন এওঁলোকৰ পোচাক পৰিচ্ছদৰ মাজত সোমাই পৰোতেই আপুনি সিহঁতক চিনিব নোৱাৰিলে। তেনেহলে, এওঁলোককেই বা আপুনি কোনৈক চিনি পাব নতুবা এওঁলোক কোন বুলি সুধিলে কি বুলি পৰিচয় দিব? সেয়ে হলে আপোনাৰ নিচিনা মানুহ ইয়াত থাকিয়েই বা লাভ কি? আপুনি জ্ঞানান্বেষী সঁচা, কিন্তু আজিৰ ঘটনাক্ৰমত নিজেই সোমাই পৰি যি দেখিলো তাৰ পৰা মই বেচ উপলব্ধি কৰিব পাৰিছো—আপোনাৰ বাস্তৱ অন্বেষণত সূক্ষ্ম দৃষ্টিৰ অভাৱ হেতু বাস্তৱতা আৰু জ্ঞানৰ গভীৰতাৰ মাজত এক বিৰাট ব্যৱধান বিৰাজমান। লাজ, লাজ ভিনীহিদেউ, মোৰ মনত ইয়াতকৈ লাজৰ কথা আৰু আন একোৱেই হ'ব নোৱাৰে।"—এই বুলি তাই থমকি ৰ'ল। আমাৰ কাৰো মাত বোল নাই যেনিবা আমি মাতবোৰ পাহৰিছে গৈছো। তাইৰ কথাবোৰে মোৰ অন্তৰত বাককৈয়ে বিন্ধিছে—কিন্তু মোৰ খং উঠা নাই। বৰঞ্চ, তাইৰ কথাবোৰ মই বৰ তাৎপৰ্য্যপূৰ্ণ অনুভৱ কৰিছো আৰু অতিকৈ তদগতমনা হৈ পৰিছো। সেই বাবেই তাইৰ এনে তীক্ষ্ণবাক্যবান মোৰ প্ৰতি বিহিত ব্যৱস্থা বুলিয়েই মই গ্ৰহণ কৰিছো।

কিছুসময় তেনেকৈ বৈ থাকি তাই আকৌ ক'বলৈ ধৰিলে—অ ভিনীহিদেউ একো যেয়া নেপাবদেই? অশেষ কষ্ট দিলো। আৰু নিদিও। যামগৈ। যি এটি অদম্য কামনা বুকুত বান্ধিলৈ

আপোনাৰ ওচৰ চাপিছিলো, সেই একেটি কামনাকে বুকুত বান্ধিলৈ মই আঁতৰি যামগৈ। ইতিমধ্যে দোষ হয়তো বহুতো কৰিলো—ক্ষমা নকৰিবানে ভিনীগিদেউ?’—বুলি বহাৰ পৰা উঠি মোৰ ভৰি দুখনত সাৱটি ধৰিলেছি। তাইক উঠাই মই আকৌ বিচনাত বহুৱাই দিলো। তাই কান্দিবলৈ ধৰিলে। কান্দি কান্দিয়েই তাই বিছনাত শুই পৰিল। ইফালে টেবেচাইও —“মযু যাম নঅয়—অ’ বাইদো অ বিনীদো”—বুলি কান্দিবলৈ আৰম্ভ কৰিলে। সিহঁত যোৱাৰ কথা আমি ভাবিবই নোৱাৰো। যোৱাৰ কথা কোৱাৰ লগে লগে আমাৰ বুকুত যেন হাতুৰিৰ কোবহে পৰিল। সেই কোবত যেন বুকু ভাগি যায় যায়। বিচনাত ঢলিপৰি কান্দি কান্দি আমি যেন নাই হৈ গৈছো। বায়েকে হিৰণ আৰু টেবেচাক সাবটি ধৰি এৰি দিয়া নাই। কান্দি কান্দিয়েই তিনিও বাউলি হৈ পৰিল। ৰাতিও ভালে খিনি হ’লহি। ভাতো বন্ধা নহ’ল, নেখালো কোনোৱে— শুই থাকিলো তেনেকৈয়ে। গোটেই নিশা মোৰ টোপনি নাহিল। একটাই মাত্ৰ চিন্তা মোৰ—সিহঁত যাবগৈ! আমাৰ হাঁহি তামোচাবোৰ কাটি লৈ আকৌ গুচি যাব সিহঁত? চকুপানীৰে গাৰু তিয়াই দিছো তথাপিও অকণো শান্তি পোৱানাই। মনটোক কোনো পধ্যেই মই বুজনি দিব পৰা নাই। মই বুজি পোৱা নাই, ই মোৰ বিষাদ নে বিৰহ? দুদিনৰ অতিথি সিহঁত যাব খুজিছে—যাওক, তাত মোৰ কি হ’ল? একো হোৱা নাই, সঁচা। তথাপিও মনেচোন নেমানে মোৰ? বৰো ভাই ভনীহঁতে গোৱাৰ দৰে মই ভাবিছিলো—

জংলী (জৗহনি) গাহায়া উথাং কাবাং,
জোংলায় মৌহাগান্ বেগে বেগা,,
বংজ্যনায় বৈহাগৌ বৗথৗব।

গৌছী সুদেম জৌলায় ৰ জাগীন,
মিনি ৰালা বালা জৌলায় মৌছাগীন
গীদানয় বীছীৰনি গীদান।

অৰ্থা —

আমাৰ উৰণীয়া মনলৈ
নাচিম আমি হালিজালি
ৰজন জনাই বহাগী বতৰ—।
শীতলমনা আমি আনন্দমুখী
অলিয়া বলিয়া হৈ আমি থাকিম নাচি,
পোহৰাই নতুন বছৰ—।

—কিন্তু কতা? হাঁহি তামোচাৰে ভৰা, সেই আনন্দমুখৰ পৰিবেশ, যিয়ে চেৰগাঁৱৰ দশোদিশ ৰজন জনাই তুলিছিল—সিহঁত যোৱাৰ দিনাৰে পৰা সেই সকলো যে ম্লান পৰি যাব? ব্যাথা আৰু হাহি কান্দোনেৰে ভৰা, সঁচায় কি যে এই জীৱনটো আমাৰ!

এটা দিনৰ দোকমোকালিতে। চকুহুটা মোহাৰি লৈ বাহি বলৈ ওলাই আহি এনেয়ে এবাৰ চাৰিওফালে চাই পঠিয়াইছো। আ, কিমান নিৰানন্দময় আজিৰ এই আকাশখন যে? যেন ঘনক'লা মেঘবোৰে নামি আহি চেৰগাঁৱৰ আকাশখন ঢাকিহে পেলাইছেহি। মেঘবোৰ আঁতৰাই নিবলৈ বতাহবো শক্তি যেন নাইকীয়া হৈ গৈছে। জাউবনৰ পাহিবোৰেও বতাহৰ প্ৰতি-ক্ষাতেই যেন অসাৰ অচৰ হৈ বৈ আছে। যেন পূবৰ অৰুণেও মুখ মেলি ৰংবোৰ আমাৰ গাত সিঁচি দিবলৈ অক্ষম।

* * * *

বিদায়ৰ যাত্ৰাপথত আমাৰ এয়া এটি শেষৰ মুহূৰ্ত। জনপূৰ্ণ

প্লেটফৰ্মখনটো আমি যেন আজি অকলশৰীয়া। টিকট দিয়াৰ পিচত শেষ ঘাণ্টি পৰিল। তিনিও হাতত ধৰাধৰিকৈ আগবাঢ়ি গাড়ীৰ দুৱাৰ মুখত ঠিয় হ লোগৈ। 'আহিলো ভিনীহিদেউ'—বুলি চকুপানী টুকি টুকি মোৰ পৰা বিদায় লৈ দুয়ো গাড়ীত উঠি বহিল। দীঘলকৈ উকি এটা মাৰি বহুতৰ লগতে সিহ তকো লৈ গাড়ী গুচি গ'ল। উকিৰ ফাকেদি সৰকি অহা এটি শব্দৰ এটি—সকৰুণ ধ্বনি মোৰ কাণত বাজি উঠিল ভিনী বিণী অ অ অ অ—

মনত নাই বিদায় বেলাত ইমান বেদনাদায়ক গানটো মিচিং ভাইভনীহঁতৰ ৰচিছিল কোনে জানো?

—পাহাৰ ৰাঙি বাঙিলা
ৰেলে ভুক্‌য়েপ মেমাঙাই
পাহাৰিয়াং ডুম চুপে
লান গেন চুয়েপ মেমাঙাই
দেংগেন চুয়ক্ পকিলাং
নম্মে ঙউৱে চগাপ্‌মাং
গিয়েন্ চুয়ক চেনায়া
দেয়া এফাল দগেমা
চেনায়া।

অৰ্থাৎ—

পাহাৰৰ বুকুভেদি
নেজানিলো গুচিযাব ৰেলে উকিমাৰি
নেজানিলো তুমি যাবাগে আঁতৰি
যেনিবা ভয়তে পলাই হৰিণী।
নেযাবা পখিলি ধৰাৰ ভয়তে আঁতৰি
নেযাবা চেনাই মোৰ ভয়তে আঁতৰি

যদিবা নকৰে আপোন তোমাৰ মৰমে,
নেযাম বলেৰে কদা তোমাৰ কাষলে –
চেনাইঐ ।

—(অভেদ্য পাহাৰৰ বুকু ভেদি বেলে উকি মাৰি গুচি যাব বুলি ভবা নাছিলো আৰু তুমিও হৰিণীৰ দৰে মোৰ ভয়ত দৌৰি পলাই যাবা বুলি ভবা নাছিলো। হেৰা পখিলি তোমাক ধৰি ৰখাৰ ভয়ত উৰি নেযাবা ? চেনাঐ, তুমি মোৰ ভয়ত আঁতৰি নেযাবা, কিয়নো তোমাৰ মৰমে মোক আপোন নকৰিলে বলেৰে মই তোমাৰ কাষলৈ কদাপিও নেযাওঁ।)

গানটোৰ সুৰে মোৰ কণ্ঠ তুলিলে কঁপাই। গুণ গুণাই গাই গাই আঁতৰি পৰিলো বিচ্ছেদৰ এমোকোৰা বিষাদ ভৰা বেদনা বুকুত বান্ধি লৈ।

৯

বসন এতিয়া আৰু অতিথি হৈ থকা নাই—সি চাকৰ। ৰাতিপুৱাৰ পৰা গধূলিলৈকে তাৰ জিৰণি নাই। সি কেৱল কামতে ব্যস্ত। 'লোণ খাইছো যেতিয়া গুণ গাবই লাগিব'— তেনেকৈয়ে সি কাম কৰে। সি ভয় কৰে, জানোচা প্ৰভু অসন্তুষ্ট হয়। সি কাৰো লগত বেচি একো কথা বতৰা নহয় নতুবা তেনেকুৱা ঠাইত সি নেথাকেই। প্ৰায় দুই বাৰিষা পাৰ হও হও হ লহি, সি আনকি কাৰো গালি মাত এষাৰো শুনা নাই। গৃহস্থও তাৰ ওপৰত সদায় সন্তুষ্ট।

কেবাদিনো হ'ল বসনৰ জ্বৰ। যোৱা কেইদিন সি অলপ লৰিচৰি ফুৰিব পাৰিছিল। কিন্তু আজি হ'লে তাৰ জ্বৰৰ গতি

অলপ বেলেগ দেখা গৈছে। বীণাই (হাইস্কুলত পঢ়া ছোৱালীজনী) গৰম পানী অলপ দিওঁগৈ বুলি বসন্তৰ কোঠালিত সোমাই দেখে সি চটফটাই কিবা বলকি আছে। বীণাৰ বৰ ভয় লাগিল। পানীখিনি তাতেই থৈ মাকক জনাবলৈ বুলি দৌৰি ওলাই আহিল। ভাত ৰান্ধিবৰ সময় হোৱাত বসন্তক গৰম পানী অলপ দিবলৈ বীণাক পাচি মাক ওচৰতে থকা নাদটিলৈ গৈছিল আৰু তেতিয়াও ঘূৰি অহা নাছিল। উপায় নেপাই ততাতৈয়াকৈ পানীৰ কলহ এটি কাষত লৈ দৌৰাদৌৰিকৈ আহি বসন্তৰ মূৰত পানী ঢালিবলৈ লাগিল। অলপ পিচতে মাকো আহিল। বীণাই পানী ঢালি থাকিল। মাক জীয়েক দুয়োৰো চেষ্টাত বসন্ত অলপ সুস্থিৰ অৱস্থালৈ আহিলতে, মাকে বীণাক বসন্তৰ কাষতে থাকিবলৈ কৈ ৰান্ধনি ঘৰত সোমালগৈ।

টোপনিৰ পৰা সাৰ পোৱা যেন পাই— স্বস্তিৰ দীঘল উশাহ এটা এৰি বসন্তে বাগৰ সলালে। এনেতে বীণাৰ চকুত পৰিল বসন্তৰ গাৰুৰ তলত এবোজা কাগজ। খুব সাৱধানে কাগজখিনি বীণাই উলিয়াই আনিলে, চকুত পৰিল বহুতো কিবাকিবি লেখা আছে। মুহূৰ্ত্ততে বহু কিবা ভাবি পেলালে বীণাই আৰু ব্লাউজৰ ভিতৰত কাগজখিনি সুমুৱাই ল'লে।

আৰু এটা বাগৰ সলাই বসন্তে চকু দুটা সজোৰে মেলি দিলে দেখিলে ওচৰতে টুল এখনত নিশ্চুপ হৈ বহি আছে বীণা।

তুমি ?—কঁপা কঁপা মাতেৰে বসন্তে সুধিলে। (বয়সত সৰু কাৰণে ঘৰাকীৰ ছোৱালী হ'লেও বসন্তে বীণাক তুমি বুলিয়েই মাতে।) 'এৰা, তোমাৰ বৰ বেছিকৈয়ে জ্বৰ উঠিছিল। বহুখিনি সময় মই আৰু আয়ে পানী ঢালিলো। এতিয়া অলপ সকাহ পাইছা নহয় ?

"ও, অলপ পাইছো"—বসন্তই উত্তৰ দিলে। "গৰম চাহ

অলপ খাবা নেকি?'—এই বুলি বীণাই বহাৰ পৰা উঠি পৰিল। বসনৰ উত্তৰলৈ অপেক্ষা নকৰি তাই কোঠাৰ পৰা ওলাই গ'ল।

কিছু সময় পিচত চাহ এবাটি হাতত লৈ বীণা বসনৰ কোঠাটোত সোমাইছেহে এখোন দেখে বসনে পাগলৰ নিচিনা কিবা বিচাৰি ফুৰিছে, বিচনাৰ কাপোৰ-কানি লণ্ড-ভণ্ড কৰি পেলাইছে কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ পাইচাৰি কৰি ফুৰিছে। নৰিয়া গা যথেষ্ট দূৰ্ব্বল সি। ভৰি দুখন কঁপি আছে, স্বাভাৱিক ভাৱে খোজ পেলাব পৰা নাই। পিছ মুহূৰ্ত্ততে পৰাজিত সৈনিকৰ দৰে দীঘল হুমুনিয়াহ এটা এৰি দি ছেদেলি ভেদেলি হৈ থকা বিচনাখনতে সি দীঘল দি পৰিল—যেন আৰু বিচৰাৰ থল নাই, হেৰাই যোৱা মণি মুকুতা উদ্ধাৰ কৰিবলৈ সমুদ্ৰৰ গভীৰ তলিলৈ পুনৰ্বাৰ সাঁতুৰি যোৱাৰ তাৰ শক্তিও নাই।

এনেতে চাহৰ বাটিটো টুলৰ ওপৰত থৈ একো নজনা হৈ বীণাই বসনক অলপ জোৰকৈ মাত দি ক'লে—'চাহ খোৱা''। উচপ খাই বসন উঠি বহিল। চাহৰ বাটিটো দুহাতেৰে ধৰি সি চাহ খোৱাত লাগিল। বীণা কিন্তু তেতিয়াও ওচৰতে ঠিয় হৈয়ে আছে। বসনৰ স্বাভাৱিক অৱস্থা তেতিয়াও ঘূৰি অহা নাই। বীণা ওচৰতে ঠিয় হৈ থকা দেখি তাৰ বৰ লাজ লাগি গ'ল—গোটেই কোঠাটো সি ছেদেলি-ভেদিলি কৰি পেলালে। চাহ বাটি প্ৰায় একে উশাহতে শেষ কৰি সি তাৰ বিচনাখন ঠিক্ কৰাত লাগি গ'ল। বীণাই বাধা দি প্ৰায় বাউসিত ধৰিয়েই তাক টুলখনত বহুৱাই দিলে। তাই নিজেই বসনৰ বিচনাখন ঠিক্ ঠাক্ কৰিবলৈ আগবাঢ়ি গ'ল। বসনে—এয়া এক অবিশ্বাস্য ব্যৱহাৰ বুলি ভাবি প্ৰায় চিঞৰাৰ দৰে কৈ উঠিল —"তুমি" ?

খুব স্বাভাৱিক ভাৱে বীণাই উত্তৰ দিলে—'এৰা, মই। মই তোমাৰ গৰাকীৰ কন্যা বীণাই চাকৰ এজনৰ পৰিচৰ্য্যা কৰিছো, বিচনা ঠিক্ কৰি দিছোঁ—খুব আচৰিত লাগিছে নহয় ?' কিবা এক নজনা আবেগত অভিভূতা হৈ বীণাই ভাবি দিলে

তুমি এই নৰীয়া গাৰে পাগলৰ নিচিনা কি বিচাৰি ফুৰিছিলা ? নিশ্চয় গাৰুৰ তলৰ কাগজ কেইখিলা। কাগজ কেইখিলাত কি আছে ? তুমি জানা মই এতিয়াও নাজানো। কিন্তু তোমাৰ সেয়া কাগজ মোৰ বুকুৰ উম দি সংগোপনে সাঁচি থৈছোঁ। হয়তো মোৰ বুকুৰ উম্ পাই সেয়া কাগজ এদিন পদুম হৈ ফুলিব হয়তো বুকুৰ উমত সেয়া কাগজ দেই পুৰি ছাই হৈ যাব　　　।

স্বাভাৱিকতে লাগিব লগীয়া সময়তকৈ বিচনাখন ঠিক কৰোতে বীণাৰ বহুত বেছি সময় লাগি গ'ল। বসনে বৰ অস্বস্তি অনুভৱ কৰিও আজ্ঞাবাহী ভৃত্য, ভৃত্যৰ দৰেই টুলখনতে বহি থাকিল। কোঠাটো সজাই পৰাই বীণা সাউতকৰে বসনৰ কোঠাৰ পৰা ওলাই আঁতৰি গ'ল।

বীণাই কাগজখিনি পঢ়ি মাকৰ ওচৰ পালতে মনৰ উদ্বিগ্নতা লুকুৱাই ৰাখিব নোৱাৰি মাকক ক'বলৈ ধৰিলে—"আই আমাৰ চাকৰ বসন আন চাকৰৰ দৰে চাকৰ নহয় জানে ?"

বীণাৰ কথাত চমকি উঠাৰ দৰে কর্তৃত্বৰ সুৰত মাকে ক'লে—'তইকি ক'ব খুজিছ বীণা ?"

মই ঠিকেই কৈছো মা," বুলি বীণাই কিছুমান টুকুৰা কাগজ মাকৰ হাতত গুজি দি কৈ গ'ল— চাওক মা, এইবোৰ তেওঁৰ অসহায় হৃত ব্যৰ্থ প্ৰয়াসত ফুটি উঠা কেনে করুণ সুৰ ? তেওঁ নিশ্চয় শিক্ষিত হয়তো জীৱন যুদ্ধত পিচ হুহকি অহা কোনোবা এজন !"

মাকে কাগজবোৰ এখন এখনকৈ পঢ়ি দেখিলে তাৰ জীৱন যুদ্ধৰ অপূৰ্ণ কাৰ্য্যতালিকাখনৰ এটি স্পষ্ট ছবি আৰু প্ৰতি খোজে উজুতি খাই সঞ্চয় কৰা অভিজ্ঞতাৰ আবেগ মিশ্ৰিত উপলব্ধিক বাস্তৱ ৰূপ দিয়াৰ উদ্দেশ্যে আগবঢ়াই নিয়া এখন অসম্পূৰ্ণ বৈপ্লৱিক আঁচনি। কাগজবোৰ পঢ়ি উঠি বীণাৰ মাকৰ গাৰ নোমবোৰ শিয়ঁৰি উঠিল আৰু বসনৰ প্ৰতি ব্যাথাৰ চকুলো বৈ আহিল। কাগজবোৰ ক'ত কেনেকৈ পালে বুলি সোধাত মূৰত পানী ঢালোঁতে গাকৰ মুঠিত পাই লৈ অহা বুলি বীণাই উত্তৰ দিলে।

ডাক্তৰ মতাই অনা হ'ল। ডাক্তৰ, বীণা আৰু মাকৰ পৰিচৰ্য্যাত বসন ক্ৰমে আৰোগ্য হৈ উঠিল।

বসনে লক্ষ্য কৰিছে—তাৰ প্ৰতি বীণাৰ আকৰ্ষণ দিনে দিনে বাঢ়ি আহিছে। থোৱা থকাত যাতে বসনে কষ্ট নেপাই তাৰ বাবে বীণাই নজৰ দিয়া হ'ল। ভাল বস্তু পালে সাঁচি ৰাখি তাক দিয়া হ'ল। কাপোৰ কানি ধুই দিয়া হ'ল। তামোল কাটি টোপোলা বান্ধি প্ৰতিদিনে তাৰ চোলাৰ জেপত সোমাই থৈ অহা হল। সি যতেই নেথাকক লাগে, ভুমুকি মাৰি চোৱা হল। উপযাচি হলেও তাৰ লগত দুই চাৰি কথা পাতিবলৈ সুযোগ বিচৰা হ'ল—ইত্যাদি, ইত্যাদি।

বীণাৰ এনেবোৰ ভাব ভঙ্গি দেখি বসনৰ মনত ভাল লগা নাই। বীণাক বেয়া পাই তাৰ ভাল লগা নাই, এনে নহয়—বীণা এজনী ভাল ছোৱালী যে ইমান দিনে তেওঁলোকৰ ঘৰত চাকৰ থাকিয়েই সি বেচ বুজি পাইছে। বীণাৰ প্ৰতিও তাৰ এটা মোহ নোহোৱা নহয়। কিন্তু, মোহান্ধ হ'লেই নচলিব। তাৰ কৰিব লগীয়া আটাইখিনি কামেই বাকী আছে। 'মোহৰ বিকেন্দ্ৰীকৰণ আৰু কৰ্ম্মৰ সামূহিকীকৰণ ঘটাব পাৰিলে শান্তি

বিচাৰি হাবাথুৰি খাব নেলাগে”—তব বুলি উকৰাই দিয়া মোৰ এনে কথাবোৰ তাৰ মনত আজি আৰু মোৰ কথা হৈ থকা নাই—এয়া আজি তাৰো বাস্তৱ জীৱনৰ অভিজ্ঞতাপুষ্ট বাস্তৱ উপলব্ধি। সেয়ে, সি ঠিক কৰিছে আৰু যেতিয়াকৈ বচাৰ আগতে সি ইয়াৰ পৰা আঁতৰি যাব। দিন ঠিক কৰি সি গৃহস্থক জনাই দিছে।

আজি বসন যাবলৈ ওলোৱাত ঘৰৰ আটাইৰে মনত এটি বিষাদৰ ছাঁ পৰিছে। বীণাই বিচনাতে পৰি কান্দি আছে। তাই বুজি পোৱা নাই, কিয় তাইৰ তালৈ ইমান টান? বসন তাইৰটো কোনো নহয়? মনটোক তেনেকৈ বুজাবলৈ চেষ্টা কৰিও বুজাব পৰা নাই।

বসনে বিচনাখন কোচাই তাৰ হেৰোৱা কাগজবোৰ ক'ৰবাত পাবনেকি ভাবি বিচাৰি আছে। এনেতে “আপুনি বিচাৰিছে কি? আয়ে আপোনাক এতিয়াই মাতিছে”—বুলি বীণাই বসনক ক'লেহি। “বাৰু” বুলি বীণাৰ লগতে সি ওলাই আহিল। বোপা “ইয়াতে বহা” বুলি বীণাৰ মাকে পিৰা এখন আগবঢ়াই দিলতে সি তাতেই বহিল। তাতেই তাক চাহজলপান দিয়া হ'ল। খাই উঠাৰ পিচত বীণাৰ মাকে লাহে লাহে তাক কৈ যাবলৈ ধৰিলে—“বোপা তোমাৰ ওপৰত আমাৰ কোনো হক্ নাই। যাবলৈ ওলাইছা যেতিয়া যোৱাগৈ। কিয় যোৱা, তাকো মোসোধো। আজি ইমানদিন ধৰি আমাৰ ঘৰত থাকিলা কিন্তু তোমাৰ পৰিচয়টোকে আমাক নিদিলা। মোৰ অনুৰোধ বোপা, অন্ততঃ আজি তোমাৰ বিদায়ৰ সময়ত তোমাৰ পৰিচয়টো দি যোৱা আৰু তোমাৰ প্ৰতি যদি আমি কেতিয়াবা ভুলত্ৰুটি কৰিছিলো তাকো মাফ কৰি যোৱা।”

“মাফ কৰিব আই, আপোনাক দিব পৰা তেনে কোনো

পৰিচয় মোৰ নাই। মোৰ পৰিচয় মাত্ৰ ইমানেই আই মই একনা হতভগীয়া।"—বুলি বসনে কলতে বীণাৰ মাকে—'লুকুৱাই কি লাভ বাচা—মই সকলো বুজি পাইছো। এই কাগজত লিখাবোৰেই তাৰ প্ৰমাণ সহজ জানো?'—বুলি সি বিচাৰি থকা সেই কাগজবোৰ তাক দেখুৱালে। সি ভাবিবই পৰা নাছিল যে তাৰ কাগজবোৰ সিহঁতে লৈ আছিছে। বীণাই তাৰ প্ৰতি কৰা ব্যৱহাৰৰ স্পষ্টৰূপ তেতিয়াহে চকুৰে মুখে ফুটি উঠিল তাৰ। সি তাৰ পৰিচয় দিবলৈ যেন বৃথা চেষ্টাহে কৰিছে—আই, আই বুলি তথি হুখনত জোৰে সাৱটি ধৰি উচুপিবলৈ ধৰিলে।

বীণাৰ মাক যেন পাগলীহে হ'ল, নিজৰ ল'ৰাৰদৰে বসনক উঠাই লৈ মূৰে গাই হাত বুলাই বুলাই চকু পানী টুকিবলৈ ধৰিলে। মনত পৰিল তেওঁৰ ল'ৰা মনোলৈ—কিজানি মনো? ভগৱানৰ কিয়ে বিচিত্ৰ লীলা—পৰীক্ষা শেষ কৰি তেনে এটি মুহূৰ্তত হঠাতে মনো বৰ [illegible]। কি যে অদ্ভুত কাণ্ড! মনো বিবৰ্ণ হৈ পৰিল। তাৰ বুজিবলৈ নেথাকিল যে বসন নামধাৰী সিহঁতৰ চাকৰজন তাৰেই অন্তৰঙ্গ কলেজীয়া বন্ধু "বসন্ত কুমাৰ"। সি জনা নাছিল তাৰ নিৰুদ্দেশৰ কথা। দুখ [illegible] পৰি জ্বলে তাৰ শিহঁৰ আছিল গোটেই শৰীৰত। "ভাই বসন্ত—বসন্ত" বুলি বসন্তক সজোৰে সাৱটি পাগলৰ দৰে সি [illegible] কান্দিবলৈ লাগিল। বসন্তইও "ভাই মদন" বুলি মদনক সাৱটি ধৰি [illegible] মূৰ্ত্তিৰ দৰে [illegible] [illegible] তাৰে মদনক [illegible] একেবাৰে [illegible] চকুৰ পানীৰে [illegible] [illegible] দিলে [illegible]। [illegible] নাম [illegible] এৰো বুজিব নোৱাৰি বীণাইও কি হ'ল, কি হ'ল— বুলি [illegible] হৈ সিহঁতৰ চাৰিওকাষে ঘূৰি ঘূৰি কি কৰিব কি নকৰিবলৈ একো স্থিৰ কৰিব নোৱাৰি চকু [illegible] [illegible] লাগিল। মদনে [illegible] পৰা নাই—তাহানিৰ কলেজীয়া

বন্ধু আৰু আজিৰ সিঁহতৰ বসন্ত নামধাৰী চাকৰ—বসন্ত কুমাৰৰ কদৰ্য্য জীৱনৰ বাস্তৱ ৰূপটো দেখি। বসন্তই পিন্ধি থকা তাপলি দিয়া চুৰিয়াখন, কটা চোলাটো লোমাই যোৱা গালদুখনি আৰু কোচ খোৱা কপালৰ ৰেখা কেইটাইলৈ সি বাৰে বাৰে চাইছে। নেকাৰ্জি থাকিব পাৰে তেনে কোনো শান্তনা সি বিচাৰি পোৱা নাই।

ভাবিবই পৰা নাছিলো যে আকস্মিকতে এনে এটা জেঁটিত মই লোমাই পৰিমহি। মদনহঁতৰ লগত মোৰ কোনো সম্পৰ্ক বা কোনো পৰিচয় ইয়াৰ আগতে নাছিল। পৰীক্ষা শেষ কৰি মদনে ঘৰলৈ বুলি যিখন ৰেলৰ যিটো দবাত আহি আছিল সেইদিনা সেইখন ৰেলৰ সেই দবাটোতে কোনো এটা ষ্টেচনৰ পৰা ম'য়ো উঠি আহিছিলো। নিশা কোনো জেপলুকটাই মদনৰ জেপৰ পৰা টিকটটো আৰু পইচাখিনি যে লৈ গৈছে—তেতিয়াও সি গমেই পোৱা নাই। টিকট পৰীক্ষকে আহি যেতিয়া টিকট বিচাৰিলে তেতিয়াহে সি গম পালে যে তাৰ লগত টিকটো নাই আৰু পইচাও নাই। সি বৰ বিমূঢ়িত পৰিল। উপায় নোপোৱাই টিকট পৰীক্ষকক বৰকৈ কাউবাউ কৰিবলৈ ধৰিলে। টিকট পৰীক্ষকে কিন্তু তাৰ সেইবোৰ কথাকে নুশুনিলে। তেওঁৰ একেটাই কথা—"হয় তুমি অহা ষ্টেচনৰ পৰা জৰিমনা সহ ভাৰা আদায় দিয়া, ন'হলে তোমাক পুলিচক গতাম।"

ময়ো, মদনক এৰি দিবলৈ খাটিছিলো। কিন্তু নোৱাৰিলো, মোক ক'লে—"এইবিলাক নিতৌ বহু অস্ৰবেশীয়ে টিকট নোলোৱা ৰাইজে পাতাল উঠাইছে এটা সচৰাচৰ ঘটনা—এইবোৰ কথাই মই বিবাদ কৰিব কেনেকৈ?" নোৱাৰিলো তেতিয়া, মদনৰ হৈ সমূদায় ভাৰা আৰু জৰিমনা আদায় দি মোৰ লগত তাক"

লৈ আহিলে। ৰাতিটো সি মোৰ ঘৰতেই থাকিল।

ৰাতিপুৱা শুই উঠাৰ পিচতে পৰাই মদনে সিহঁতৰ ঘৰলৈ যাবলৈ মোক বৰকৈ খাটনি ধৰিছে। মই ন'গলে সিও নেযায়। উপায় নেপাই তাৰ ঘৰলৈ বুলি তাৰ লগতে বাছত উঠিছিলোহি, এনেটি ঘটনাচক্ৰত পৰিছে। পিচে মদনহঁতৰ ঘৰত ভৰি দিয়েই যি দেখিলো, দেখি হতভম্ব হ'লো। কৰিমেই বা কি? ভাগ্যৰ বিড়ম্বনা বুলি আঁতৰি থাকিব পাৰি, কিন্তু ৰূঢ় বাস্তৱক অস্বীকাৰ কৰিব নোৱাৰি। নহলে ঘটনা প্ৰবাহত পাঠকক দিগভ্ৰান্ত কৰি বৰ্ণগুক সামৰি লোৱাৰো প্ৰশ্ন উঠিলহেঁতেন, যদিহে আদৰ্শৰ সংঘাতত ভুগিয়েই প্ৰতিহ্বাৰ সংগ্ৰামত লিপ্ত হোৱাৰ সম্ভাৱনা নেথাকিলহেঁতেন।

যি উৎকণ্ঠাৰে মই মদনহঁতৰ ঘৰলৈ আহিছিলো, সিহঁতৰ ঘৰ সোমায়েই সেই উৎকণ্ঠা মোৰ জয় পৰি গ'ল—ভৰিৰ খোজ স্তব্ধ হ'ল। চ'ৰা ঘৰত মোক বহিবলৈ কৈ মদন ঘৰৰ ভিতৰ সোমোৱাৰ পিচ মুহূৰ্ত্ততে ঘৰৰ ভিতৰৰ এক হুলস্থুলীয়া পৰিবেশে মোক সচকিত কৰি তুলিলে। মই আগবাটিৰ থুজিও যেন আগবাঢ়িৰ পৰা নাই, বিৰাট চিঞৰ এটা মাৰি দি আটাইকে আচৰিত কৰি দিম বুলি ভৱাতো মোৰ কণ্ঠনলী মুখৰ হৈ উঠা নাই। নেপথ্যত এয়া কোনো নাটকৰ আৱৰ্তণি নে যৱনিকা? এয়া সুখৰ নে দুখৰ দৃশ্য? এনেকৈয়ে বহু কিবা কিবি ভাবি ভাবি কেতিয়াগৈনো বৰ ঘৰৰ পিৰালিত ঠিয় হ'লো গমকে ধৰিব নোৱাৰিলো। মূৰ দাঙি চাই, মই বিস্ময়াভিভূত হৈ পৰিলো। চকুপানীৰে নিজৰা বোৱাই মদনৰ সতে সাৰেতো সাজটিকৈ থকা—এয়া দেখোন বসন্ত? বছৰৰ দেওনা পাৰ হৈ আহিও, দাড়ি গোফেৰে নিজৰ পৰিচয় ঢাকি ৰখাৰ প্ৰয়াস পালেও মোৰ আগত বসন্তৰ পৰিচয় কিন্তু গোপন হৈ নেথাকিল।

বিস্ময়ৰ সুৰতেই সুধি দিলো—"বসন্ত, তই ?"

বসন্তই কিন্তু কেইমুহূৰ্ত্তমান নিথৰ হৈ থাকিল। লাজ, অপমান আৰু আত্মমৰ্য্যাদাৰ দ্বন্দ্বত সি বাককৈয়ে ভোগা যেন লাগিল। তাৰ যেন ক'ব লগীয়া বহু কথাই আছে, কিন্তু ক'ব পৰা নাই, তাৰ যেন কৰিব লগীয়া বহু কামেই আছে, কিন্তু কৰিব পৰা নাই। নিৰ্জ্জীৱ মূৰ্ত্তিত এদিন প্ৰাণ সঞ্চাৰ কৰিব বুলি প্ৰতিজ্ঞা কৰা বিদ্ৰোহী বসন্ত যেন আজি নিজেই এটা প্ৰস্তৰ মূৰ্ত্তী। আবেগত আপ্লুত হৈ ধুমুহাৰ গতিৰে মোৰ কাষে আগবাঢ়ি আহি সি সাজোৰে মোক সাৱটি ধৰি খোকা-খোকি মাতেৰে কিবাকিবি ক'ব লাগিছে। সি কি ক'ব বিচাৰিছে—মই বুজিও যেন ঠিক বুজিব পৰা নাই। কিছুপৰ তেনেকৈ থকাৰ পিচত তাক কিছু স্বাভাৱিক দেখা গ'ল আৰু এটা সময়ত হাতৰ বান্ধ ক্ৰমে শিথিল হৈ মোৰ পৰা খোল খাই পৰিল। এনেতে মদনৰ মাকে "বোপাহঁত বহাচোন" বুলি পিৰা তিনিখন আগবঢ়াই দি ভিতৰ সোমাল। কান্দি কান্দি উসহি থকা চকু দুটা চাদৰৰ আচলেৰে মচি মচি খীণাইও মাকক অনুসৰণ কৰিলে। পিৰাকেইত বহি থাকি ৰ'লো—মদন, বসন্ত আৰু মই।

বহু দেৰী তিনিও নিমাত হৈয়ে বহি থাকিলো। হঠাতে বসন্তই মাত দি উঠিল—"বাৰু তই হঠাতে ইয়ালৈ ?" ঘটনাৰ একো আঁতিগুৰি নাপাই অথনিৰ পৰাই মোৰ মনটো চট্‌ফটাই আছে। এইবোৰ কি ঘটিছে ? বসন্তই বা ইয়াত কিয় ? আৰু এওঁলোকৰ কান্দোন ?—এনেকুৱা বহু প্ৰশ্নৰে মোক উত্তৰ লাগে। সেয়ে মই তপৰাই উত্তৰ দিলো—"ও ইয়ালৈ আহিছো"।

"কচোন মোক বিচাৰি আহিছ—নেকি ?" বুলি আবেগিক সুৰত সি মোক কৈ উঠিল।

মই ক'লো—"নাই অহা" তোক মই বিচাৰি অহা নাই।

তোক দেখাৰ আগমুহূৰ্ত্তলৈ ভৰাও নাছিলো—তোক যে ইয়াতে লগ পাম। ঘটনা প্ৰবাহে কৈছে - মদনেও মেজানে তাৰ ঘৰাতে গেৰাবি খাটি থকা তয়েই যে তাৰেই কলেজীয়া অন্তৰঙ্গ বন্ধু আৰু এই মুহূৰ্ত্তলৈ সি এইটোৱো জনা নাছিল—তুই যে মোৰো অমৃতসম বাল্যবন্ধু। এতিয়া কছোন বাৰু তই এনেকৈ ইয়াতে কিয় আছ?

তেনে শুন বাজেন, বুলি সি আৰম্ভ কৰিলে— তোৰ কথা শুতনি যুদ্ধত হাৰি আত্মগোপন কৰি তোৰ শিষ্যত্বকে গ্ৰহণ কৰি আছো।"

মদনে কিবা এটা ক'ম বুলি মুখ মেলিছিল, কিন্তু বসন্তই বাধা দি ক'লে—"শুন মদন জীৱন জঁাজিত সাতুৰি নাছুৰি অতিকৈ ক্লান্ত হৈ শৰীৰৰ সমষ্ট শক্তি হেৰাই প্ৰাণৰ আশা এৰি দি সমুদ্ৰৰ অতল তলীত চিৰনিদ্ৰাক আঁকোৱালি লওঁ লওঁ প্ৰায়, এনেতে প্ৰভু যিশুৰ দীঘল হাত, খাপ মাৰি পাৰ পোৱালে—পিটাৰ বাচি গ'ল'—বুলি কৈয়েই সি আকৌ কিবা এটা চিন্তাত বিভোৰ হৈ পৰিল।

'একো নুবুজিলো ঐ বসন্ত'—বুলি মদনে মাত দি উঠিল। বাধা দি মই ক'লো, তাৰ সুৰতেই তাক ক'ব দে মদন ; তাৰ কথাত উপলব্ধি আছে, আদৰ্শ আছে।

এনেতে বীণা আহি মাত লগালে— আয়ে আপোনা-লোকক ভিতৰলৈ মাতিছে।" তিনিও বৰঘৰৰ ভিতৰলৈ সোমাই গ'লো। মজিয়াত সাজি দিয়া তিনিটা বাটিত দৈ আৰু কোমল চাউলৰ জলপান তিনিও খাই শেষ কৰাৰ পিচত মদনৰ মাকে তামোলৰ বটাটো হাতত লৈ মোৰ কালে আগবঢ়াই ধৰি মোকে লক্ষ্য কৰি আৰম্ভ কৰিলে—'বোপা, আমি বৰ ডাঙৰ পাপ কৰিলো—"। কথাৰ গতি কোনোবাকালে যায় ভাবি

নেকি, মাকৰ কথা শেষ হোৱাৰ আগতে মদনে মোক কৈ উঠিল—"বলক এতিয়া, মোৰ কোঠাতে বহি আপুনি বসন্তৰ লগত কথা পাতক গৈ।' তামোল একোখন মুখত ভৰাই তিনিও উঠি দিলো। মোৰ বাবে তেতিয়াও গোটেই পৰিবেশটোৱেই অভেদ্য সাঁথৰ হৈ আছে। মদনৰ মাকে কি পাপৰ কথা ক'লে? মদনৰ কোঠাত এখন নকৈ সজ্জিত বিচনাত আমাক বহুৱাই মদন ওলাই গ'ল। বহু সময় ধৰি আগৰ দৰেই অন্তৰখুলি দুয়ো কথা বতৰা হ'লো। চেপা চোৰোকাকৈ হ'লেও ইতিমধ্যে, তাৰ জীৱন যুদ্ধৰ তালেখিনি নতুন খবৰ পালো। মোক অলপ আৰাম কৰিবলৈ কৈ সিও ওলাই গ'ল। হুমু নিয়াহ এটা এৰি দি ময়ো বিচনা খনতে ওপৰলৈ মুখ কৰি দীঘল দি পৰিলো। সদ্যপ্ৰাপ্ত বসন্তৰ পৰিচয়ে মোক অতিষ্ঠ কৰি তুলিছে। বসন্তৰ অতীতৰ লগত মই ঘনিষ্ঠ ভাৱেই পৰিচিত। সেই তাৰ অতীতত মাধুৰ্য্যতা নাছিল সঁচা, কিন্তু সেই অতীত আছিল প্ৰতিশ্ৰুতি পূৰ্ণ।

বসন্তক পিতাকে মাকে ঘৰত বসন বুলি মাতিছিল। তাৰ নিৰুদ্দেশৰ কাৰণ কোনেও জনা নাছিল। ৰেণু ঘাটমাউৰা হ'লতে তাই আনৰ হতুৱাই আৰু নিজেও খা-খবৰ কৰিছিল। কিন্তু কোনেও তাৰ সংসূত্ৰই উলিয়াব নোৱাৰিলে। এদিন সি এখন ৰঙিন কাগজত ৰেণুৰ পৰা এটা টুকুৰা খবৰ পাইছিল—'মা মৰিল।' "মা মৰিল!" কোনেও গমেই নেপালে কেতিয়া সি ছাত্ৰাবাসৰ পৰা ওলাই আহিল। ওলায়েই পোনে পোনে সি ষ্টেচনলৈ গৈ বৈ থাকি যাবলৈ ওলোৱা ৰেলগাড়ীখনত ঘৰলৈ বুলি জাপ মাৰি উঠিল গৈ। পইচাৰ অভাৱ হেতু তাৰ টিকট লোৱা নহ'ল। বিপদ অকলে নাহে। মাজবাটতে ধৰি তাক জৰিমনা কৰা হ'ল। জৰিমনা দিব নোৱাৰাত আটক

কৰি বিচাৰ কৰা হ'ল। বিচাৰত তাক তিনিমাহ কাৰাদণ্ড দিয়া হ'ল। নিজৰ ভুলৰ বাবে লজ্জিত আৰু অনুতপ্ত বসন্তই আত্মগোপন কৰি কাটেক খাটি থাকিল। সশ্ৰম কাৰাদণ্ড তাৰ। দিনে দিনে তাৰ অৱস্থা শোচনীয় হৈ আহিল। দাঢ়িচুলি কাটি-বলৈ সি এৰি দিছে। ফুটুফুটু গালদুখনি শে তাপৰি ভিতৰলৈ সোমাই গৈছে আৰু ওঠত ক'লা ক'লা দাগবান্ধিব লাগিছে। এতিয়া কলঙ্কীয়া চেহেৰা তাৰ হেৰাই গৈছে—দেখিলেও চিনি বলৈ টান হৈ পৰিছে।

সময় উকলিল। কাৰাগাৰৰ পৰা তাক মুক্তি দিয়া হ'ল। সি ক'তো নৰৈ খোজ কাটিয়েই ঘৰলৈ বুলি খোজ ল'লে। তেতিয়া জেঠমহীয়া খৰ বতৰ। তাৰোপৰি কোনো দিনেই তিমান বাট সি খোজ কঢ়া নাই। ভৰি তাৰ আঙুৰাৰ নোখোজে উজুৰুতি খাই ভৰিৰ নখ তাৰ উফৰি পৰিছে। আঃ, কি যে হুত'ভগীয়া সি। অলপ জিৰণি লম ভাবি আগহাতে থকা গছজোপালৈ বুলি ৰাস্তাৰ মাজ পালতে চলন্ত মটৰৰ খুন্দাত সজ্ঞাহীন হৈ পৰিল। বুকুত বৰ বেয়াকৈ আঘাট পালে বোধহয়— জোলোকে জোলোকে তেজ বমি হ'বলৈ লাগিল। মটৰ গুচি গ'ল সি তাতেই পৰি থাকিল।

কিমান সময় সি তেনেকৈ পৰি আছে কোনেও নেজানে। সন্ধ্যাৰ আগে আগে আন এখন মটৰৰ চালকে তাক তেনেকৈ পৰি থকা দেখি তাক মটৰতে উঠাই নি ডাক্তৰ খানাত ৰাখি আহিল।

বহুদিন তাৰ সজ্ঞা ঘূৰি অহা নাছিল। কেবামাহৰ মূৰতহে সি অলপ উঠি পৰি ফুৰিব পৰা হ'ল। লাহে লাহে সি ভাল হৈ আহিল। এটা দিনত তাক বিদায় দিয়া হ'ল। সেই দিনাই ডাক্তৰৰ পৰা অলপ পইচা খুজি লৈ এবটল

ওলাল। সি দেখে—সিহঁতৰ ঘৰ বস্তিত এক বিৰাট মহাশূন্যই বিৰাজ কৰি আছে। তাৰ দুধাৰি চকুলো দুগাল তিয়াই নামি আহিল। চাওঁতে চাওঁতে তাৰ চকুলো দুধাৰি সেই বিৰাজমান মহাশূন্যৰ বুকুতে যেনিবা বিলীন হৈ গ'ল।

সি জানিব পাৰিলে কিছুদিন আগতে বিৰাজৰ সতে ৰেণুৰ বিয়া হৈ গ'ল। গাঁৱৰ মানুহে ভাবিয়েই লৈছিল—বসন্ত হয়তো কৰবাত মৰি থাকিল। কিন্তু তাৰ হঠাৎ উপস্থিতিত গাওঁখনত এক প্ৰকাৰ হুলস্থূলেই লাগিল। তাক চাবলৈ ইটো-সিটোকৈ অহা মানুহৰ লানি নিছিগা হ'ল। ৰেণু আৰু বিৰাজো আহিল। হেৰোৱা ককায়েকক ঘূৰাই পাই আনন্দতে ৰেণুই হাঁহিবলৈ পাহৰি ককায়েকক সাৱটি কান্দিবলৈ লাগিল। ইফালে বিৰাজেও বসন্তক যেন মূৰত তুলি তৎমুহূৰ্ত্ততে তাৰ ঘৰলৈ লৈ যাব—তেনেকুৱা ভাবিও ৰেণুক এবাৰ নোহোৱাকৈ হাতে হাতে টনা আজোৰাত লাগিল। মুহূৰ্ত্ততে এক হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি হৈ পৰিল। কিছুপৰ পিচত পৰিবেশ কিছু শান্ত হোৱাত বিৰাজ আৰু ৰেণুৱে বসন্তৰ দুই হাতত ধৰি সিহঁতৰ ঘৰলৈ লৈ আহিল। কিছুদিনৰ বাবে সি তাতেই থাকিবলৈ বাধ্য হৈ পৰিল। সেই সময়চোৱাৰ ভিতৰতে মই ঘৰলৈ অহা গম পায়েই সি মোৰ ওচৰলৈ দৌৰি আহিল। আন্তৰিকতাপূৰ্ণ নানান কথা বতৰা আৰু আলাপ আলোচনাৰ মাজেৰে এই দিনকেইটা পাৰকৰি দিলো। প্ৰতিবাদী বসন্তক এইবাৰ কিন্তু মোৰ কথাত বেচ সহনশীল দেখা গ'ল। কিবা এটা ভাবি নেকি, সি গুৱাহাটীলৈ ওলাল—হয়তো, সৰুসুৰা চাকৰি এটাকে যোগাৰ কৰি ল'ব, নহ'লে টকা পইচা অলপ ধাৰলৈ লৈ হলেও কিবা এটা ব্যৱসায়কে কৰিব। আৰু মযো মোৰ কামত আঁতৰি গ'লো। ইয়াৰ পিচৰে পৰাই বসন্তৰ কোনো

খবৰেই মই পোৱা নাছিলো৷ বাবেই যোগাযোগ সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিছিল।

বহুদিন চেষ্টা চলায়ো বসন্তৰ চাকৰিও নহ'ল বা ব্যৱসায়ো নহল যে এতিয়াহে গম পালো।

পঞ্চাশৰ ভূমিকম্পৰ পিচত ব্ৰহ্মপুত্ৰৰ গতি বদলি হৈ ডিব্ৰুগড় গড়াখহণীয়াৰ কবলত পৰাত, পাৰৰ মানুহবিলাকক সাৱধান কৰি দিয়া হৈছে। ভয়তে পাৰৰ মানুহৰ চকুত টোপনি আৰু পেটট ভাত নোযোৱা অৱস্থাৰ সৃষ্টি হৈছে। পাৰিলে ডিব্ৰুগড় ৰক্ষা কৰিবলৈ গণ্ডকাপ্তানি বিভাগ উঠি পৰি লাগিছে। ঠিকাদাৰৰ অজস্ৰ কাম। বাতৰি কাকতত ভাঙৰ ডাঙৰ হৰফত লিখা জাননীবোৰ পঢ়ি বসন্তই মনতে ভাবিছে—কিজানি তাতেই তাৰ কোনো সংস্থানৰ ব্যৱস্থা হয়েইবা? সেয়ে দুই চাৰি বন্ধুৰ পৰা অলপ পইচা খুজি লৈ সি ডিব্ৰুগড়ত ওলাল গৈ।

ব্ৰহ্মপুত্ৰৰ পাৰলৈ মানুহৰ অহা যোৱা প্ৰায় বন্ধই হৈছে। মানুহৰ সমাগম নোহোৱাত সুযোগ-সন্ধানী দুই এহাল বিৰহী প্ৰেমিক-প্ৰেমিকাই হয়তো প্ৰলয়ঙ্কৰী ব্ৰহ্মপুত্ৰৰ উত্তাল ঢৌত নিজকে বিচাৰি পাইছে। কিন্তু বিভিষীকাই সিহঁতকো বেছি সময় থাকিব দিয়া নাই।

বসন্তই কেইবাদিনা ঘূৰি ফুৰি ডিব্ৰুগড়তো তাৰ সংস্থানৰ কোনো ব্যৱস্থাই কৰিব পৰা নাই। সেইদিনা বৰ ভাগৰুৱা আৰু ভোকাতুৰ হৈ আবেলি পাঁচ মান বজাত বসন্তই ব্ৰহ্মপুত্ৰৰ পাৰতে থকা জনশূণ্য উদ্যান খনলৈ সোমাই গৈ ডাঙৰ গছ জোপাৰ তলতে অলপ জিৰণি লৈছিল গৈ। গছডালত আউজি নানান ভাবত মজি থাকোতেই কেতিয়া তাৰ টোপনি আহিল, কেতিয়া সূৰ্য্য অস্তগৈ সন্ধ্যা লাগিল কেতিয়া সন্ধ্যা ভাগি নিশাত পৰিল আৰু জনপূৰ্ণ নগৰী নিৰৱ হৈ আহিল—

সি একোৱে গম পোৱা নাই ।

তেনেকৈয়ে ৰাতি প্ৰায় বাৰ বাজিল। তেতিয়াও বসন্তই বৰ শান্তিৰে সেই গছ ডোপাৰ তলতেই শুই আছে। বুকু-ফটা গাজনিমাৰি চেঁচাই চেঁচাই কৰবাৰ পৰা বৰষুণ আৰু নতাহতেন, সি হয়তো শুইয়েই থাকিলাহঁতেন। বিজুলীৰ তিৰ্বিৰণি বতাহ আৰু বৰষুণ সমানেই চলিছে।

সাৰ পাই তোৰ বুকু কঁপি উঠিল এনে অৱস্থাত গছ-জুপিৰ বাহিৰে আশ্ৰয় বুলিবলৈ আন একোৱেই নাই। বৰষুণ নকমিলে আন ঠাইত গৈ আশ্ৰয় লবলৈকো সি সাহস কৰিব নোৱাৰে। তিতিবুৰি সি তাতেই বহি থাকিল।

বৰষুণ এৰাত কৰবাত গৈ আশ্ৰয় ল'বগৈ ভাবি বহাৰ পৰা থিয় হৈছোহে মাথোন এনেতে গছডালত খুন্দা এটা খাই গাছ মাজুহে থহনীয়াৰ বুকত পৰিলগৈ গছজুপিৰ বাবেই সি হয়তো বাচি থাকিল।

মোৰ নাও দুৰ্ঘটনাৰ দিনাই যিজন ডেকাক পানীত ভাহি অহা বুলি উল্লেখ আহিছো সেইজনা ডেকাই এইজনা বসন্ত কুমাৰ। চিকিৎসালয়ৰ পৰা ওলাই অহাৰ পিচৰে পৰাই বসন্তই এওঁলোকৰ ঘৰত চাকৰ খাটিয়েই আছে। বসন্তক পাই মোৰ মনত এনেহে লাগিল যেন তাক লগ পাবলৈহে সেইদিনা মই নাওঁ দুৰ্ঘটনাৰ সন্মুখীন হৈছিলো আৰু আজিৰ এনে এটি অসহনীয় আঘাতৰ কোব খাবলৈহে যেন সেইদিনা তাক হাতত পায়ো নেপালো।

"মন" ঘৰত মতা নাম আৰু মদন স্কুলত লিখা নাম। বসন্তই প্ৰায় সদায়েই ঘৰখনত মনৰ নামটো শুনিবলৈ পাইছিল। কিন্তু এই মনই যে মদন ৰূপে তাৰ অন্তৰঙ্গ কালজীয়া বন্ধু হৈ পৰিব পাৰে, সেই কথা কোনো দিনেই তাৰ মনলৈ অহা

নাছিল। বসন্তই কলেজ এৰি অহা বছৰতেই মদনে দৰ্শণ পঢ়িবলৈ বুলি বাহিৰলৈ গৈছিল আৰু তেতিয়াৰ পৰা এদিনো ঘৰলৈ অহা নাছিল। সেয়ে মনই যে মদন সেই কথা বসন্তই অকণো ভাবব লগীয়া হোৱা নাছিল আৰু মনক বেলেগ কলে জীয়া ছাত্ৰৰূপে সদায়েই মনত পোষা কৰি আহিছিল—সেই দিনালৈ। এনেটিও ঘটিব পাৰে মদনক স শৰীৰে ঘৰখনত দেখিবলৈ পাইহে তাৰ বিশ্বাস হৈছিল।

১০

সেইদিনা বসন্তক বিদায় দিয়া নহল আৰু ময়ো থাকি গ'লো মদনহঁতৰ ঘৰতে। কথাৰ জোৰা তাপলি মাৰোতেই দিনটো প্ৰায় অতিবাহিত হয়হিয়েই। খোৱা লোৱাতো তথৈ বচই হল। ৰাতিৰ সাজকে অলপ ভালকৈ খোৱা হওঁক ভাবি, মদনে এচাৰি জালখন লৈ বাৰীৰ মাছপাহা পুখুৰীটোলৈ ওলাই গল। খালৈটো লৈ বীণাইও পিছে পিছে গল। দুবছৰ আগতে মদনে সেই পুখুৰীটোত নিজ হাতে মাছ এৰি দি গৈছিল। তাৰ আগ্ৰহ—খোৱা দুবছৰে মাছ কিমান ডাঙৰ হৈছে চোৱাও হওঁক আৰু তাৰে ডাঙৰ চাই দুহ এটা ধৰি আনি খোৱাও হওঁক। সেই ভাবি পাৰত গৈ জালখনৰ বান্ধ খুলি ৰচিডাল হাতত বান্ধি এটা লোচ বাও হাতৰ কিলাকুটিত ওলামাই লৈ ইফালৰ পৰা সিফালে ঘূৰাব লাগিছে। ইতিমধ্যে, বসন্ত আৰু ময়ো মাছ মৰা চাওগৈ বুলি মদন আৰু বীণাৰ ওচৰ চাপিলোগৈ। দেখিলো, সি জালখন ঘূৰাইছে

আছে দুই লোচ দুইহাতে ধৰি কেনেকৈ এচাৰি মাৰি দিলে জালখন ফুলি পানীত পৰিব সেইটো সি পাহৰি গৈছে। যাই হওঁক এবাৰ কোনোমতে চম্ভালি লৈ আমাৰ কাৰোপিনে নোচোৱাকৈয়ে এচাৰ মাৰি দিলে যদিও জালখনৰ মুঠি সুথুলি পানীত গৈ থে ।পোহকৈ পৰিল । কাণ্ড দেখি বীণাৰ উঠিল হাঁহি আৰু বীণাৰ লগে লগে আমাৰো। বীণাই হাঁহি সম্বৰণ কৰিব নোৱাৰি পাৰতে বা'গ পাৰিল। মদনে লাজতে ৰঙা চিঙা পৰি মোক লক্ষ্য কৰি কৈ উঠিল "চাওকচোন যোৱা দুবছৰমানহে জাল মৰা নাই, পাহৰি গ'লোৱেই নহয় ?

মই ক'লো— উপায় নাই মদন উপায় নাই ! অকল জাল মাৰিবলৈহে যে পাহৰি গ'লি এনে নহয়—হালবাবলৈ যদি জানিছিলি এতিয়া তোকো নেজানিবি গৰুৰ ঠেং, কাটিব, কোদাল মাৰিবলৈ যদি পাৰিছিলি, এতিয়া তাকো নোৱাৰিবি, ভাগৰটো লাগিবই—এলাহো লাগিব। এইবোৰ যদি পাহৰিয়েই নগ'লি বা এলেহুৱাই নহ'লি—তেনেহ'লে শিক্ষা শেষ কৰাৰ পিছত নিবনুৱাৰ লিষ্টত নামটো কেনেকৈ ল'গাবি ? আজি জালখন ফুটাই মাৰিব নোৱাৰি লাজ পাইছ সঁচা কিছুদিনৰ পিচত কিন্তু সেই লাজ ভাঙি যাব । এলেহুৱা মানসিকতাই তোৰ ওপৰত আধিপত্য বিস্তাৰ কৰি এটা সময়ত চয়তানিৰ ভড়াল হৈ পৰিব আৰু চাৰিওফালে ঠগ প্ৰবঞ্চনাৰ জাল তৰিব।

বহু পৰীক্ষা নিৰীক্ষাৰ পিচত চৰকাৰৰ পৃষ্ঠপোষকতাত গঢ়লৈ উঠা আজিৰ শিক্ষা কেন্দ্ৰবোৰ এনে বিকৃত মানসিকতা সৃষ্টিৰ একো একোটা ক্ষুদ্ৰ গোষ্ঠীস্বাৰ্থধৰ্মী ভয়ঙ্কৰ কাৰখানাত বাহিৰে অন্য একোৱে নহয় মদন ! গোটেই বিশ্বজুৰি আতঙ্কৰ সৃষ্টি কৰা নিবনুৱা নিৰক্ষৰতা, দৰিদ্ৰতা আৰু সম্প্ৰদায়িকতা এই চাৰি প্ৰধান সমস্যা আজিৰ চৰকাৰবোৰৰ অস্তিত্বৰ চাৰি

লাইখুটা। এই চাৰি সমস্যা আমাৰ মাজত ইমান ভয়াবহ ৰূপত প্ৰকট হৈ উঠিছে—যাৰ সমাধান অনতিপলমে উলিয়াই নল'লে অদূৰতে গোটেই মানৱ সমাজখনেই আত্মঘাতী হ'ব লাগিব। চৰকাৰে সমস্যাৰ সৃষ্টিহে কৰে—সমাধান নকৰে। অথচ, ইচ্ছা কৰিলে এইবোৰ সমাধান কৰিবলৈ মুঠেও সময় নেলাগে।' মদনৰ চকুত চকু ৰাখি কথাখিনি একেলেথাৰিয়েই কৈ গ'লো যদিও অকল মদন, বসন্ত আৰু বীণাকেই যেন কোৱা নাই—কৈছো ক্ষুধাৰ্ত্ত জনতাৰ ক্ষেত্ৰবান চৰকাৰকো, যাৰ শুনাৰ ধৈৰ্য্য আছে সমাধান কৰাৰ ক্ষমতা আছে।

ইতিমধ্যে সাজ ভাগো ভাগো হ'লেই। বসন্তই মদনৰ হাতৰ পৰা জালখন ততাতৈয়াকৈ লৈ কেইচাবমান মাৰি কেইটামান মাছ উঠালতে, মাছ লৈ আটায়ে ঘৰত সোমালোহি। সন্ধ্যাও ভালকৈয়ে লাগিল। অলপ চাহ খাই উঠি মদনৰ কোঠাত আমিও ভালকৈয়ে গপত লাগিলো।

মদনৰ অনুৰোধক্ৰমে বসন্তই তাৰ জীৱনৰ বিপৰ্য্যয়ৰ সকলো ঘটনাই নিয়াৰিকৈ কৈ গৈ আছে—মই বিচনাতে আউজি শুনি গৈ আছো আৰু বীণাইও দুৱাৰখনত আউজি লৈ শুনি গৈ ছ। যিমানেই বসন্তই এইবোৰ কৈ গৈছে, সিমানেই বীণাৰ চকুপানীক বাধা দিব পৰা শক্তি হেৰাই গৈছে আৰু বহু আওপকীয়া ভাবে বীণাক অস্থিৰ কৰি তুলিছে। —'আনহে নেলাগে সিইঁতৰ ঘৰত থাকিও, তেওঁ জানো কম কষ্ট খালে? আজি যে তেওঁৰ প্ৰতি ইমান মৰম উপজিছে, অতদিনে মইনো আছিলো ক'ত? যাৰ ওলাইছে যাৰতো? এদিনৰ মৰম তেওঁ লবই বা কিয়? এৰাৰি চেনেহৰ মাত, এধানি মৰম সিও তেওঁৰ ভাগ্যত নঘটিল। মই তেওঁক নিচিনিলো— চিনিবলৈ চেষ্টাও নকৰিলো। তেওঁ আছিল আমাৰ চাকৰ আৰু মই আছিলো

তেওঁৰ প্ৰভুৰ জা ? মই তেওঁক ভালকৈ মাতিমেইবা কিয়—মৰমেইবা কৰিম কিয়। তেওঁক ধমক্ দিম, শাসন কৰিম আৰু যিমান পাৰো কাম আদায় কৰিম—তেহে মোৰ নাম হ'ব আৰু নাম চাই দাম বাঢ়িব ? ভাল মানুহৰ বেটী ?" —এইবোৰ কিবা কিবি মনতে ভাবি বীণাই নিজকে ধিক্কাৰ দি গৈছে।

ইফালে মদনে মাজে মাজে দীঘলকৈ হুমুনিয়াহ একোটি এৰি বন্ধুৰ প্ৰতি এনে আনুভূতিক সহাৰিত নিগৰি অহা দুই এটোপাল চকুৰ পানীক কোনোমতে ভেটা দি ৰাখিহে সুধিব পাৰিছে—"কচোন ভাই বসন্ত, তোক আমি কি ভাবে সহায় কৰিব পাৰো ?"

মদন তোৰ এনে সহাঁৰিত মই সদায়েই তোৰ ওচৰত কৃতজ্ঞ হৈ ৰ ম জান শোষণ ঠগ-প্ৰবঞ্চনা আজি আমাৰ মাজত এনে এটি পৰ্য্যায়ত উপনিত হৈছে, যে এটিকো বাদ দি নিজক প্ৰতিষ্ঠা কৰিবলৈ অকণো ঠাই নাই ? কৃষক শ্ৰেণীটোক বাদ দি এনে মনোবৃত্তিৰ পৃষ্ঠপোষক বাকী প্ৰায় আটায়েই। তই যেতিয়া ভুক্ত ভোগী নহৱ হয়তো এইটো তই বুজিয়েই নেপাবি।

ৰাজেন, তয়েই কচোন বাৰু মানুহে এনে কোন প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ ভাল বেয়া ধৰ্ম্ম অধৰ্ম্মৰ কথা বুজি পাইও-শোষণ ঠগ প্ৰবঞ্চনা আদিৰ দৰে এনে হীন মনোবৃত্তিত নিজকে বিক্ৰী কৰি দিয়ে ?"

মই ক লো, সেইবাবেই মানুহৰ মনোবৃত্তিৰ ইমান অধঃপতনৰ মূল কাৰণ কোন খিনিত আৰু তাক কেনেকৈ সংশোধন কৰা যায়—ইটোৰ লগত সিটোৰ সম্বন্ধ থকা দুয়োটাই আজিৰ জনসাধাৰণৰ অকল প্ৰশ্নই নহয়—প্ৰত্যাহ্বানো। অভাৱ। মানুহৰ জীৱনৰ সকলো সংঘাত বা সমস্যাৰ মূলতে—অভাৱ। মানুহে মানুহৰ দৰে বাচি থাকিব বিচাৰে। তাৰ অকণো ব্যতিক্ৰম ঘটিলেই মানুহৰ জীৱনত প্ৰতিপত্তি বিস্তাৰ কৰে অভাৱে।

ধনীয়েই হওক বা গৰীবেই হওক তাৰ জীৱনত অভাৱৰ অন্ত নাই। ধনীৰ অভাৱ ৰাজকাৰেঙৰ আৰু ভোগবিলাসৰ গৰীৱৰ অভাৱ ভগাপজাৰ আৰু জীৱন নিৰ্ব্বাহৰ—ব্যৱধান মাত্ৰ ইমানৰ। ধনী আৰু গৰীৱৰ এই ব্যৱধানকণ আঁতৰাই যেতিয়ালৈ নিয়মিত কৰিব পৰা নেযায় তেতিয়ালৈ শোষণ ঠগ প্ৰবঞ্চনা নতুবা বিপ্লৱ আদিৰ পৰা নিষ্কৃতি পোৱাৰ উপায় নাই বসন্ত উপায় নাই।

"বাৰু কওকচোন, শোষণ ঠগ প্ৰবঞ্চনা মানুহৰ জন্মগত স্বভাৱ নেকি ?"—বুলি মদনে মাজতে প্ৰশ্ন কৰাত মই উত্তৰ দিছো এই বুলি—'নহয়, এইবোৰ পাৰিবেশিক সৃষ্টিহে। অফুৰন্ত দয়া মমতা আৰু সততা প্ৰত্যেকজন মানুহৰে আছে আৰু ইয়াকে সম্বলৰূপে লৈযে প্ৰথম জীৱন সংগ্ৰামত নিজক লিপ্ত কৰে। কিন্তু, নিজক প্ৰতিষ্ঠাৰ বাটত শ্ৰেণী পৰ্য্যায়ৰ অসমতাই যেতিয়া থকাসৰকা কৰে স্বাভাৱিকতে মনটো বিদ্ৰোহী হৈ দয়া মমতা, ধৰ্ম্ম, অধৰ্ম্মৰ জ্ঞান আৰু হিতাহিত চেতনা আদি হেৰাই বুনিয়াদি প্ৰয়োজন পৰিপূৰণেই যে প্ৰতিষ্ঠা সেইটো পাহৰি যায়। ফলত সৃষ্টি হয়-শোষক, ঠগ্ প্ৰৱঞ্চক, দলৰ। ধন বাঢ়িলে মনো বাঢ়ে। তেতিয়া মনে ভালতকৈও ভালকৈ বাচি থাকিব বিচাৰে। তেনেকৈ বাচি থাকিব বিচৰা মুষ্টিমেয় এচাম মানুহৰ মাজত যি প্ৰতিদ্বন্দ্বিতা চলিছে তাৰ ফলস্বৰূপে সৰ্ব্ব সাধৰণ চাম মানুহ শোষিত হৈছে ঠগ খাইছে বা প্ৰবঞ্চনাৰ পৰাহত পৰিছে।

আন এচামে আকৌ তেনেদৰে নিজক প্ৰতিষ্ঠা কৰিবলৈ যেতিয়া সক্ষম নহয় আৰু যেতিয়া অভাৱৰ তাড়নাত বেছি অতিষ্ঠ হৈ উঠে, তেতিয়া জীৱনৰ মমতাত, বাচি থকাৰ হেপাহত নিজক লিপ্ত কৰে চোৰ, ডকাইত বা লম্পটৰ দলত।

তাতোকৈ আৰু এচামৰ অভাৱৰ তাড়নাত জীৱনযাত্ৰা যদি আৰু দুৰূহ হয়, অনাহাৰ, অনিদ্ৰাত অস্থিৰ জীৱন-যাপন কৰিব লগীয়া হয় তেতিয়া জীৱনৰ প্ৰতি আস্থা হেৰাই তেওঁ লোকৰ মাজতে সৃষ্টি হয় বহুতো দলৰ। তাৰে কিছুমান শাৰিৰীক বা মানসিক ভাবে পঙ্গু হৈ নতুবা মানসিক ভাৰসাম্য হেৰুৱাই সমাজৰ বোজাস্বৰূপ হয়। আকৌ কিছুমান হয় উগ্ৰপন্থাধাৰী স ঘাতী মনৰ—ধৰ মাৰ শেষকৰ তাতকৈ এওঁ লোকে যেছি একো ভাবিব নোৱাৰে। আন কিছুমানে আকৌ এইবোৰ সংশোধন কৰাৰ উদ্দেশ্য আগতলৈ সূচনা কৰে বিপ্লৱৰ।

ময়ো আজি এওঁলোকৰ একে পথৰে পথিক বাজেন—মোকো লাগে বিপ্লৱ"—বুলি বসন্তই প্ৰায় চিঞৰাৰ দৰেই কৈ উঠিল। মই ক লো ৰ উত্তেজিত নহ বিচোন বসন্ত। বিপ্লৱ কৰিলেই জানো সমস্যাৰ সমাধান হৈ যায়? মিছা, আজিৰ দুনিয়াত দিনে বাতিয়ে কিমান বিপ্লৱ হ'ব লাগিছে অথচ কিবা লাভ জানো হৈছে? আজি কাৰ বিৰুদ্ধে বিপ্লৱ কৰিবি, শুনিব কোনে দিবই বা কোনে কি? মানবৰ চলন নীতি আজি বিপথগামী। মানৱতা আজি আৰু মানৱতা হৈ থকা নাই। মানৱতা আজি ভেজাল, বিকৃত, বেসুৰা। ব্যক্তি প্ৰাধন্যই মানৱ সমাজৰ মানৱতা নামৰ মানবীয় বান্ধোন ভাঙিচিঙি চুৰমাৰ কৰিছে। আজিৰ সমাজ মানেই দলাদলি, ভাই কাজিয়া বিৰোধ ভাষিক বিভাজন, সাম্প্ৰদায়িক বিভাজন আৰু উচ্চ অনুচ্চৰ প্ৰাচীৰ। আজিৰ সমাজত কাৰো কথা কোনেও শুনা হ ল একজনক ঠগি আনজনে খোৱা হ'ল কাঁৰো প্ৰতি অকণো সহানুভূতি নোহোৱা হ'ল একজাক বচাই ৰাখি আনজন বাচি থকাৰ প্ৰৱণতা মুঠেও নোহোৱা হ'ল,

সততা নিষ্ঠা আৰু ত্যাগৰ আদৰ্শ বুলিবলৈ একো এটা নাই কীয়া হ'ল। আৰু এই যে বাদ'বাৰ (Ism) বসন্ত, আৰু বেছি ভয়ানক হ'ল। এইবোৰে গোষ্ঠী বা ব্যক্তিস্বাৰ্থ পূৰণতকৈ একোকে নকৰে। এইচব মিছা ভুৱা। মানৱ সমাজৰ বাবে মানৱতাবাদ হে সঁচা—যি সৃষ্টি ধৰ্ম্মীয়। আজিৰ বাদবোৰ সেই মানৱতা বাদ'ৰই বিকৃত বিপথগামী সোঁত যি বৃহত্তৰ মানৱ সমাজৰ একো একোটা ভাঙনমুখী ৰূপ। বসন্ত, আজিৰ এনে বিপথগামী সোঁতবোৰৰ প্ৰতিৰোধ গঢ়ি তোলা তোৱেই হব প্ৰকৃত বিপ্লৱ। অন্যথাই যি বিপ্লৱেই হওক কিয়, ই হ ব ফুটকাৰ ফেন।'

"কেনেকৈ বাৰু এনে প্ৰতিৰোধ কেনেকৈ গঢ়ি তুলিব পাৰি ?'—বুলি বসন্তই প্ৰশ্ন কৰাত মই উত্তৰ দিছো এনেকৈ— "বসন্ত শাস্ত্ৰত এনেবোৰ সমস্যাৰ প্ৰতিৰোধ ব্যৱস্থা সুন্দৰ ভাবেই দিয়া আছে—আমি মন নকৰো বুলিহে। অগস্ত্য মুনিৰ এটা কাহিনী আছে। কাহিনীটো হৈছে—তেওঁ আছিল গছৰ বাকলি পৰিধানকাৰী তপস্বী। হলেও তেওঁ কিন্তু ৰাজকুমাৰী এজনীৰ পাণী গ্ৰহণ কৰিছিল। ঘটনা হ'ল তেওঁ তপস্বী হিচাপে আছিল ভোগ বিলাসৰ উৰ্দ্ধত আৰু তেওঁৰ স্ত্ৰী আছিল ৰাজকুমাৰী হিচাপে ভোগ বিলাস আৰু বাসনাৰ বহিৰ্ভূত। সেই বাবেই এই ব্যৱধানে এক বিৰাট সমস্যাৰ সৃষ্টি কৰিছিল তেওঁলোকৰ সাংসাৰিক জীৱনত। ভোগবিলাস আৰু কামনা বাসনা পূৰনাৰ্থে মানসিক সংঘাতত জৰ্জৰিতা ৰাজকুমাৰী স্ত্ৰীয়ে কিন্তু এদিন মুখখুলি ক'ব'ল বাধ্য হৈছিল এইবুলি—"হে মোৰ স্বামী দেৱতা, তুমি মহান তপস্বী হিচাপে ভোগ বিলাসৰ উৰ্দ্ধত বুলি মই জানো। কিন্তু দেৱ, মই যে ৰাজকুমাৰী আছিলো ! জন্মৰ দিনৰে পৰাই মই যে ভোগ

বিলাসতেই তাঙৰ দীঘল হৈছিলো। হে মোৰ দেৱতা, মই এতিয়াও সেইটোৱেই কামনা কৰো—মোক লাগে ভোগবিলাস কামনা বাসনা চৰিতাৰ্থ কৰিবলৈ। মোৰ প্ৰতি আপুনি অকণো সদয় নহ'বনে দেৱ?

অগস্ত্য মুনিয়ে তেওঁৰ ৰাজকুমাৰী স্ত্ৰীৰ কথাত খনকিৰ অলপ চিন্তা কৰি চাই দেখিলে— ও হয়তো, মই মোৰ সকলো পাইছো - কিন্তু তেওঁতো স চাকৈ'য় একো পোৱা নাই? ৰ বা মই তোমাৰো কামনা বাসনা পূৰ্ণ কৰো" —বুলি এজন ৰজাৰ ওচৰত গৈ হাজিৰ হ'লগৈ আৰু তেওঁৰ উদ্দেশ্য অৱগত কৰি ক'লে— 'মহাৰাজ মোৰ ধন সম্পদ ঐশ্বৰ্য্য বিভূতি লাগে।" ঋষিক যথাযোগ্য সম্বৰ্দ্ধনা জনাই ৰজাই সানন্দে সনম্ৰে ভক্তি ভাবে ঋষিক জনালে—' হে প্ৰভু এই ৰাজ্যৰ প্ৰজাৰ পৰা যিমান আয় হয় ৰাজকাৰ্য্যত তাতকৈ বেছি ব্যয় হয়। এয়া ৰাজ ভড়াল খুলি যিমান ইচ্ছা আপুনি লৈ যাওক।"

ৰজাৰ সততাত মুনি অতিকৈ সন্তুষ্ট হৈ ক'লে— ওহো তোমাৰ পৰা মোক একো নেলাগে—ব লা আন এজন ৰজাৰ ওচৰলৈ যাও"—বুলি ৰজাকো লগত লৈ আন এজন ৰজাৰ ওচৰত উপস্থিত হ'লগৈ। তাতো তেওঁৰ উদ্দেশ্য অৱগত কৰাত ৰজাই আগৰ জনৰ দৰেই ক লে— ' হে প্ৰভু, এই ৰাজভড লত যিমান সম্পদ জমা হয় ৰাজকাৰ্য্যত সিমান খিনিয়েই খৰচ হয়, জমাৰ ধৰস্ত একো নেথাকে। এয়া আপোৰেই ভড়াল যিমান লাগে আপুনি লৈ যাওক"। এওঁৰ ওপৰতো সন্তুষ্ট হৈ মুনিয়ে ক লে - "ও হা তোমাৰো মোক একো নেলাগে— তুমিও ব লা আন এজন ৰজাৰ ওচৰলৈ যাওঁগৈ"—এই বুলি আন এজন ৰজাৰ ওচৰত উপস্থিত হ লগৈ। এওঁ আছিল অসুৰ ৰজা। অসুৰৰ প্ৰবৃত্তি নিয়াত বাহিৰে দিয়াত যে নাই এইটো

সৰ্ব্বজন বিদিত। এওঁলোকেও জানে যে নিদিব। তদুপৰি মুনিয়ে তেওঁৰ উদ্দেশ্য অৱগত কৰাত ৰজাই সানন্দে কলে—"হে দেৱ—মোৰ অপাৰ ঐশ্বৰ্য্য। মোৰ বি আয় ৰাজকমত তাতকৈ বহুত কম খৰচ হয়। গতিকে মই কিমান দিম ভাবি ছো আপুনি যদি কৰ পাৰে আপুনি সিমানে লৈ যাব পাৰিব।" এওঁৰ জালতৰা কৌশল বুজিও মুনিয়ে অসুৰ ৰজাই ভৰামতে আটাইবোৰ বস্তুৰ নাম আৰু পৰিমাণ তপৰাই কৈ দিলে। তেতিয়া ৰজাই ক লে—"কেই কৈছে, কিন্তু এই সম্পদ নিয়াৰ আগতে আপুনি মোৰ আতিথ্য গ্ৰহণ কৰিব লাগিব"। "নিশ্চয় কৰিম'—বুলি মুনিয়ে সম্মতি জনালাত ৰজাই যা যোগাৰ কৰাত ব্যস্ত হৈ পৰিল। ৰজা আত ৰি বোৱাৰ লাগে লগে মুনিৰ লগত যোৱা ব্ৰজা কেইজনে ক'লে— হে দেৱ আপুনি এই আতিথ্য গ্ৰহণ কৰিব নেলাগে—বিপদ ঘটিব। এওঁৰ অসুৰ ভায়েক-জনক কাটি, বাচিবুটি ৰান্ধি আপোনাক খুৱাব আৰু খাই উঠাৰ লগে লগে ভায়েকক নাম কাটি মাতিলেই পেট ফালি ওলাই আহিব আৰু আপুনিও পেট ফালি মৰি যাব। এনেকৈয়ে বহুতক মৰা কথা আমি জানো। হে মহান, আমাৰ কথা শুনক, ন'হলে বিপদ ঘটিবই।" মুনিয়ে কলে—'ময়ো জানো, তোমা-লোকে চিন্তা কৰিব নেলাগে— মই এওঁৰ আতিথ্য গ্ৰহণ কৰিম।"

যথাসময়ত আহাৰ আনি মুনিৰ আগত সজাই দিয়া হল। মুনিও ভোজন কৰাত লাগিল। ৰজাই নিজে মুনিৰ কাষতে থাহি মুনিৰ শুশ্ৰূষাত ব্যস্ত হৈ পৰিল। মুনিৰ ভোজন শেষ হোৱাৰ লগে লগে ৰজাই ভায়েকক মাত দি উঠিল। আইন মিনা ৰজাই মাত দিয়াৰ লগে লগ ভায়েকে পেট ফালি ওলাই আহে—আজি কিন্তু বাৰে বাৰে মতাতো নাহিল। ৰজাই বৰ

উদ্বিগ্ন হৈ কি ঘটিল কি নঘটিল ভাবি মুনিৰ পেটটোলৈ ভেবা-লাগি চাই থাকিল। মুনিয়ে ৰজাৰ এনে নিৰুপায় অৱস্থালৈ লক্ষ্য ৰাখি হাঁহি মাৰি কৈ উঠিল— ৰজা তোমাৰ ভায়েৰাক মই হজম কৰি পেলালো ”। ৰজাই উপায় নেপাই মুনিৰ দুই চৰণত সাবতি ধৰি মাফ মাগি কান্দিবলৈ ধৰিলে আৰু তেওঁৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰি ৰাজভড়ালৰ পৰা ধন-সোণ দি মুনিক সসম্মানে বিদায় দিলে।

কাহিনী থূলমূলকৈ এইটোৱেই। এতিয়া কচোন বসন্ত এই কাহিনীটোৱে কি কলে?

‘মই ঠিক ধৰিব পৰা নাই ভাই”—বুলি বসন্তই উত্তৰ দিলে। মই ক’লো—‘নোৱাৰ বসন্ত ধৰিব নোৱাৰ—আজিৰ কোনেও পৰা নাই। বহু যুগ পাৰ হৈ গ’ল। কিন্তু যুগে যুগে পৌৰাণিক এনেকুৱা কাহিনীবোৰ বুঢ়ী আইৰ সাধু হৈয়ে ৰ’ল। কিন্তু যাক মহৰ্ষি বা ৰাজৰ্ষি বুলি অলপো কুণ্ঠাবোধ নকৰাকৈ অভিহিত কৰি আহিছো সেই ঋষি সকলক কেন্দ্ৰ কৰি গঢ় লোৱা এইবোৰ বুঢ়ী আইৰ সাধুৱেনো কি জৈৱিক তাৎপৰ্য্যৰ আঁত বিচাৰি নাপাই আমি আমাক আত্ম-প্ৰৱঞ্চনা কৰি আহিছো। এই প্ৰৱঞ্চনাৰ মেৰপাক সুদূৰপ্ৰসাৰী। এই প্ৰৱঞ্চনাৰ পৰা হাত সৰাৰ এটাই মাত্ৰ উপায় আছে সেয়া হ’ল এনেকুৱা বহু অগস্ত্যৰ কাহিনীৰ তাৎপৰ্য্য আৱিষ্কাৰ কৰা।

অগস্ত্যৰ এই কাহিনীটোত অকল ৰাজনীতি, অৰ্থনীতি সমাজনীতি আৰু মানৱীয় মূল্যবোধৰ উচিত কৰ্ষণকেই কৰা নাই বসন্ত, মূল্যবোধ কেনেকৈ ৰোপণ কৰিব লাগে, তাৰ উচিত কৌশলো দেখুৱা হৈছে।

এই কাহিনীত ৰাজনীতিৰ উদাহৰণ চা—ৰজাই অনাহকত প্ৰজাৰ ওপৰত কৰ-কাটল জাপি দি ৰাজভড়াল আৰু চহকী

কৰি ঐশ্বৰ্য্যৰ তাণ্ডব নৃত্য কৰা নাই বৰ প্ৰজাৰ প্ৰতি সহানুভূতিশীল হৈ ৰজাই সংযমিত জীৱনহে যাপন কৰিছে—এয়াই ৰাজনীতি। নিজৰ ধন ঐশ্বৰ্য্য বঢ়াবলৈ ইথন ৰাজ্যই আন থনক আক্ৰমণ বা লুটপাত কৰা নাই। নিজৰ নিজৰ অৰ্থাৎ স্বাৰ ওপৰতে অৰ্থনীতি ৰচনা কৰা হৈছে। দিব পৰা জনে ৰাজভড়ালৈলৈ বৰঙনি দিছে দিব নোৱাৰাক অত্যাচাৰ কৰা নাই। চা বাৰু কেনে সুদৃঢ় অৰ্থনীতি।

বসন্ত, আদিম যুগৰ আদিম সমাজ ব্যৱস্থাৰ এনে স্বাক্ষৰ বোৰ আজিও হেৰাই যোৱা নাই—আৰু যোৱা নাই সভ্যতাৰ খোজবোৰো। যদি কওঁ—সভ্যতাৰ চূড়ান্ত শিখৰত থিয় দিয়া বুলি জহগোৱা কুৰি শতিকাতো গছৰ ডালত চৰাইৰ দৰে বাহঁ সাজি থকা মানুহো আছে - এইটো হয়তো বিশ্বাসযোগ্য নহ'বও পাৰে। কিন্তু, এইটো বাস্তৱ সত্য যে আজিৰ সভ্যতাৰ কৃত্ৰিমতাক নেওচি গুৱাহাটীৰ দৰে মহানগৰীৰ উপকণ্ঠ পাঞ্জাবাৰীতে আদিম সভ্যতাৰ ঐতিহ্য বহণ কৰি ডালমিকিৰ নামৰ এটা ঠালে আৱশ্যক বুজি গছৰ ডালত বাহঁসাজি আজিও আছে। এওঁলোকৰ না মাটিৰ সীমা সমস্যা আছে না সা সম্পত্তিলৈ কাজিয়া পেচাল আছে, না মালিমোকৰ্দ্দমা আছে—না কি আছে? এওঁলোকৰো সমাজ ব্যৱস্থা আছে মুৰব্বীও আছে—কিন্তু দিয়া লোৱা আনুগত্যত বান্ধিৰে একোৱে নাই। গুৱাহাটীৰ সভ্যমানুহৰ চকুত চাট মৰা চমক্ এওঁলোকে সদায়ে দেখে। কিন্তু গছৰ ডালৰ পৰা নামি আহি আকাশলজ্বা দালান সজাৰ কথা কিয় নেভাবে? কোনোবাই বিচাৰি চাবহিনে—কোন বেছি সভ্য কোন বেছি সুখী—এওঁলোক নে আমি?

বসন্ত আমি যিমানেই সভ্য সভ্য বুলি দাবী কৰি আহিছো সিমানেই অসভ্যৰ চূড়ান্ত শিখৰত বহি পৰিছো। যি বাটে

খোজকাঢ়ি গন্তব্যস্থান পোৱাৰ প্ৰতীতি সৃষ্টি নহয়, যি খোজক মানুহ জীৱনৰ উৎকৰ্ষ বুলি অভিহিত কৰিব নোৱাৰি সেয়াই জানো সভ্যতাৰ খোজ? যিখন সমাজত বস্তু দি বস্তু পোৱাৰ শ্ৰম দি শ্ৰম পোৱাৰ সহানুভূতি দি সহানুভূতি পোৱাৰ ব্যৱস্থা যুগ যুগ ধৰি চলি আছিল সভ্যতাৰ এক উল্লেখনীয় খোজ বুলি স্বীকৃতি দিয়া মুদ্ৰাৰ আৱিষ্কাৰ আৰু ইয়াৰ বিনিময়ে সেই ব্যৱস্থাৰ অপমৃত্যু ঘটালে। লগতে অপমৃত্যু ঘটালে সামূহিক সমাজ ব্যৱস্থাৰ পাৰস্পৰিক নিৰ্ভৰশীলতা আৰু মানুহৰ প্ৰকৃত মূল্যবোধৰ। মানুহৰ হাতলৈ মুদ্ৰা আহিল, নিজৰ প্ৰয়োজনবোধে অভাৱ দূৰীকৰণত তাক প্ৰয়োগ কৰা হ'ল বচাখিনি সাঁচিবলৈ লাগিল সঞ্চিত ধনৰ পৰিসৰ বাঢ়ি গ'ল আৰু সমাজত কোনো এজনে ধনী বুলি স্বীকৃতি লভিলে। আনহাতে প্ৰয়োজন অনুসৰি উৎপাদন কৰিব নোৱাৰা জনৰ সমাজৰ সদ্যসৃষ্ট ধনী সকলৰ পৰা বাঞ্ছিত দিহা ভৰসাৰ অভাৱ হ'ল, বৈষয়িক সাহায্যৰো অৱসান ঘটিল। বিনিময়ত সৃষ্টি হ'ল আৰু এক মানুহ শ্ৰেণীৰ—গৰীৱ। মুদ্ৰাই মানুহক ব্যক্তিকেন্দ্ৰিক কৰি তুলিলে। এতিয়া কাৰো ঘৰৰ ভোক সামূহিক প্ৰচেষ্টাত নিবাময় নহয়, এতিয়া কাৰো দৈহিক অসুস্থতা স্বাভাৱিক সহায় সহানুভূতিৰে আৰোগ্য নহয়। এনেকৈয়ে এখন নিকা, সৰল আৰু মানৱীয় মূল্যবোধকেন্দ্ৰিক সমাজক ধ্বংসৰ বুকুলৈ ঠেলি দিয়া হ'ল।

তেতিয়াৰ দিনত বসন্ত, এনে ৰাজনীতি আৰু অৰ্থনীতিৰে পৰিচালিত ৰাজ্য বিলাকৰ সীমা বুলিবলৈ সাধাৰণভাৱে প্ৰাকৃতিক আৰু পাৰিবেশিক স্থিতাৱস্থাহে আছিল। এই ৰাজ্য বিলাকক সামৰি সমগ্ৰ বিশ্বৰে এখন বিশ্বৰাষ্ট্ৰও আছিল। শাস্ত্ৰত উল্লেখিত নাৰায়ণ ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আৰু নাৰদৰ যি কল্পিত ধাৰণা, বাস্তৱ দিশত সেয়া অমূলক। এয়া কোনো অপাৰ্থিব

অস্তিত্ব নাছিল—আছিল পাৰ্থিব মানৱ নামৰ জীৱহে। সেই বিশ্বৰাষ্ট্ৰৰ যি সৰ্ব্বেসৰ্ব্বা শাসনকৰ্ত্তা আছিল, তেওঁকেই কোৱা হৈছিল নাৰায়ণ ওৰফে ইন্দ্ৰ—বিজনেই মাত্ৰ চাৰিটা বিভাগৰ যোগেদি ৰাজকাৰ্য্য পৰিচালনা কৰিছিল। তাৰে এটা বিভাগ আছিল সৃষ্টিকৰ্ত্তা ব্ৰহ্মা অৰ্থাৎ কাৰিকৰী বা বিজ্ঞান বিভাগ—যি বিভাগে নন বহু কিছু আবিস্কাৰ কৰি বিশ্ব মানৱৰ অশেষ কল্যাণ সাধিছিল। আন এটা বিভাগ আছিল পালন কৰ্ত্তা বিষ্ণু অৰ্থাৎ স বিধান কৰ্ত্তা আৰু প্ৰতিস্থাতা—যাৰ সাংবিধানিক উদ্দেশ্য আছিল, সকলো দিশত সমতা ৰক্ষা কৰি প্ৰজাক পালন কৰা। আৰু এটা বিভাগ আছিল স হাৰকৰ্ত্তা মহেশ্বৰ অৰ্থাৎ গৃহবিভাগ। সংবিধানৰ পবিত্ৰতা ৰক্ষা কৰাই আছিল এই বিভাগৰ মুখ্য কাম। কোনোবাই কোনো ঠাইত সংবিধান অমান্য কৰিলেই এই বিভাগে তৎমুহূৰ্ত্ততে তাৰ বিৰুদ্ধে যথাযথ ব্যৱস্থা লৈছিল আৰু প্ৰয়োজনবোধে আনকি সংহাৰ মূৰ্ত্তিও ধাৰণ কৰিছিল। আনটো বিভাগ আছিল যোগাযোগ বা নাৰদ বিভাগ। এই বিভাগে ঢেকীৰ বাহনৰ অৰ্থাৎ এৰোপ্লেনৰ লগত আৱশ্যকীয় সামগ্ৰী লৈ সমগ্ৰ বিশ্ব চলাথ কৰি ফুৰিছিল আৰু দাৰৰ খবৰ দাঁৰে দি থাকি ৰাজকাৰ্য্য চলোৱাৰ পথ সুগম কৰি ৰাখিছিল। চা যিখন পৃথিৱীত এখন বিশ্ব-চৰকাৰ আছিল, যিখন পৃথিৱীত ধনী গৰীৱৰ সমতা ৰক্ষা কৰি চলিছিল, শোষণ, ঠগ প্ৰৱঞ্চনা হিংসা দ্বেষ, কপটতা যিখন পৃথিৱীত নাছিল সেইখন স্বৰ্গ বুলি সেইবাবেই কোৱা হৈছিল। সেইখন চৰকাৰৰ দিনত যি যলৈ ইচ্ছা তলৈ যাব পাৰিছিল য'তেই ইচ্ছা তাতেই থাকিবও পাৰিছিল। কোনেও দাকবাল লৈ স্ব প্ৰতিপত্তি বিস্তাৰ বা দখল সাব্যস্তও কৰা নাছিল। গাওঁৰ মানুহৰ আজিৰ দ'ৰ সীমাবদ্ধ নিজস্ব মাটি নাছিল—

আছিল সবাৰো উমৈহতীয়া সম্পত্তিহে। আজিও বহু ঠাইত পাহাৰীয়া ককাই ভাইহঁতে উমৈহতীয়া জুম খেতি কৰাৰ দৰে তেতিয়াৰ দিনত তেনেকৈয়ে তেওঁলোকে খেতি কৰিছিল নিজ নিজ শক্তি সামৰ্থ্যৰ ওপৰত। তেতিয়াৰ দিনত মুদ্ৰাৰ প্ৰচলনো নাছিল আৰু অভাৱ বলিব'লগীয়া কাৰো নাছিল। বিবাহ যোগ্য যুৱক যুৱতীক আটায়ে মিলি এটা ঘৰ নতুনকৈ সাজি দি প্ৰত্যেক ঘৰে আৱশ্যকীয় বস্তুৰ যোগান দি এখন নতুন সংসাৰ পাতি দিছিল। সেই স্বাক্ষৰ বহু পাহাৰীয়া ভাই ভনীহঁতৰ মাজত আজিও আনকি প্ৰচলিত হৈয়েই আছে। চা, সেই সমাজখন আছিল কিমান নিৰ্ভেজাল—কিমান আদৰণীয়! আজিৰ সমাজৰ ভেজালবোৰ আঁতৰাবলৈ, অস্ত্ৰ প্ৰতিযোগিতাৰ ভয়াবহ পৰিণতিৰ পৰা ৰক্ষা পাবলৈ আৰু অৰ্থনীতিৰ সমতা ৰক্ষা কৰি সুখে সন্তোষে বাচি থাকিবলৈ এনে এখন বিশ্বচৰকাৰ প্ৰতিষ্ঠা কৰিবৰ হ'ল। অন্যথাই এই পৃথিৱীৰ পৰা মানৱ জাতি সমূলকে নি চিহ্ন হবৰ হ'ল।

"বসন্ত অগস্ত্যৰ কাহিনীটোৰ আটাইতকৈ চকুত লগা দিশ টো হ ল বিভিন্ন মূল্যবোধৰ সংঘৰ্ষ আৰু প্ৰকৃত মূল্যবোধৰ প্ৰতিষ্ঠা। অসুৰ ৰজা প্ৰকৃতাৰ্থত সাম্ৰাজ্যবাদী নাছিল—নাছিল আন ৰজাবোৰো। অগস্ত্য ঋষিৰ প্ৰতি কৰা ষড়যন্ত্ৰ মানৱীয় মূল্যবোধৰ প্ৰতি অসুৰ ৰজাৰ প্ৰত্যাহ্বান মাথোন। বিকৃত প্ৰমূল্যক যিমান ঐশ্চৰ্য্যৰে মহিমামণ্ডিত কৰিব খুজিলেও তাৰ পৰাজয় অৱশ্যম্ভাৱী। এই দন্দ্বৰ প্ৰকট ৰূপ অগস্ত্য আৰু পত্নীৰ ক্ষেত্ৰত প্ৰযোজ্য। চা সৃষ্টিৰ দিনৰে পৰা মানুহ সমাজৰ দুই শ্ৰেণীৰ মাজত এই দ্বন্দ্ব চলিয়েই আছে, এই দ্বন্দ্বৰ কোনো অতীত নাই ই চিৰশাশ্বত। আমি মানুহবোৰ বিকৃত মানৱীয় মূল্যবোধ আৰু সঁচা মূল্যবোধৰ দুই প্ৰতিনিধি। সভ্য অসভ্য

আৰ্য্য অনাৰ্য্য, দেৱতা অসুৰ দুৰ্ব্বল সবল আদি মানৱ সমাজৰ চিৰশাশ্বত দুটা শ্ৰেণী। আজি আমাৰ সভ্যতাৰ চক্ৰটোৱো শোষক আৰু শোষিত এই দুই শ্ৰেণীৰেই স্বয় সম্পূৰ্ণ। অসভ্যই হওক, অনাৰ্য্যই হওক অসুৰেই হওক বা সবলেই হওক এই শ্ৰেণীটোৱেই সৰ্ব্বতিকালে সবাৰো সমস্যা। অসুৰ-ৰূপী শোষক শ্ৰেণীটো আজি আমাৰো সমস্যা। এই শ্ৰেণীটোৰ আসুৰিক প্ৰবৃত্তি অগস্ত্য মুনিৰ দৰে হজম্ কৰিব পাৰিলেই চোন ধনী গৰীবৰ ব্যৱধানো আঁতৰে আমাৰ সমস্যাবো যতি পৰে? কিন্তু হজম কৰিবি কেনেকৈ?

—এই কাহিনীটোতে তাৰো এটা সুন্দৰ ইঙ্গিত দিয়া আছে। ইয়াত অসুৰ ৰজাৰ পৰা ধনবিভূতি আনোতে হ'ইকাজিয়া বা যুদ্ধবাগৰ আদিৰ দৰে উত্তপ্ত পৰিবেশ সৃষ্টি কৰা নাই— ধীৰ, স্থিৰ শান্ত পাৰিবেশিক কৌশলৰ আশ্ৰয়হে লোৱা হৈছে। গতিকে পৰিবেশৰ লগত খোজমিলাই তেনে ব্যৱস্থা লোৱাটোহে প্ৰশস্ত। আৰু চা, এই কাহিনীতে উল্লেখিত আয়তকৈ খৰচ বেছি হোৱা ৰজাজনে সমাজৰ নিম্ন মধ্যবৃত্ত আৰু যিমান আয় সিমান ব্যয় হোৱা ৰজাজনে সমাজৰ মধ্যবৃত্তৰ স্বৰূপটোকে উদঙাই দিছে আৰু গৰীবৰ বাবে নিম্নমধ্যবৃত্ত বা মধ্যবৃত্ত সকল যে সমস্যা নহয়—সমস্যা মাত্ৰ অসুৰ সকলহে তাকেই দেখুৱাই দিছে। তেনেহ'লে অগস্ত্য, ১ম ৰজা আৰু দ্বিতীয় ৰজাৰ দৰে প্ৰতি গাৱঁতে গৰীব নিম্ন মধ্যবৃত্ত আৰু মধ্যবৃত্ত সকল এক গোট হ'লেইচোন প্ৰতিৰোধ গঢ়ি উঠে আৰু তেতিয়া অসুৰ ৰূপী শোষক শ্ৰেণীটোচোন এনেয়ে এঘৰীয়া হৈ প'ব? গা ৱে প্ৰতিজনো এনে কেইঘৰ মানুহ থাকে? এনে প্ৰতিৰোধে মানুহক নিসঙ্গ কৰে আৰু নিসঙ্গতাই বিবেক দংসনৰ কাৰণ হৈ পৰে। তেনে অৱস্থাত তেওঁলোকৰ পথ মাত্ৰ দুটাই থাকে—

হয় কাৰো জগত হাত মিলোৱাতো নহয় অচিৰতে নিঃশেষ হৈ যোৱাতো। নিঃশেষ হোৱাতো কোনেও বাঞ্চা নকৰে। যি কোনো উপায় অবলম্বন কৰি কাৰো সতে হাত মিলোৱাৰ চেষ্টাত যাতে ফলৱতী হ'ব নোৱাৰে তাৰ বাবে দৰ্কাৰ মাত্ৰ উচিত নেতৃত্বৰ। সেইবিলাক পশুতুল্য জানো শুদ্ধ পথত নাহি নোৱাৰে। যিজ্ঞানে হওৱে তেওঁলোকো মানুহ নামৰ জীৱ। তেওঁলোকৰো অনুভূতি আছে চিন্তা কৰাৰ শক্তি আছে আৰু উপলব্ধিও আছে—নাই মাত্ৰ মানৱতাবোধহে। যি কোনো প্ৰকাৰে তেওঁলোকৰ মানৱতাবোধ জগাই তুলিব পাৰিলে মানৱ সমাজৰ ৰূপেই বদলাই দিব পৰা শক্তিও তেওঁলোকৰ আছে। লাগে মাত্ৰ নেতৃত্বৰ সহনীয় ধৈৰ্য্য আৰু সহযোগী মনোবৃত্তি।

লগে ভাগে আৰু কিছুমান উল্লেখনীয় দিশ আছে যিবোৰ সামৰি আগ বাঢ়িব পাৰিলে মানৱ মনত শুদ্ধাচাৰে প্ৰভাৱ বিস্তাৰো কৰিব আৰু শুদ্ধ পথে আগবাঢ়ি যোৱাৰ সহায়কো হ'ব। যেনেকৈ— সমগ্ৰ বিশ্বতে বাতৰি কাকত কিতাপ পত্ৰ ৰেডিও টেলিভিচন চিনেমা থিয়েটাৰ আদিৰ দৰে প্ৰচাৰ মাধ্যম আদিৰ পৰা ঠগ প্ৰৱঞ্চনা হিংসা দ্বেষ কপটতা দ্বন্দ্ব খৰিয়াল, মৰা মৰি কটা কটি যুদ্ধ বাগৰ, হাই-কাজিয়া আদিৰ দৰে উত্তেজনা বৰ্দ্ধক ভুল বুজাবুজিৰ সমস্ত দিশ আঁতৰাই ভাল দিশ বোৰ অনুধাৱন কৰাই মানৱক সহন শীল, সহানুভূতিশীল বা সংবেদনশীল হোৱাৰ শিক্ষা দিব পাৰি। আনকি বিশ্বৰ সমস্ত কাৰাগাৰক, বিচাৰক মণ্ডলিৰে পুণ্যাগাৰলৈ ৰূপান্তৰ কৰি মানৱদ্ৰোহীক মানৱ সেৱীও কৰিব পাৰি। মুঠতে ইজনে সিজনক বচাই ৰাখি বাচি থকাৰ প্ৰৱণতা অঙ্কুৰিত কৰিব পাৰিলেই ধনীগৰীবৰ ব্যৱধানো কমি আহিব কাজিয়া পেচাল, শোষণ ঠগ প্ৰৱঞ্চনাৰ পৰাও মানৱ মুক্ত হ'ব আৰু মানৱতাৰ

এক নতুন যুগত প্ৰবেশো কৰিব।

আকৌ চা আজিৰ চৰকাৰবোৰে পদ্মশ্ৰী, পদ্মভূষণ আদিৰ দৰে উপাধি প্ৰদান কৰি কিবা লাভবান জানো হৈছে? তেনে উপাধি প্ৰদান কৰি কিছুমানক এটা শ্ৰেণীলৈহে ৰূপান্তৰ কৰা হৈছে। বিকৃতি, কেৱল বিকৃতি। এনেকৈয়ে আজিৰ মানৱ সমাজত বিকৃতিয়ে ভৰপক দিছে। তাতকৈ যি যি বিষয়ত তেওলোক পাৰদৰ্শী, সেই সেই বিষয়ৰ নামত—যেনেকৈ ভূমি বিদ্যাত পাৰদৰ্শী সকলক ভূৰত্ন সমাজ তত্বৰ পাৰদৰ্শী সকলক সমাজ-ৰত্ন মানৱ তত্বৰ পাৰদৰ্শী সকলক নৃৰত্ন আদি উপাধি প্ৰদান কৰিলে দেখোন সমাজৰ গ্ৰহণীয় হৈ পৰে? তাৰ উপৰিও নিজৰ আৱশ্যকীয় খিনি ৰাখি বথা সৰ্ব্বস্ব গৰীবক দান কৰা সকলক দাতা মহাদাতা পৰম দাতা আদি যোগ্য উপাধি প্ৰদান কৰি যোগ্য অসনত প্ৰতিষ্ঠা কৰিও অমানৱক মানৱো কৰিব পাৰি আৰু ধনী গৰীবৰ ব্যৱধানো কমাই আনিব পাৰি। যিসকলে স্বেচ্ছাই আনৰবাবে যথাসৰ্ব্বস্ব ত্যাগ বা নিজৰ জীৱনকো তুচ্ছ জ্ঞান কৰে, বুৰঞ্জীৰ গতানুগতিকতা আঁতৰাই সি সকলকো বুৰঞ্জীত স্থান দিবৰ হল। কিয়নো যোগ্যভোগ্যা বসুন্ধৰা—ভণ্ডা আৰু শাসন কৰাতকৈ বুৰঞ্জীৰ অভিজ্ঞতাই আমাক একো শিকোৱা নাই। আজিলৈ যি সকলক লৈ বুৰঞ্জী লিখি অহা হল—মুষ্টিমেয় দুই একনত বাহিৰে বুৰঞ্জী প্ৰসিদ্ধ নাছিলেই। লিখনিত বৰচৰাইহে বিশ্বৰ শাসক সকলক উঠিবজা, বহিবজা বা ৰাজচক্ৰবৰ্ত্তী বজা পাতি অহা হৈছে। এওঁলোকৰ প্ৰায় আটাইবোৰেই আছিল ক্ষমতালোভী, সম্পদ লুণ্ঠনকাৰী নৰহত্যা কাৰী, ৰক্তপিপাসু আৰু পৰৰাজ্যলোভী। বিশ্বভাতৃত্ব প্ৰতিষ্ঠা কৰিবলৈ বা তেনেকোনো মহান আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ কেইজনে দিগ বিজয় কৰিছিল? সেয়ে ত্যাগৰ আদৰ্শ প্ৰতিষ্ঠাৰ

হেতু বিশ্বভাতৃত্বৰ মহান আদৰ্শৰ সংগ্ৰামী সকলক বুৰঞ্জীত নকৈ প্ৰতিষ্ঠা কৰিবৰ হ'ল। প্ৰকৃততে সি সকলহে ইতিহাস বৰেণ্য, যি সকল ত্যাগী আৰু যি সকলৰ ত্যাগৰ মহান আদৰ্শ তেই ধনী গৰীবৰ ব্যৱধান আঁতৰাই সহানুভূতিশীল বা একাত্মিক মানৱসমাজ প্ৰতিষ্ঠা কৰিব পাৰি, ঐক্য আৰু সমতাৰ দোলেৰে বান্ধি বিশ্বভাতৃত্ববোধ জগাই তুলিব পাৰি, সাম্ভাব্য বিশ্বমহা-সমৰৰ জুইকুৰা নিৰ্ব্বাপিত কৰিব পাৰি সকলো ৰাষ্ট্ৰৰ আগ্নেয়া-স্ত্ৰধাৰী সকলো সৈনিকৰ হাতৰ পৰা আগ্নেয়াস্ত্ৰ নমাই বিশ্বৰাষ্ট্ৰত মিলন আৰু ঐক্যৰ শান্তিসেনানী ৰূপে নিয়োগ কৰি এই বিশ্বত চিৰসুখ চিৰশান্তিৰে বাচি থাকিব পাৰি।" মই ৰৈ গ'লো।

এনেতে মদনে মাত দি উঠিল— ধনী মাত্ৰেই যে শোষক এই কথাত মই আপোনাৰ সৈতে একমত হ'ব নোৱাৰিলো। তেতিয়াহলেচোন অধ্যাৱসায়ৰ ফলশ্ৰুতি অনৰ্থক হৈ পৰিব?"

'প্ৰশ্ন খুবেই তাৎপৰ্য্যপূৰ্ণ আৰু সময়োপযোগীও। তথাপিও কচোনবাৰু ধনী কাক কোৱা হয়?"—বুলি ওলোটাই মই মদনক সুধিলো।

"সৰ্ব্বসাধাৰণতকৈ ধন যাৰ বেচি"—বুলি মদনে উত্তৰ দিলে।

'তাৰমানে মানুহৰ বুনিয়াদি প্ৰয়োজনতকৈ যাৰ অধিক ধন আছে—হয়নে?"—মই ক'লো।

মদনে সমৰ্থন কৰি ক'লে—"হয়"।

"চা মদন," মই ক'লো—"বুনিয়াদি প্ৰয়োজন পৰিপূৰণৰ সীমা চেৰাই অপাৰ সা সম্পত্তি, ধন দৌলত, ঐশ্বৰ্য্য-বিভূতিৰ মালিকানাই যদি অধ্যাৱসায়ৰ ফলশ্ৰুতি বা প্ৰতিষ্ঠা হয়, তেতিয়া তোৰ সতে মইও একমত। কিন্তু সেই মালিকানাত যদি সৰ্ব্ব সাধাৰণৰ মূল্যবোধ পদদলিত কৰাৰ প্ৰয়াস থাকে, তেতিয়া

তোৰ সতে একমত হোৱাৰ মোৰ উপায় নাই। কিয়নো ধনীৰ ধন যিমানেই বাঢ়ি যায়, সিমানেই তেওঁলোকে মানুহ চিনি নোপোৱা হয় মানুহখোৱা বাঘৰ দৰে লোভ বাঢ়িযায় লেলিহান জিহ্বা মেলি বাঘে মানুহ চিকাৰ বিচৰাৰ দৰে তেওঁলোকেও সম্পদ চিকাৰ বিচৰাত লাগি যায—ফলত নিশকতীয়া সকল এওঁলোকৰ প্ৰতিস্থা আৰু পতিপত্তিৰ চিকাৰ হ'বলগা হয়। বিপদ এইখিনিতেই। তেতিয়া সৰ্ব্বসাধাৰণৰ মূল্যবোধে তেওঁলোকৰ চৰণ তলত আশ্ৰয লবলগীযা হয়—উঠ বুলিলে উঠ বহ বুলিলে বহ। আজিৰ সমাজত মূল্যবোধৰ অপমৃত্যু এনেকৈয়ে ঘটিব লাগিছে—মদন। যিহেতু চলনিভ্ৰাটৰ মূল উৎসই অভাৱ আৰু ধনীক বা শোষক শ্ৰেণীটোৱেই আজিৰ সমাজৰ অভাব সৃষ্টিৰ মূল যন্ত্ৰ গতিকে অচিৰেই এই যন্ত্ৰটোৰ গতিৰ প্ৰতিৰোধ নিতান্তই প্ৰয়োজনীয় বুলি এইবাবেই কোৱা হৈছে। বুনিয়াদি প্ৰয়োজন পৰিপুৰণৰ সীমা ক্ষেত্ৰত থকাতো অধ্যাৱসায়ৰ ফলশ্ৰুতি অনৰ্থ হ'ব নোৱাৰে। বৰং তেতিয়া সততা নিষ্ঠা আৰু ত্যাগৰ দাবে জীৱনজ্যোতিৰ কীৰ্ত্তনেই হ ব মূল্যবোধৰ উচিত কৰ্ষণ—অধ্যাৱসাযৰ মহান ফলশ্ৰুতি।'

কথাখিনি কৈ ক্ষন্তেক থমকি ৰোৱা দেখি বসন্তই মাত দি উঠিল—' কাচান বাৰু, মানৱতা আৰু মানৱৰ চলননীতিৰ সম্পৰ্ক কোনখিনিত ?

মই ক'লো— চলননীতিৰ সম্পূৰ্ণতাই মানৱতা বসন্ত। ৰামাযণ আৰু মহাভাৰত এই দুই মহাকাব্য—যি মানৱতা ৰক্ষাৰ প্ৰকৃত স্বাক্ষৰ এবাৰ উভতি চালেই দেখিবলৈ পাবি মানৱতা ৰক্ষাৰ বাবে মানৱৰ চলননীতি বা ধৰ্ম্ম কি হোৱা উচিত। মহাভাৰত যি যুগে যুগে ধৰ্ম্মপ্ৰতিস্থাপনৰ অৱক্ষয় দলিলৰূপেই স্বীকৃত তাৰো বিকৃত ব্যাখ্যাৰে বিকৃতৰূপ দাঙি ধৰা

হ'ল। ধৰ্ম্মৰ দোহাই দি লক্ষ লক্ষ মানুহৰ জীৱন নাশ কৰাটো জানো পুনৰ ধৰ্ম্মপ্ৰতিষ্ঠাৰ আদৰ্শ হ'ব পাৰে? যাতে অশুদ্ধ পথে আগ নেবাচে আৰু আগবাঢ়িলে তাৰ পৰিণতি যে অনিবাৰ্য্য ধ্বংস, মহাভাৰতৰ যদুবংশ পতনে মানৱৰ চলননীতিৰ এনে বিকৃত ৰূপটোকে উদঙাই দেখুৱাইছে। কৃষ্ণৰ দৌৰাত্ম্য স্তব্ধ হ'ল, ৰাৱণৰ কলিজাত কাঁড়ে বিন্ধিলে, যদুবংশৰ কিৰিলি শূন্যত বিলীন হৈ গ'ল—য'তেই এই চলননীতিৰ বিভ্ৰাট ঘটিছে য'তেই এই চলননীতিক অস্বীকাৰ কৰা হৈছে ত'তেই ধ্বংসৰ কেলিংহানৰূপে ভৌতিক অস্তিত্ব নিৰ্মূল কৰি পেলাইছে। যুধিষ্ঠিৰৰ স্বৰ্গযাত্ৰাও এই চলননীতিৰেই সঠিক অনুশীলন আৰু ইয়াৰ বিভ্ৰাটৰ এক উল্লেখনীয় উদাহৰণ।

[illegible] যুধিষ্ঠিৰৰ লগত স্বৰ্গযাত্ৰাৰ যাত্ৰী আছিল আৰু ছজন—ভীম অৰ্জুন নকুল সহদেৱ, দ্ৰৌপদী আৰু কুকুৰ এটা। যাত্ৰা পথত স্বৰ্গাভিমুখে যিমানেই আগবাঢ়ি আছিল, যুধিষ্ঠিৰ আৰু কুকুৰটোত বাহিৰে মাজ বাটৰ পৰা বাকী কেইজনৰ এক এককৈ স্খলন ঘটিছিল। স্খলিত শেষজন যাত্ৰী আছিল ভীম—যি যুধিষ্ঠিৰৰ পিচতেই আছিল। কি কি কাৰণত এওঁলোকৰ স্খলন ঘটিল, ভীমে যুধিষ্ঠিৰক প্ৰতিজনৰ স্খলনৰ পিচে পিচে এক এককৈ সুধি গৈছিল।

যুধিষ্ঠিৰেও এক এককৈ উত্তৰ দিছিল এইবুলি—

১) দ্ৰৌপদীয়ে পাচোজন স্বামীক সমানে ভাল পোৱা নাছিল—অৰ্জ্জুনৰ প্ৰতি ভাল পোৱাৰ টান বেছি আছিল।

২) সহদেৱে ভাবিছিল তেওঁতকৈ ডাঙৰ পণ্ডিত কোনো নাছিল।

৩) নকুলে ভাবিছিল তেওঁতকৈ ধুনীয়া কোনো নাছিল।

৪) অৰ্জ্জুনে ভাবিছিল তেওঁতকৈ ডাঙৰবীৰ কোনো নাছিল।

ভীমে বাগৰি পৰাৰ লগে লগে সুধিছিল—"কওক কওক দাদা, মই কিয় পৰিলো ?" উত্তৰতেওঁক যুধিষ্ঠিৰে উত্তৰ দিছিল—তুমি আছিলা বৃকোদৰ প্ৰয়োজনতকৈ অধিক দাবি কৰিছিলা—সেয়ে " যুধিষ্ঠিৰে স্বৰ্গচুকি পালে যদিও শ্ৰীকৃষ্ণৰ প্ৰৰোচনাত কৰা এটা নগণ্যতম পাৰিবেশিক মিথ্যাচাৰৰ বাবে তেওঁবো নৰকদৰ্শনহৈছিল। জন্তু হ'লেও কুকুৰটোৱে সোঁশৰীৰে স্বৰ্গপাই ছিল এইবাবেই যে তাৰ স্বভাৱ প্ৰভুভক্তি। কুকুৰটোৱে তাৰ চলনত সেই ভুল কাহানিও কৰা নাছিল—তাৰ ধৰ্ম্ম সি ৰক্ষা কৰি চলিছিল। কুখ্যাত দুৰ্যোধনক স্বৰ্গত দেখি যুধিষ্ঠিৰে কৌতু কেৰে ইন্দ্ৰক প্ৰশ্ন কৰাত এই উত্তৰটোকে পাইছিল—ৰজাহিচাপে ৰাজকাৰ্য্য চলোৱাত এওঁৰ কোনো দিনেই ক্ৰতিবিচ্ছুতি ঘটা নাছিল। গতিকে ৰজাহিচাপে ঠিকেই চলিছিল বাবে আৰু ৰাজধৰ্ম্ম ঠিকেই পালন কৰিছিল বাবে, এওঁৰ এয়া স্বৰ্গবাস হৈছে। মুঠতে প্ৰত্যেকৰ ক্ষেত্ৰতে এই চলননীতিৰ কথাকে কোৱা হৈছে আৰু মানৱৰ ধৰ্ম্ম বুলিবলৈ এই চলননীতিত বাহিৰে যে একোৱেই নাই, এই যাত্ৰাৰে তাৰেই স্পষ্ট আভাষ এটা দিয়া হৈছে।

চাওঁচোন বাৰু—দ্ৰৌপদীৰ চলনত সমদৃষ্টিৰ অভাৱ সহদেৱ নকুল আৰু অৰ্জুনৰ চলনত অহংভাৱৰ প্ৰভাৱ ভীমৰ চলনত প্ৰয়োজনতকৈ অধিক গ্ৰহণ যুধিষ্ঠিৰৰ চলনত পাৰিবেশিক সৃষ্টি হলেও মিথ্যাচাৰৰ প্ৰভাৱ, কুকুৰটোৰ চলনত আনুগত্য আৰু দুৰ্যোধনৰ চলনত নিজকৰ্ত্তব্য নিষ্ঠাৰে পালন কৰাতকৈ অন্যকিবা দেখুৱাইছেনে ?

তেনেহ'লে তাৰ পৰা আমি বুজিলো কি ? বুজিলো—যি ঠাইত সকলোৱে সকলোকে সমান দেখে কাৰো অহংভাৱ নেথাকে প্ৰয়োজনতকৈ অধিক গ্ৰহণ নকৰে, মিথ্যাচাৰৰ আশ্ৰয় নলয়,

আনুগত্য মানি চলে, নিজকৰ্ত্তব্য নিষ্ঠাৰে পালন কৰে—সেয়েই স্বৰ্গ। আৰু বুজিলো—চলনত এই ছটা নীতি মানি চলিলেই স্বৰ্গবাসীও হব পাৰি

মদন বসন্ত বীণা এতিয়া কচোন—এই ছটা চলননীতি যদি পৃথিবীতো বৰ্ত্তে তেনেহলে পৃথিবীও স্বৰ্গ নহৈ পাৰেনে? আজিৰ অধঃপাতত আমি আমাৰ চলনত এই ছটা গুণৰ অধিকাৰী হৈ সৎধৰ্মীয় মানৱতাক পুনৰুদ্ধাৰ কৰি এই পৃথিবীতে স্বৰ্গবাসী হৈ শান্তি সম্প্ৰতিৰ দিন নিয়াৰ নোৱাৰাৰ কাৰণ কিবা থাকিব পাৰেনে?—বুলি মই কৈ গলো।

নোৱাৰে। নোৱাৰে। —বুলি তিনিও প্ৰায় চিৎকাৰ কৰাৰ দৰেই গলাগি উঠিল। কন্তেক নিৰৱ হোৱাত—"মোৰ অলপমান এটা আঁসোৱাহ থাকিল বুলি বসন্তই মোক পুন প্ৰশ্নকৰিলে— "মানৱতাৰ যে কোনো বিভিন্নতা নাই ইয়াক সম্পূৰ্ণ এইটো বুজিলো। কিন্তু বিভিন্ন পৰিবেশত বিভিন্ন চলননীতিৰ প্ৰয়োগ যে অপৰিহাৰ্য্য? তেনেস্থলত মানৱতা আৰু চলননীতি অভিন্ন বুলি কোৱা যায় কেনেকৈ?"

যিহেতু মানৱতা ৰক্ষাৰ বাবেই চলননীতিৰ প্ৰয়োগ অপৰিহাৰ্য্য গতিকে পৰিবেশ অনুযায়ী চলননীতিৰ বিভিন্নতা থাকিলেও উদ্দেশ্য যদি মানৱতা ৰক্ষাই হয় তেতিয়া ই অভিন্ন, অন্যথাই বিভ্ৰাট বসন্ত"—বুলি কৈ উঠিলোহে, এনেতে বীণাৰ মাক ভিতৰলৈ সোমাই আহি মাত দি উঠিল—'বোপাহঁত কথা আৰু সামৰা বাতি ভালেখিনি হলহি, খাই লৈ শুই থাকাহি, আহা!"—বুলি মতাত আমিও তেখেতৰ পিচে পিচে খোজ ল'লো। খাই উঠাৰ পিচত তেখেতে তামোলৰ বটাটো আগবঢাই দি মোক লক্ষ্যকৰি কৈ উঠিল—বোপা তোমাৰ কথাবোৰ আলেঙে আলেঙে শুনি থাকি মোৰ এনেহে লাগিল—

যেন বুদ্ধিত আৰু বোধগম্যতাত এতিয়াও আউল লগা নাই।

মাকৰ কথাষাৰ শেষ হোৱাৰ লগে লগে বীণাইও মাতদি উঠিল— 'মা, সেই কথাবোৰত তুমি থাকি মই তোমাক যে সহায় কৰিব লাগে পাহৰিয়েই গলো— বেয়া পালা নেকি মা ?"

'নাই বাচা নাইপোৱা' তাৰে পোহৰে তোমালোকৰ জীৱনবোৰো পোহৰাই তোলক- তাকেই কামনা কৰিছো।"

*　　　　*　　　　*

ফিৰাদিনা ৰাতিপুৱা চাহজলপান খাই উঠি আটাইৰে পৰা বিদায় লৈ মই ঘৰলৈ উভতিলো। বসন্তক বিদায় দিয়া নহ'ল— সি তাতেই থাকিল।

## ১১

কিছুদিনৰ পৰা সপত্নীৰে মই আকৌ কপাত আছোঁহি। ইতিমধ্যে হিৰণৰ পৰা চিঠি এখনি পাইছো। চিঠিখনিত মিচিং ভাইভনীহঁতৰ এটি গানত বাহিৰে একোৱে লিখা নাছিল। গানটোৰ কথাখিনি আছিল বিৰহ উৎকণ্ঠাৰে ভৰা অতি বেদনা দায়ক। লিখিছিল—

"ভিনীঅ',

পাহাৰ সেঁপি লামালা,
বৈণু পেতদা কাপছনে,
গিকিল্ গিমিন লামালা
লামতেদ আৱাল কাপ ছনে।
আপ্ৰুন গুণদে কাপিদা
দেঙাতিছুন বোমোৰাং
ঐৰক গুণদে কাপিদাং,
মেঙাতিছুন আচিনাং।"

অৰ্থাৎ "ভিনীঅ, পাহাৰলৈ উৰামাৰিব নোৱাৰি বৈশু চৰায়ে কন্দাৰ দৰে তোমাৰ কাষলৈ যাব নোৱাৰি উন্মাদৰ দৰে প্ৰলিপৰি মইও কান্দো। সুন্দৰ যৌৱন কিম্বা আকৰ্ষণত ভোমোৰাই গুণ গুণাই উৰি যোৱাৰ দৰে তোমাৰ দেহৰ কিহৰ আকৰ্ষণৰ বাবে জানো মোৰ মনটো তোমাৰ দেহৰ আবৰণটোলৈ উৰা মাৰে ?"

কি বুলি লিখি তাইৰ মন যোগাব পাৰিম তাকেই ভাবি থাকি মোৰো মনত পৰিছে মিচিং ভাইভনীহঁতৰে নিচুকনি গীত এটিলৈ। তাই লিখাৰ দৰে মইও এই গীতটোকে লিখি তাইলৈ পঠিয়াই দিলো এইবুলি—

"ছিৰৰঅ কউআউৱা কাপপয়
পেকি আউহু কাত মাদা
যাত মিল কাপলাং কামনে—।
যাত দিজ যাতায় মিল
কাপদিল কাপলাং কা
পেকি আউৱেম লাবিয়ে মনে—।"

অৰ্থাৎ – "ছিৰণ মোৰ সোণজনী অ নেকান্দিবি। কপৌৰে কণিও পৰা নাই পোৱালীও জগোৱা নাই। সময়ত কণিও পাৰিব, পাৱলীও জগাব। পোৱালী জগিলে তায়া কান্দিবি। তেতিয়া তোৰ দৰে ধুনীয়া কপৌ পোৱালী এটি তোৰ লগত খেলিবলৈ নি দিম।"

আগবাঢ়ো মানে অতীত স্মৃতিৰ সুৰে মোৰ মনৰ দিগন্তত আৰু বেচি কঁপনি তোলে। এনেকৈয়ে মোক মোৰ অস্থিৰ মনটোক আৰু মোৰ প্ৰিয়া পত্নীক কোলাত লৈ দিনবোৰ আগ বাঢ়ি গৈ থাকিল কুৰিশতিকাৰ আঠাৱন চনলৈ। সেই চনৰে এপ্ৰিল মাহত তিব্বতীয়া লোকসকল চীনাসৈন্যৰ কড়াল গ্ৰাসত

পৰি জন্মভূমিৰ বুকুৰ পৰা বিতাৰিত হ'ল আৰু ভগনীয়া হৈ ভাৰতৰ আশ্ৰয় প্ৰাৰ্থী হলহি।

মানুহ? আ কি নিষ্ঠুৰ এই মানুহো যে। নিজৰ শ্ৰেষ্ঠত্বৰ প্ৰয়াসত কত নিৰিহৰ মৃত প্ৰেতাত্মাই খেলা কৰে তাৰ চকুৰ আগত, অথচ তৃপ্তিৰ কেনে বিকট হাঁহি তাৰ।

মই লিখক। মই কল্পনা কৰো আৰু ৰঙৰ তুলিৰে কল্পনাক সজাই পৰাই সাহিত্যৰ সৃষ্টি কৰো। বাস্তৱক কিন্তু অস্বীকাৰ কৰি আহিছো মই সদায়েই। সযেহে সীমান্তত অত বছৰে থাকিও সীমান্তবাসী ভাইভনীহঁতৰ বাস্তৱ জীৱনত মই এদিনো দৃষ্টিপাত কৰা নাই আৰু সেই হেতুকে তেওলোকৰ বিষয়ে লিখিবও পৰা নাই। হয়তো ঠিকেই কৈ গৈছে হিবা মই বাস্তৱ দৃষ্টি শূন্য।

নিষ্ঠুৰ চীনাহঁতে যেনেধৰণে পাশৱিক অত্যাচাৰ উৎপীড়ন কৰি এটা জীয়াজাতিক পৃথিৱীৰ বুকুৰ পৰা নিচিহ্ন কৰি দিবলৈ পৰিকল্পিত উপায় উদ্ভাৱনাৰে নিজ জন্মভূমিৰ বুকুৰ পৰা বহিস্কাৰ কৰি দিলে ইয়াৰ বাস্তৱ বৰ্ণনা দিবলৈ মোৰ নাই ভাষা, মোৰ নাই ভাব কেৱল মাপোন মানুহে মানুহৰ প্ৰতি কৰা অকথনীয় অত্যাচাৰৰ প্ৰতিচিহ্ন ৰূপে এই ভাগি অহা দুৰ্ভগীয়া ভগনীয়া সকলক দেখি হৃদয়ত থাকি থাকি কঁপি উঠা আঘাতৰ উপলব্ধিহে কৰিব পাৰিছো। চকুৰ আগতে ঘটা মানৱ প্ৰণয়ৰ এনে বিৰূপ সংঘাতত মই আজি নথৈ হতাশ হৈ পৰিছো, মনমোৰ ভাগি পৰিছে আৰু লিখিবলৈ হাত কঁপি উঠিছে।

প্ৰীতি আৰু প্ৰণয়ভৰা হৃদয়েৰে গঢ়া এই মানুহ জাতিযে পশুতকৈও পশু, ইমান নিষ্ঠুৰ প্ৰণয়বিহীন আৰু অত্যাচাৰী হ'ব পাৰে, তিব্বতীয়া ভগনীয়া সকলৰ জীৱন্ত-জীয়াতু অৱস্থা

নেদেখা পৰ্য্যন্ত অনুমানেই কৰিব পৰা নাছিলো।

দলৈ লামাই নিজ মাতৃভূমিক চীনাসকলৰ কৱাল গ্ৰাসৰ পৰা ৰক্ষা কৰিবলৈ বহুদিনেই চেষ্টা কৰিছিল। কিন্তু এজন দুজনকৈ হেজাৰ হেজাৰ তিব্বতবাসীয় চীনাৰ হাতত প্ৰাণ দিব-লগীয়া হোৱাত অৱশেষত মুষ্টিমেয় কেইজন মানৰ সৈতে অত্যন্ত দুৰ্গম পথৰ সহায় লৈ দলৈ লামাই প্ৰাণ লৈ পলাবলৈ বাধ্য হ'ল। যি হিমালয় অনতিকালে আছিল দুৰ্ভেদ্য দুৰ্গ ৰূপে ভাৰতৰ উত্তৰ সীমান্তত থিয় হৈ আছিল তাকো অতিক্ৰম কৰি অবৰ্ণনীয় দুখদৈন্য দুৰ্বিপাক লৈ দলৈ লামাই ভাৰতত প্ৰবেশ কৰিলেহি আশ্ৰয় প্ৰাৰ্থী হৈ। মানৱ প্ৰণয়ৰ আদৰ্শ স্বৰূপ ৰামাধা মহাভাৰতৰ দৃষ্টান্ত বোৰে আশ্ৰয় প্ৰাৰ্থীক আশ্ৰয় দিবলৈ ভাৰত বাসীক সদায়েই সকিয়াই আহিছে আৰু ফল স্বৰূপে এইটো ভাৰতীয় মাত্ৰৰে স্বভাৱত পৰিণত হৈছে। ভাৰত চৰকাৰ জনগণৰ তেনে আদৰ্শৰে প্ৰতিষ্ঠিত চৰকাৰ। সেয়ে পৰিণাম লাগে যিয়েই হওক, ধৰ্ম্মৰতাৰ দলৈ লামাক আশ্ৰয় নিদি নোৱাৰে।

দলৈ লামাক আশ্ৰয় দিয়াত চীনা সকল ক্ৰুদ্ধ হৈ ইতিহাসৰ আদিম যুগৰে পৰা হিউৱেনচাং আৰু ফাহিয়ানে ভাৰতৰ সতে বান্ধি থৈ যোৱা প্ৰণয় বান্ধোনৰ ওপৰত কুঠাৰাঘাত কৰিবলৈ আগবাঢ়ি আহিল। কমিউনিজিমৰ নামত পৃথিৱীৰ বুকুত শান্তি প্ৰতিষ্ঠা কৰিবলৈ বিচৰা চীনাসকলৰ মনৰ গুপুত কথা প্ৰকাশ হৈ পৰিল—এওলোকো আক্ৰমনকাৰী, পৰৰাজ্য-লোভী।

প্ৰথমে দলৈ লামা আৰু তেওঁৰ ওচৰ সম্বন্ধীয় কেইজনমান লোকে ভাৰতত আশ্ৰয় লোৱাৰ পিচত এশ দুশকৈ হেজাৰ হজাৰ কুচ লামা আৰু খাম্পা ভগনীয়া হৈ দেশ ভৰি পৰি

লগি। ঘোঁৰাৰ পিঠিত মানুহ উঠি বোকোচাত যি পাৰে ৰ সামন্য কাপোৰ কানি আৰু খাদ্য সামগ্ৰী লৈ লৰা ছোৱালী ডেকা গাভৰু আৰু বুঢ়া বুঢ়ী সকলোৱে ভাৰত অভিমুখে খোজ ললে। অজস্ৰজনৰ দেখিলো বন্দুকৰ গুলিয়ে শৰীৰ ক্ষতবিক্ষত কৰিছে মৰ্ম্মান্তিক বেদনা এওঁলোকৰ শৰীৰত অব্যক্ত যান্ত্ৰনা অন্তৰত আৰু জীয়াই থকাৰ অসীম হেপাঁহ মনৰ মাজত। অপত্যস্নেহৰ টানতহে যেন এওঁলোকৰ বহুতে বাচি থাকিব বিচাৰে। লৰা ছোৱালী বোৰলৈ আঙুলিয়াই আমাক হয়তো তাকেই কয়। মানৱতাৰ সহানুভূতি কামনা কৰি বহুতে আকৌ গাৰ কাপোৰকানি খুলি শৰীৰত পোৱা আঘাত বোৰ আমাক দেখুৱাই। এওঁলোকে কয় চীনা সন্যৰ বন্দুক কামানৰ গুলি বোৰ এওঁলোকৰ ওপৰত বৰষুণৰ টোপালৰ দৰে পৰিছিল। গুলীৰ জাউৰিত মানুহ গৰু ঘোঁৰা আৰু ভেৰা আদি এওঁলোকৰ চকুৰ আগতেই লাখে লাখে নাই হৈ গৈছিল। জীয়াই থকা সকলে সেই মৰাশবোৰ গচকি পাৰহৈ অভেদ্য হিমালয়ৰ অজস্ৰ টটুঙ্গচূড়া আৰু খৰস্ৰোতা নদী অতিক্ৰম কৰি গভীৰ অৰণ্যৰ মাজে মাজে পলাই পলাই আশ্ৰয় বিচাৰি আহিছে ভাৰতৰ বুকুলৈ। আমাৰ মুখৰ মাত আশ্বাস আৰু আতিথ্য নোপোৱালৈকে দিনেৰাতিয়ে বাটকুৰিবাই এওঁলোক আহি আছিল। বাটত বহুতৰ পিতা মাতা ভাই ভনী লৰা ছোৱালী আৰু জীয়াৰী বোৱাৰী বহুতো এই মৰাশবোৰৰ মাজতে মৰি পৰি ৰৈছিল। লগত সম্বল স্বৰূপে লৈ অহা ঘোঁৰাবোৰো মৰি গৈছিল প্ৰতিদিনে শই শই।

যিখিনি মানুহ বাচি আহিছিল আমি আগবাঢ়ি গৈ আদৰি আনিলো। অতিথি শিবিৰত খোৱা থকাৰ ব্যৱস্থা সাধ্যানুযায়ী কৰি দিলো। গুলীৰ আঘাতত লঘোণেভোকে খোজকাটি

অহা কষ্টত নতুবা মনৰ মাজত লুকাই থকা উৎকণ্ঠা অৱৰোধ কৰিব নোৱাৰি বেচিখিনি মানুহেই অসুখত ভুগিছিল। তাৰো পৰি গ্ৰীষ্মৰ আগমন আৰু বৰ্ষাৰ কোবাল বৰষুণ ঝড় বৃষ্টি সহ্য কৰিব নোৱাৰি প্ৰায় আটাইবোৰেই গ্ৰহণী আৰু বসন্ত ৰোগত পৰিছিল। ঔষধ খাদ্য পথ্য আৰু শুশ্ৰূষাৰে যিমান পাৰিছো এওঁলোক সম্পূৰ্ণ নিৰাময় নোহোৱা পৰ্য্যন্ত আমি বিৰাট আয়োজনেৰে লাগি আছো। আনে যি যই নেভাবক আমাৰ মনত এওঁলোকো মানুহ আৰু মানুহ হিচাপে জীয়াই থকাৰ অধিকাৰ এওঁলোকৰো আছে। গতিকে মানুহৰ সমপৰ্য্যায়ৰে জীয়াই থাকিবলৈ স্বাৱলম্বী নোহোৱা পৰ্য্যন্ত সকলো সুবিধাই এওঁলোক পাব লাগিব। সেয়ে এওঁলোকক থাকিবলৈ ঘৰ সাজি দিছো খাবলৈ ভাত পিন্ধিবলৈ কাপোৰ চিকিৎসা কৰিবলৈ ডাক্তৰখানা ল'ৰা ছোৱালীক পঢ়ুৱাবলৈ স্কুল খেতি কৰিবলৈ মাটি আৰু নিয়মিত ভাবে নিত্যপ্ৰয়োজনীয় বস্তুৰ যোগান ধৰিছো।

তিব্বতীয়া ভগনীয়া সকলৰ পিচে পিচে চীনাসকলে খেদি আহিল। গহীন জংঘলত বেঢ়িধৰি জুই লগাই দি অজস্ৰজনক পুৰি মাৰিও তেওঁলোক ক্ষান্ত নহ'ল। ডাঙৰ ডাঙৰ লামা আৰু ৰিম্পুচে বা কুচসকলক জীয়াই জীয়াই বান্ধি কিছুমানক গছৰ ওপৰৰ পৰা আৰু কিছুমানক পৰ্ব্বতৰ উচ্চ চূড়াৰ পৰা বগৰাই দি নৃশংস ভাৱে হত্যা কৰিলে। তাতো ক্ষান্ত নেথাকি ভগনীয়া সকলৰ পিচে পিচে খেদি আহি ভাৰতৰ চিৰকলীয়া সীমাৰেখা উলঙ্ঘা কৰিলে।

দুমাহ পিচৰ কথা। দুজনী খাম্পা ছোৱালী মোৰ স্কুলৈল নিয়মিত ভাৱে অহাযোৱা কৰি আছে। তাৰে এজনী আঠ বছৰীয়া আৰু আনজনী ছবছৰীয়া। দুয়োজনী জমিদাৰৰ ছোৱালী।

কিছুদিনৰ বাবে ৰূপাত থাকিবলৈ এওঁলোকে অনুমতি পাইছে। এদিন দুযোজনী ছোৱালীকে গান গাবলৈ কোৱাত একেলগে দুয়োজনীয়ে আবৃত্তি কৰাৰ দৰে এটি মধুৰ সুৰৰ লহৰ তুলি গাই গ'ল। গনৰ সুৰে মোৰ মনৰ দিগন্তত তুলিলে কঁপনি —অন্তৰত থাকি গ'ল এক অবিস্মৰণীয় স্মৃতি।

গানটোৰ অৰ্থ কি সোধাত ৰূপাৰ লামা শ্ৰীগেলং নিতানে মই বুজি পোৱাকৈ কৈ গ'ল— এজনা যাত্ৰী আৰু তাৰ এটা ঘোঁৰা নাম টাচি। টাচিৰ পিঠিত এখনি ফুলাম কাৰ্পেটৰ ওপৰত বহি লৈ সি যায়—গৈ থাকে, যাবগৈ দিগন্তৰ সিপাৰলৈ। চকুৰে মনিব নোৱাৰা এখন বিৰাট মালভূমিৰ বুকুত সি তেতিয়া এজন বৰ পথশ্ৰান্ত পথিক। মানুহ আৰু ঘোঁৰা দুয়ো পিয়াহত আঁতুৰ হৈ পৰিছে। কিন্তু গৈ গৈ থাকে মানে পানী কতো নেপায়। দিনৰ পিচত দিন গৈ আছে তথাপিও পানী এটোপিও কতো পোৱা নাই। কোনো উপায় বিচাৰি নেপাই ঘোঁৰাটোক সি মানুহৰ দৰে বুজাই গৈছে—হেৰ, মোৰ মৰমৰ টাচি অধৈৰ্য্য নহবি গৈ থাক আৰু বেচিদূৰ নাই। সোৱা পানী দেখিছোৱেই। আমি গৈ গৈ এখনি ধুনীয়া বিল পামগৈ। জান টাচি, তাৰ পানীবোৰ স্ফটিকৰ পানীৰ দৰে নিৰ্ম্মল। পাৰত ফুলি আছে জকমকীয়া হৈ ৰঙা, নীলা, গুলপিয়া সেউজীয়া আদি নানা তৰহৰ ফুলবোৰ। ফুলবোৰে বতাহত হালিজালি জকমকাই থাকি আকাশৰ তৰাতকৈও অধিক জেউতি চৰাইছে। ঠাইখনৰ দৃশ্য অতি মনোৰম। ফুলৰ মাজে মাজে নানা বৰণৰ ৰঙিয়াল চৰাইবোৰে সুমধুৰ সুৰ তুলি, গান গাই ইডালে সিডালে জপিয়াই ফুৰিছে। সেই আনন্দৰ ভাগ ল'বলৈ সিহঁতে আমাক হাত বাউল দি মাতি আছে। বল টাচি আৰু অধিক দূৰ নাই—আমি প্ৰায় পাইছোহিয়েই। গৈপাই

তাতে আমি দুয়ো পিয়াহ পলুৱাই পানী খামগৈ বল। পানী খাই যেতিয়া আমি তৃপ্তিৰে পলুৱাই জিৰাম, কিমান যে শান্তি পাম—হয়নে টাচি। বল বল ”

চকুপানীক বাধা দিবপৰা ক্ষমতা মোৰ তেতিয়া হেৰাই গৈছিল। বেচেৰীইত সৌভাগ্যক্ৰমে বাচি আছিলি চীনা সৈন্যৰ কড়াল গ্ৰাসৰ পৰা। তহঁতিও ঘোৰাৰ পিঠিতেই উঠি মালভূমিৰ সিপাৰৰ পৰা অগম্য উটঙ্গ পৰ্ব্বতৰ চূড়া আৰু খৰ স্ৰোতা নদী অতিক্ৰম কৰি জংঘল ভাগি ভাগি দিনৰ পিচত দিন ঠেলি শান্তিৰ এখনি বিল বিচাৰি কোনোমতে ৰূপা পাইছহি। কিন্তু তহঁতৰ মনে বিচৰা সেই শান্তিৰ বিলখনি পাই জানো আকৌবাৰ পিয়াহ পলুৱাই পানী খাবলৈ পাবি ?

ভাৰতৰ স্বাধীনতাৰ নৱম বছৰত বান্দুং সন্মিলনৰ পিচত চীন আৰু ভাৰতৰ বন্ধুত্ব আৰু বেচিকৈ গঢ়ি উঠিছিল। হিন্দি-চীনী ভাই ভাই ধ্বনিৰে ভাৰতৰ বুকু উঠলি উঠিছিল। চীনৰ ৰাষ্ট্ৰনেতা চৌ এন লাইয়েও এটা সূত্ৰত ইতিমধ্যে ঘোষণা কৰিছিল যে চীন আৰু ভাৰতৰ মাজত কেতিয়াও যুদ্ধ হব নোৱাৰে আৰু হোৱাৰ কোনো কাৰণো নাই। লগতে কিন্তু তেওঁয়ে মেকমোহণ সীমাৰেখা মানি লব নোৱাৰে— এইষাৰ কথা কবলৈ পাহৰি যোৱা নাছিল—নাছিল মানে এইকণ ছিদ্ৰ ৰাখিয়েই ধূৰ্ত্তবাজীৰ মেৰঘৰটো তৈয়াৰ কৰি ৰাখিছিল। কিয়নো ১৯১৪ চনত চিমলা কনভেণ্টত বৃটিছ আৰু তিব্বেটান চৰকাৰে প্ৰস্তাৱিত মেকমোহণ সীমাৰেখা মানি চলিবলৈ চুক্তিবদ্ধ হৈছিল। চীনা চৰকাৰে তাত কোনো সন্মতি দিয়া নাছিল আৰু চুক্তিপত্ৰত চহীও কৰা নাছিল। যিহেতু আপত্তিও কৰা নাছিল, সেইহেতুকে ভাল বুজাবুজি আৰু আপোচ আলোচনাৰে এটি সুসিদ্ধান্তলৈ আহিব পাৰিব বুলি জহৰে নিশ্চয়কৈ ধৰি

লৈছিল আৰু এনেটি ছিদ্ৰৰে এনে এখন বিভিষিকাপূৰ্ণ যুদ্ধত সোমাই পৰিব বুলি ভুলতো ভবা নাছিল। তেওঁ বাৰে বাৰে সকিয়াই দিছিল যে চীনে কেতিয়াও ভাৰতক আক্ৰমণ নকৰে আৰু আমিও নকৰো। সেয়ে তেওঁ সৈন্যবল গোটৌৱাতকৈ তেওঁৰ শান্তিৰ সূত্ৰ পঞ্চশীল নীতিৰ বল গোটোৱাতহে বেচি চেষ্টা দিছিল। কিন্তু তাৰেই সুবিধা লৈ চীন আৰু পাকিস্তানে ভাৰতৰ বুকুত তীক্ষ্ণ আঘাট হানিব পৰাকৈ সক্ষম হৈ থাকি ছেগ বিচাৰি ৰৈছিল। তেনেহলেও এইটো কিন্তু স্বীকাৰ কৰিব লাগিব—নেহৰুজীৰ এনেটি প্ৰচেষ্টা যে সমগ্ৰ মানৱ জাতিৰ প্ৰণয়বান্ধোনৰ প্ৰতি এটি বলিষ্ঠ পদক্ষেপ কিন্তু বহুগোষ্ঠীৰ খৰবেচি আত্মকেন্দ্ৰিকতাৰ হেতু শান্তিপূৰ্ণ সহঅৱস্থানৰ নীতি মানি চলাটো সম্ভৱ হৈ উঠা নাই আৰু মুঠিবও যেতিয়ালৈ এনে আত্মকেন্দ্ৰিকতা আতৰি নেযায়।

তেতিয়া চীন আৰু ভাৰতৰ মাজত গঢ়ি উঠা বন্ধুত্বৰ প্ৰতি মই বৰ আগ্ৰহান্বিত হৈ উঠিছিলো আৰু সেইবাবেই ১৯৫৩ চনৰ পৰাই এনেসম্পৰ্কীয় দুই এটি কথা যত যেনেকৈ পাইছিলো, মোৰ দিনপঞ্জিত লিখি গৈছিলো বৰ চমুকৈ। কথাবোৰ তিমান স্পষ্ট নাছিল যদিও তাৰে পৰাই দুইচাৰি কথা লিখিবলৈ লৈছো।

১৯৫৪ চনটো মোৰ বিয়াৰ বছৰ। তেতিয়া সপৰিয়ালে মই টেঙানৈ উপত্যাকাৰ দাঙুংত। সেই বছৰতে চীনা চৰকাৰে সমগ্ৰ তিব্বত জুৰি মেক্‌মোহন সীমাৰেখাৰ পিচফালে ৰাস্তা পদূলি সাজি যাতায়ত আৰু যোগাযোগৰ ব্যৱস্থা সম্পূৰ্ণ সুচল কৰি লৈছিল। তেতিয়াও তেওঁলোকৰ ভুৱা কথাত ভোল গৈ ভাৰত চৰকাৰ নিৰবে থাকিল।

মই পাহৰি যোৱা নাই। ১৯৫৩ চনত এটা কথা বাককৈয়ে লক্ষ্য ৰাখিছিলো। এনে এটা সময়তে চীনাসকল কোৰিয়াৰ

যুদ্ধত সোমায় পৰিছিল বাবে নেকি ভাৰতৰ বুকুলৈ বেচিকৈ বন্ধুত্ব আৰু শান্তিৰ ফুলজাৰি সিঁচিছিল।

১৯৫০ চনত যেতিয়া চীনাসকলে তিব্বতত সৈন্যসমাবেশ ঘটাইছিল তেতিয়া দলৈ লামাই ভাৰতৰ সহায় বিচাৰিছিল। কিন্তু চীনৰ সাতে বন্ধুত্বৰ কথা সোঁৱৰি ভাৰতে সহায় কৰিবলৈ অস্বীকাৰ কৰিছিল। ভালেই হৈছিল নে বেয়াই হৈছিল সেইটো মই ক'বলৈ যোৱা নাই। কব গৈছো ভাৰতে তাত কিছু সৈন্য ৰখাহেঁতেন বুৰঞ্জীৰ পাতে হয়তো, অন্যকালে গতি কৰিলে হেঁতেন।

ইতিমধ্যে, ত্ৰিপক্ষৰ ভীষণ দুই যুদ্ধৰ ৰণশিঙা বাজি উঠিল। একপক্ষীয় যুদ্ধ লাগিল মোৰ মনোৰাজ্যত মানৱতাৰ মানৱীয় প্ৰণয়ৰ তুলিকা যুদ্ধ। আন দুইপক্ষ চীন আৰু ভাৰতৰ যুদ্ধ লাগিল বাস্তৱত, মানৱৰূপী দানৱৰ প্ৰণয়বিহীন অমানৱীয় যুদ্ধ। তিনিও পক্ষৰেই ৰণাঙ্গণ সীমান্ত।

সেই দিনাৰ দিনটো আছিল এই বিংশতিকাৰে বাষষ্ঠি চনৰ আঠ চেপ্তেম্বৰ। খবৰ পালো চীনা সৈন্যই মেক্‌মোহণ সীমাৰেখা উলঙ্ঘা কৰি ভাৰত সীমান্তৰ থোমলাত প্ৰবেশ কৰিছে। কিন্তু সাধাৰণ সীমাৰ বিবাদ মানি তাক প্ৰত্যাচাৰ কৰা হ'ল। আকৌ এমাহ বাৰ দিন পিচত বিশ অক্টোবৰৰ দিনা চীনা সৈন্যই নামকাচু উপত্যাকাৰ সীমা উলঙ্ঘা কৰি ভাৰতীয় সৈন্যৰ ওপৰত জপিয়াই পৰিল। আকস্মিক তেনেচি আক্ৰমণত অজস্ৰ ভাৰতীয় সৈন্য আহত বা নিহত হোৱাৰ ওপৰিও বহুসংখ্যক সৈন্য চীনাৰ হাতত বন্দীও হ'ল। আক্ৰমণ প্ৰতিহত কৰিব নোৱাৰি বাচি থকা আটাইখিনি ভাৰতীয় সৈন্য পিচুৱাই আহিল। ফলত বিনাযুদ্ধই টোৱাংৰ পতন হ'ল। টোৱাংৰ পতনৰ পিচত অকল বমডিলাই নহয় ব্ৰহ্মপুত্ৰ উপত্যাকাৰ বহুঅংশ চীনালৈ

এৰি ভাৰতীয় সৈন্য আঁতৰি আহিবলৈ বাধ্য হ'ল।

কামেং সীমান্তত তেতিয়া মোৰ বহুবছৰৰ অভিজ্ঞতা। সৈনিক বিভাগৰ চাকৰিয়াল নহলেও দুবছৰীয়া সৈনিক প্ৰশিক্ষণৰ আৰু এটি সিমান্তত তিমানদিনৰ অভিজ্ঞতাৰে মই অনুভৱ কৰিব পাৰিছো যে ভাৰতীয় সৈন্যসমাবেশ নিশ্চয় ভুল হৈছিল।

চেলাৰ মুখ্যচাউনীটো সদৰঠাই বমডিলাৰ পৰা সম্পূৰ্ণ এচুকত হৈছিল বাবেই চোৰ, আৰু বমডিলা বিনাযুদ্ধই পতন হোৱাত সহায় কৰিছিল বুলি মোৰ নিশ্চিত ধাৰণা। ঠেঙ্গাংলৈ যাওতে খোঁৱাৰ পৰা পৰি মই কোনোমতে বাচিছো। চিকিৎসাৰ বাবে কিছুদিনলৈ দিৰাংত থাকি ভাল নোহোৱাত সুচিকিৎসাৰ বাবে ইতিমধ্যে মই তাৰ পৰা আঁতৰি আহিছো।

টোৱাংৰ পৰা অতি ওচৰ ৰাস্তা ঠেঙ্গাং হৈ (১৮ ডিচেম্বৰ ১৯৬২) চীনাসৈন্যই আগবাঢ়ি আহি বমডিলাৰ লগত দিৰাং আৰু চেলাৰ যোগাযোগ বিচ্ছিন্ন কৰি দিয়ালৈ কোনেও ভাবি বই পৰা নাছিল যে চীনাসকলে এনেটো কৰিব পাৰিব। বহুচেষ্টাৰেও এই যোগাযোগৰ পুনৰুদ্ধাৰ নহ'ল আৰু কি ঘটিল বমডিলা দিৰাং আৰু চেলাৰ বুজিবলৈ বাকী নেথাকিল। আত্মৰক্ষাৰ ব্যৱস্থা চলিল। সৈন্যসামন্ত যিয়ে যেনিতেনি নামনিলৈ পলোৱাৰ চেষ্টাত লাগিল।

এনেএটি সময়ত মোৰ আজি মনত পৰিছে ভাৰত জননীৰ এজনা বীৰ সেনানায়কলৈ—নাম যাৰ শুকমসিং। এইটো আজিও অজ্ঞাত যাৰ ত্যাগৰ মাহাত্ম্যতেই চীনাৰ কোবাল আক্ৰমণৰ সোঁত অন্যকালে গতি লবলৈ বাধ্য হ'ল। বমডিলা পতনৰ পিচত চেলাৰ মুখ্য চাউনীটো যেতিয়া বাহিৰৰ সমস্ত যোগাযোগৰ পৰা বিচ্ছিন্ন হৈ পৰিছিল, তেতিয়া সন্মুখত আসন্ন বিপদৰ কথা জানিও তেওঁ ধৈৰ্য্য হেৰুৱা নাছিল। তেওঁৰ

সন্তানতুল্য সমস্ত সৈন্যক সাজু হ'বলৈ হুকুম কৰি বহন কৰি নিব নোৱাৰা আটাইবোৰ যুদ্ধ সম্ভাৰত জুই জ্বলাই দি দিবাং হৈ নামনিলৈ বুলি সৈন্য পৰিচলনা কৰি থাকোতে শেষ মুহূৰ্ত্তত নিজেই চীনাসৈন্যৰে মুখামুখি হ'বলগীয়াত পৰিল।

ইতিমধ্যে অজস্ৰ চীনা সৈন্যই তেওক আৰু তেওঁৰ এমুঠি মান সৈন্যক আগভেটি ধৰিলেহি। আত্মৰক্ষাৰ বাবে হলেও গুলীৰ উত্তৰ গুলীৰেই দিবলৈ তেও বাধ্য হৈ পৰিল। মুহূৰ্ত্তৰ ভিতৰতে ভালেমান শত্ৰুসৈন্য ধৰাসায়ী কৰি আনকি শেষ গুলিটোৰে শত্ৰুৰ বুকুত গুজি দি বীৰৰ বাবৰ প্ৰতিপন্ন কৰি বীৰৰ দৰেই স্থিৰ হৈ থাকিল। বীৰৰ মোল নুবুজি পশুসৈন্যই তেওক নিষ্ঠুৰ ভাবেই হত্যা কৰিলে। প্ৰথমতে গুলীৰ আঘাতেৰে পঙ্গু কৰি মাটিত বগৰাই লৈ বায়নেটৰে খুচি খুচি, টুকুৰা টুকুৰকৈ মাংস কাটি কাটি নাৰকীয় যাতনা দি এইজনা বীৰক চীনা সেন্যই জীৱন্ত সমাধি দিলে।

গুৰুমসিঙৰে মুখামুখি হৈ চীনাৰ বহুমূলীয়া বহুসময় নষ্ট হল। ইতিমধ্যে বহু ভাৰতীয় সৈন্য বহুদূৰ আগবাঢ়ি আঁতৰি পৰাত চীনাসৈন্যৰ কবলৰ পৰা ৰক্ষা পৰিল। তেনেকৈয়ে নিজা বহুসৈন্যক ৰক্ষা কৰি নিজেই নাৰকীয় যাতনাৰে মৃত্যুক সাৱটি প্ৰণয়ৰ আদৰ্শকে তেওঁ আমাৰ মাজত বিলাই গল। এনেজনা বীৰৰ প্ৰণয়আদৰ্শ আমাৰ মাজত সদায়েই অবিস্মৰণীয় হওঁক।

তেওঁ যে এনেভাৱে মৃত্যুক সাৱটি লব এই কথা তেওঁৰ সেনাসকলে ভাবিবই পৰা নাছিল। ভাবিছিল তেওঁ হয়তো তেওঁলোকৰ পিচে পিচে আহি আছিল। তেনে এটা অনুমান কৰি বহুসৈন্য বহুদূৰ আগবাঢ়িছিল। পিচে পিচে আহি থকা নিৰিক্ষণকাৰীৰ দলটোৱে অজস্ৰ গুলীৰ শব্দত সচকিত হৈ বৰ সংগোপনে নিৰিক্ষণ কৰি তেওঁলোকৰ নায়কৰ অমানৱীয়

মৃত্যু যাতনা দেখি আৰু সহিব নোৱাৰিলে। তেওঁলোকে চকুপানীৰে নায়কৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা যাচি ক্ৰমে নৈৰ সাঁকটি তৈয়াম অভিমুখে আগবাঢ়ি থাকিল।

ৰূপাৰ পৰৰ প্ৰান্তৰত এখন টেঙা নৈ উপত্যকা। বিবাহিত জীৱনৰ প্ৰথম পাতনি মেলিছিলো এই উপত্যকাতে দাম্পত্য। অতিকৈ আপোন অতিকৈ মৰমৰ এই টেঙানৈ উপত্যকাৰ সৌন্দৰ্য্যবৰ্ণনাত মোৰ দিনপঞ্জিত লিখিছিলে—'আমি সন্ন্যাসী নহওঁ যদিও আমাৰ মনৰ মাজলৈ সাংসাৰিক জীৱনৰ কোনো তিক্ততা আহিব পৰা নাই। জনশূন্য এই নিৰ্জন দাম্পত্যত অৱস্থিত সুন্দৰ পৰিবেশটোকেই এখনি অতীজ আশ্ৰমৰ দৰে আমাৰ বাসস্থানৰ উপযোগীকৈ সাজি লৈছো। মোৰ কৰ্ত্তব্য থাৰা" সৰা ছোৱালী কেইজনমানক বৰ্ণমালাৰ সৈতে সম্যক পৰিচয় কৰি দিয়া আৰু মোৰ পৰিবাৰৰ কাম হ'ল সিহঁতক ফুলবচা আৰু চোলাগাঠা আদি কাম শিকোৱা। এনেকৈয়ে এদিন দুদিনকৈ মাহ বাগৰি বছৰ পাৰহৈ গল। কিমান মধুৰ আমাৰ এই দিনবোৰ যে! পাহাৰৰ পৰা ভাটেখিনি দৰত অৰণ্যখনৰ গাতে গা-লগাই বৈ যোৱা পাৰ্বতীয়া খৰস্ৰোতা টেঙা নৈ খনৰ বুকুৰ পাহাৰ ফালৰ পৰা বাগৰি অহা বতাহজাক যেন আৰু মনৰ। নৈৰ বুকুত থকা শিলনাৰত কোবখাই যাৰ যোৱা পাৰ প্ৰতিধ্বনিবোৰ নৈৰ টৌবোৰকো প্ৰতিহত কৰি থিয় দিয় হৈ থকা চটা চটা শিলাবোৰ নৈৰ বুকুত আওঁজি থকা সৰু ডাঙৰ গছগছনিবোৰ আৰু সেইবোৰৰ ঠালঠেঙুলি পাতবোৰে বাধাদিয়া একাবেকা সোঁতটো নৈৰ পাৰত বতাহত হালিজালি নাচি থকা কহুৱাবনবোৰ কাষৰতে আকাশ চুম্বী অভ্ৰভেদি টিটুঙ্গ শৃঙ্গবোৰ—এই আটাইবোৰেই আমাৰ মনৰ মাজত হৈ ৰব জীৱনঅৱধি অবিস্মৰণীয় স্মৃতিৰেখা যুগজয়ী

শিলস্তম্ভ সদৃশ।

—এয়াই আছিল মোৰ বাস্তৱ স্মৃতিৰ ভড়াল টেঙাৰৈ উপত্যাকা। ভাবিবই পৰা নাছিলো সেই জনশূন্য টেঙাৰৈ উপত্যাকা এদিন জনবহুল মৃত্যু উপত্যাকাত পৰিণত হ'ব। বিশ্বজননীৰ যিমান যোগ্যসন্তান চীন আৰু ভাৰতে এই উপত্যকাত তেজৰ্বালে বিশ্বইতিহাসত তেনে দৃষ্টান্ত আৰু হয়তো পাবলৈ নহ'ব। চীন ভাৰতৰ ইমান সেনা মৰিল কেনেকৈ আৰু এইমাকক ৰ'টেঙৰৈ উপত্যাকাৰ বুকু এবুকু হ'ল কেনেকৈ এইটো এটা ৰহস্য বুলিয়েই ধৰি ল'ব লাগিব।

পুণ্যভূমি ভাৰত। সত্যপ্ৰিয় ভাৰতবাসীৰ ভাৰতবৰ্ষ সত্যৰ পৰাই প্ৰতিষ্ঠিত। ৰামায়ণ আৰু মহাভাৰতৰ আদৰ্শত বলিয়ান ভাৰতীয় মানুহৰ সত্যই ধৰ্ম সত্যই কৰ্ম সত্যই বল সত্যই সীমা আৰু যুদ্ধও কৰে সত্য প্ৰতিষ্ঠাৰ হেতু চিৰ স্বভাৱ। অনিবাৰ্য্য সত্যৰেই জয়। ভাৰতে কাহানিও পৰাজয় বৰণ কৰা নাই আৰু সত্যৰ ওপৰত বস্তু থকালৈ নকৰিবও। তাহানিৰ বিশ্বৰ আটাইতকৈ শ্ৰেষ্ঠ শক্তিগোষ্ঠী বৃটিশ সিংহয়ো নিৰস্ত্ৰ ভাৰতীয়ৰ অহিংস অস্ত্ৰৰ কেৰত তিষ্ঠিব নোৱাৰি দেশ এৰি দি স্বীকাৰ কৰি গৈছে—ভাৰতৰ স্বাধীনতাও সত্য।

জীৱনৰ কোনো আঘাতত জহৰে চকুপানী টুকিছিল নে নাই নেজানো। কিন্তু বমডিলা পতনৰ নিশা ৰেডিঅ'যোগে জাতিলৈ দিয়া ভাষণত তেওঁৰ উচুপনি শুনিছিলো মায়া স্থীৰে থাকিব পৰা নাছিলো। পলিটিকেল অফিচাৰ মেজৰ কাটেৰ টাই নিৰ্ব্বাচনৰ পিচত ১৯৫৩ চনৰ ২৬ জানুৱাৰীৰ দিনা এজোপা গছ কাটি বমডিলাৰ জন্ম ঘোষণা কৰি নিজহাতে তুলিতালি ডাঙৰ দীঘল কৰা বমডিলাৰ পতনে মোৰ মূৰতো বজ্ৰাঘাত হানিছিল।

উচুপনিৰ মাজতো সবাৰো আপোন আৰু অতিকৈ চেনেহৰ জহৰে ক বলৈ পাহৰা নাছিল যে— শেষত আমাৰ জয় নিশ্চিত, ২ অক্টোবৰৰ সীমাৰেখালৈ চীনাসকল আকৌ ঘূৰি যাবই লাগিব।

সঁচাকৈয়ে চীনাহঁত স্বেচ্ছাই ঘূৰি গ'ল জানো? নে যাবলৈ বাধ্য হোৱা বাবেহে ঘূৰি গ'ল? সবাৰো মনৰ মাজত এইটো এটা অভেদ্য ৰহস্য হৈয়ে ৰ'ল।

মই জনাত বমডিলা দিৰাং আৰু চেলাৰ পতনৰ পিচত চীনা সৈন্যৰে শেষ সন্মুখ যুদ্ধৰবাবে এটা অতি শক্তিশালী ভাৰতীয় সৈন্যবল সমাবেশ কৰা হৈছিল টেঙা নৈ উপত্যাকাৰ নামনি পাৰত। চীনাৰ আগৰণুৱা পহৰাদাৰী সেনাৰ পৰা এনেটি সম্ভেদ পাই কর্তৃত্বশীল সেনাধ্যক্ষই ভাৰতীয় সৈন্যক নিশেষ কৰিব পৰাকৈ কামেংত সিচঁৰতি হৈ থকা সকলো সৈন্যক খুপাই আনি টেঙাৰ উপত্যাকাৰ ওপৰ পাৰত সমাবেশ কৰাই ভাৰতীয় সৈন্যৰ মুখামুখি হ'ল। ভয়ানক যুদ্ধত টেঙাভেলি কঁপি উঠিল। ভাৰতীয় সৈন্য এইবাৰ দৃঢ়প্ৰতিজ্ঞ— হয় জিনিম নহয় মৰিম।" কেবাদিনো যুদ্ধ কৰিও চীনে ভাৰতীয় সৈন্যক এখোজো লৰাব নোৱাৰি হতাশ হৈ পৰিল।

ইতিমধ্যে গুৰুমসিংৰ দলে টেঙাৰ উপত্যাকাত ভীষণ যুদ্ধ চলি থকা অৱস্থাতে কপাহৈ টেঙাৰ উপত্যাকাৰ ফালে আগ বাঢ়ি চীনা সৈন্যৰ ভেটাভেটি হওঁতেই ভাৰতীয় নিৰিক্ষণ কাৰীয়ে সৈন্যবোৰক ভাৰতীয় সৈন্যৰ পোচাকত চীনাসৈন্য বুলি ঠাৱৰ কৰিলে। ফলত বহুভাৰতীয় সৈন্য ভাৰতীয়ৰ হাতত‌ে নিধন হ'ল। কিন্তু ইমানবোৰ সৈন্যৰ আকস্মিক আবিৰ্ভাবে ভাৰতীয় সৈন্যক কঁপাই তুলিলে। ইমান সৈন্যৰ আবিৰ্ভাব কেনেকৈ ঘটিব পাৰে?"—বিৰাত বিস্ময়মানি ভাৰতীয় সৈন্যই

যুদ্ধক্ষেত্ৰ এৰিবলৈ বাধ্য হৈ পৰিল আৰু অবিশ্বাস্য সন্দেহত এনেকৈয়ে চাউনি এৰি আঁতৰি পৰিল।

ইফালে গুৰমস্নিংৰ দলৰ বাচি থকা সৈন্যখিনিয়ে চীনাৰ সংগত যুঁজি অজস্ৰ চীনাসৈন্যক নিঃশেষ কৰি নিঃশেষ হৈ গ'ল যদিও চীনাৰ কঙ্কাল ধাককৈয়ে ভাগিল।

চীনাসকলে ভাল সুবিধা এটা পালে যদিও এনেএটি সন্ধিমুহূৰ্ত্তত তাক গ্ৰহণ কৰিবলৈ সামৰ্থ হেৰাই পৰিল। উপায়হীন হৈ চীনাসকলে মিছা যুক্তিৰে চুক্তিৰ পাতনি মেলি বমডিলা, দিৰাং আৰু টোৱাং এৰি দি বিশ অক্টোবৰৰ সীমাৰেখা পাৰ হৈ পূৰ্বৰ ঠাইত পিছুাপি লবলৈ বাধ্য হ'ল। জহৰৰ সত্য বাণী যুগজয়ী হ'ল। ভাৰতীয় জিকিল। বিনিময়ত সত্য সত্য হৈয়ে ৰ'ল।

চীনাসকল ঘূৰি গ'ল। বৃটিশ যুগৰ মেকমোহন সীমা ৰেখাকে মানি ভাৰতীয় শাসন আকৌ প্ৰৱৰ্ত্তন কৰা হ'ল। যুদ্ধৰ শেষত যুদ্ধক্ষেত্ৰত মানৱৰ দানৱতাৰ বিভিষিকা অচিৰে লুপ্ত নহয়। যুগ যুগ ধৰি ঠাই টুকুৰাই এটি অদ্ভুত প্ৰলয়ঙ্কাৰী মূৰ্ত্তী ধাৰণ কৰি মানুহৰ মনত সদায়েই মানৱৰ পশুত্ব আৰু চৰম প্ৰণয়হীনতাৰ কথাকে সোঁৱৰাই ৰয়।

মোৰ ঠিক মনত নাই— ভূপেনদা যুদ্ধ ভগাৰ কিমান দিনৰ পিচত বমডিলালৈ গৈছিল। সেই দিনা ভূপেনদাই বমডিলা অভিমুখে যাত্ৰা কৰি টেঙাৰ উপত্যকাত উঠিছিল গৈ। তেতিয়াও তাত মৃত জোৱানৰ নৰকঙ্কালবোৰ পাচাৰৰ দৰে দম্‌বান্ধি আছিল। দেখি সহিব নোৱাৰি প্ৰণয়বদিগন্তত আঘাতহানি নিগৰি অহা দুটোপাল চকুলোৰে গাই গৈছিল—

"কত জোৱানৰ মৃত্যু হ'ল
কাৰ জীৱন যৌৱন গ'ল,

সেই মৃত্যু অপৰাজেয়—
তেনে মৃতক ন'হলো মই কিয়.. ?

কত পিতৃ পুত্ৰ হাৰা হল
কত মাতৃৰ বুকু খুদা হল
ৰঙা সিন্দুৰ কাৰ মচা গল
কাৰ বাসনাও অপূৰ্ণ হৈ ৰল।"

এয়া আছিল তেখেতৰ অন্তৰ আত্মাৰ বেদনাশিক্ত অনুভূতিৰ মূৰ্ত্তপ্ৰকাশত বৈ বৈ বাজি উঠা এটি সকৰুণ সুৰ।

## ১২

মদনহঁতৰ অনুৰোধক্ৰমে বসন্ত এতিয়াও তাতেই আছে। তাক কেন্দ্ৰ কৰিয়েই ঘৰখনত এটি আনন্দমুখৰ পৰিবেশৰ সৃষ্টি হৈ পৰিছে। এনে এজনা উচ্চ শিক্ষিত ডেকাই ইমান দিনে এনেকৈ চাকৰ খাটি থাকিব পাৰে, এই কথাটো গাওঁৰ কোনেও বিশ্বাসেই কৰিব পৰা নাছিল। কথাটো প্ৰচাৰ হৈ পৰাৰ লগে লগে গাওঁখনত এটা বেচ গুজৱৰ সৃষ্টি হৈ পৰিল। গাৱঁৰ মানুহে যি জনক "হেই বসন কত যাহেই" বুলি ইতি কিঙৰ সুৰত মাতদিছিল সেই সকলোৱেই মনত বসন এতিয়া এজন সন্মানীয় লোক। দুই চাৰিজন মানুহ গোটখালেই তাৰ কথাকেই আলোচনা কৰা হল। ডেকা গাভৰুহঁতেও তাৰ ওচৰত মুৰ দোৱাবা হল। মুঠতে গাৱঁৰ সবাৰো মনতেই বসন এতিয়া এজনা সুচৰিত্ৰবান ডেকা ৰূপেই পৰিগণিত হল।

মোৰ লগতে আলোচনাৰ মিনধৰি বসন্তক কিছু উত্তেজিত দেখা গৈছে। হয়'তো কোনো স্থিৰ সিদ্ধান্তত আহিব নোৱাৰি মানসিক দ্বন্দ্বত ভুগিছে। নিশাৰ গ্ৰাসত যেতিয়া গোটেই জগৎ নিস্তব্ধ বিছনাত শুই পৰি এই বাৰ ভাবি সি আজি আৰু বেচি উত্তেজিত হৈ উঠিছে—

হাহাকাৰ হাহাকাৰ কেৱল হাহাকাৰ !
এককালে প্ৰতিযোগিতা এটমৰ
আনকালে শোষণ, হত্যা হৈগ প্ৰবক্কৰ।
বিশ্বত বাজছে ঢোল মহা আতঙ্কৰ ॥

বিয় ! কিয় এই আঁতঙ্ক বিশ্বত ?
হয়তো ঠিকেই কৈছে বাজেে—
সৃষ্টি ধৰ্মীয় মানৱীয় বাটচাৰি
আমি আগবাঢ়িছো ভুল বাটে বাবে।

আজিৰ অতিবিজ্ঞানী কুৰু কুৰণ আমি
যদি নহও কুৰুচৰণ ৰূপে জ্ঞানবন্তুবিজ্ঞানী
মানৱৰ কল্যাণকামী প্ৰগতি নেসাধি
বিজ্ঞানৰ ধ্বংসাত্মক প্ৰগতিৰে থাকো আগবাঢ়ি
ঠিক্ ঠিক্ বিশ্ব নেথাকিব বাচি।

নাই। নাই ।! আৰু সময় নাই ।!!
সীমাহীন পৃথিবী পাতি শ্ৰেণীহীন সমাজ গঢ়ি
ধ্বংসাত্মক প্ৰতিযোগিতাৰ জুই নিৰ্ব্বাপিত কৰি
কুৰুচৰণৰ বাটেৰে ক্ৰমে আগবাঢ়ি
পাতিবই লাগিব—

মান'ৱাত্তম অতি মানৱৰ কুৰুস্বৰ্গ
—এই পৃথিবীত।

সি যেন আৰু ভবিব নোৱাৰে। টোপনীৰ লোভ বৰ

খৰতৰ গতিৰে আগবাঢ়ে। স্মৃতি আৰু পাহৰণিৰ অস্পষ্টতাই তাৰ অন্তৰত টুকৰিয়াই—টোপনীয়ে গ্ৰাস কৰে—সপোন দেখে—

পুৱাতে উঠিবা খিৰিকিৰে চাবা
দেখিবা সুন্দৰ দৃশ্য
হিমালয় গাত দূৰ দিগন্তত
সিখনি যাৰে দেশ।
ধাৰ্ম্মীক সকলো ধৰমৰ দেশ
নঠগে নলয় লুটি
ধৰ্ম্মৰ নামত মিছা ফাকিদি
নিপিন্ধে ধৰ্ম্মৰ টুপী।
সি দেশত যাবা বনিজ বেহেকা
ইঘৰ সিঘৰ ফুৰি
বোজা বান্ধি তুমি আনিবা পিঠিত
সুখে খাবা উদৰ পুৰি।

সপোন শেষ হয়। সপোনৰ অজ্ঞাত সিহঁৰণত তাৰ টোপনি ভাগে। সপোনৰ তাৎপৰ্য্য বুজি সি চমকি উঠে আৰু তাৰে উপলব্ধিত সি কৈ উঠে—

ৰাৱণ নবধে শ্ৰাম ৰাম ধৰে
জুকলা সকলো প্ৰজা
ঠগি লুটি খোৱা বাঞ্চক নবধে
সিয়ে জানো ৰাম ৰজা?

তাৰ পিচত উগ্ৰতৰ অনুভূতিৰ প্ৰকাশভঙ্গিত কিবা এটা ভাবিবলৈ ধৰোতেই গভীৰ নিশাৰ নিৰবতা ভঙ্গ কৰি "বসন্তদা বসন্তদা" বুলি মাতা এটি শব্দৰ লগতে কাৰো পদশব্দও তাৰ কাণত বাজি উঠিল আকস্মিতে। মূৰ দাঙি চাই দেখে বীণা ভিতৰলৈ সোমাই আহিছে।

বসন্তৰ হৃতভগীয়া জীৱন বৃত্তান্তৰ নানা অস্পষ্ট স্মৃতিত বীণাৰো টোপনিত ব্যাঘাট ঘটিছে। বসন্তৰ কোঠাৰ পৰা ভাহি অহা দুই এটা অস্বাভাৱিক অস্পষ্ট শব্দই তাইৰ কাণত বাজি তাইক অস্থিৰ কৰি তুলিছে। আগপিচ নুগুনি বীণাই মাকক মাত দি ওলাই বসন্তৰ কোঠাৰ কালে আগবাঢ়ি আহিল। জলঙাৰে ভুমুকি মাৰি দেখে ভিতৰত এতিয়াও চাকি জ্বলিয়েই আছে আৰু দুৱাৰো দিয়া হোৱা নাই। সেয়ে তাই আচম্বিতে মাত লগাই দুৱাৰখন ঠেলি ভিতৰলৈ সোমাই আহিল আৰু মাকে দুৱাৰৰ কাষতে ঠিয় হৈ থাকিল। বসন্তই ভাবিবই পৰা নাছিল যে বীণাই ইমান ৰাতি তাৰ কোঠালৈ সোমাই আহিব পাৰে। ভিতৰলৈ সোমায়েই আকৌবাৰ "বসন্তদা" বুলি মাত লগাই তাৰ পিনে ওচৰচাপি অহা দেখি—"বীণা তুমি?" —বুলি মাত লগাই অপ্ৰস্তুত ভাবে সি বিচনাত উঠি বীণাৰ কালে ভেবালাগি চাই থাকিল।

'ক্ষমা কৰিব বসন্তদা আপুনি ভোৰভোৰাই কিবা বলকি থকা শুনিহে আহিছো। সঁচা কথা কওক, আপোনাৰ হৈছে কি? আজি কিছুদিনৰে পৰা আপোনাৰ চলণত এক অস্বাভাবিকতাই বিৰাজ কৰা আমি লক্ষ্য কৰিছো। আপোনাৰ নিশ্চয় কিবা এটা ঘটিছে। কওক! মুখ খুলি কওক দাদা, কি ঘটিছে?" (বীণাই এতিয়া বসন্তক দাদা আৰু আপুনি বুলি সম্বোধি কথা কয়)

"নাই একো ঘটা নাই। কিবা সপোন দেখিছিলো নেকি বীণা?"—বুলি কোৱাৰ লগে লগে বীণাই কৈ উঠিল —"ওহো, হ'ব নোৱাৰে। মই বুজিছো, কওক বসন্তদা, মানুহে গুণি-গাঠি থাকোতেই সকলো শেষ নেকি? বিফলতাও জানো জীৱনৰ অভিজ্ঞতা নহয়? বিফলতা মানুহৰ প্ৰতি পদে পদে

থাকেই আৰু এই বিফলতাক লৈয়ে মানুহে আজীৱন কাল বুজ দিব লাগে। চাওক বসন্তদা কালে কামে আৰু সুযোগে কেতিয়াও কালৈকো বৈ থকা নাই আৰু তাৰ বুকুতেই আবিৰ্ভাব হৈয়েই আছে ক্ষণজন্মা সকলবো। হতাশাই দুৰ্ব্বলতা। আপুনি হতাশ হোৱাৰ কাৰণ মই একো দেখা নাই। আপুনি মাত্ৰ কৰ্ত্তব্যস্থিৰ কৰক আমি পাৰ্য্যমানে সহায় কৰি যাম।'

ইয়াৰ পৰা গৈ ৰাজেনৰ ঘৰ চাপিহে কিবা এটা স্থিৰ কৰিম বুলি ভাবিছো।—কেতিয়া বিদায় দিয়া তেনেহে বাট চাই আছো।"—বুলি বীণাৰ কথাৰ প্ৰত্যুত্তৰত বসন্তই কৈ উঠিল।

কি আপুনি ইয়াৰ পৰা যাব ?" বীণাই প্ৰশ্ন কৰে।

"ও যাব খুজিছো —বসন্তই উত্তৰ দিয়ে।

"মইতো আপোনাক যাবলৈ কোৱা নাই ?' বীণাই কয়।

নাই কোৱা তথাপি— বুলি কিবা কোৱাৰ আগতে বীণাই বাধা দি কৈ উঠিল "এতিয়া আৰু আপোনাৰ মুখত তথাপি কিন্তু আদি শব্দই শোভা নেপাই—এনে শব্দই দৃঢ়তাৰ অভাৱ সূচায়। শুনক বসন্তদা সৎচৰিত্ৰবান আৰু নিষ্ঠাবানৰ বাবে সুকৰ্ম্মৰ সুআদৰ্শ প্ৰতিষ্ঠাৰ ক্ষেত্ৰ বিচাৰি কলৈকো যোৱাৰ প্ৰয়োজন নকৰে। প্ৰতিভাৰো মৃত্যু নাই। ধোপ মৰা এন্ধাৰৰ মাজত থাকিলেও প্ৰতিভা প্ৰকাশ পাবই—প্ৰচাৰ লভিবই। আপনি ইয়াতেই থাকি যি কৰে ইয়াতেই কৰক। তেতিয়া আমিও আপোনাৰ সহভাগী হ'ব পাৰিম। তাৰ উপৰিও এই গাৱৰ মানুহবিলাকো আপোনাৰ ওপৰত এতিয়া যথেষ্ট আস্থাবান যেতিয়া, তেওঁলোককো আপুনি কামত লগাব পাৰিব।"

এনেতে বীণাক মাতদি মাকে কৈ উঠিল—"আহ মা মহৎ উদ্দেশ্যৰ পথত হেঙাৰ হ ব নেপায়, বোপাই নিজেই চিন্তা কৰি

কি ভাল দোখ কৰক। বোপা এতিয়া শুৱা আমিও শুওঁগৈ”
—বুলি বীণাক লগত লৈ গৈ বিছনাত শুই পৰিল।

বীণাই শুই পৰি কিবা চিন্তা কৰি থাকোতেই টোপনি আহিল নে নাই তাই এটা সপোন দেখিব লাগিছে—সপোনতে বসন্তই বীণাৰ মাকক সেৱা এটা কৰি মাকৰ পৰা বিদায় লৈ পদূলিমুখে আগবাঢ়িব লাগিছে। তাৰো পিচে পিচে বসন্ত সম্প্ৰদাকৈ মাতি মাতি অনুসৰণ কৰিব লাগিছে। তাইক আৰ নেবাঢ়িবলৈ বাধা দি বসন্তই কৈ গৈ আছে—“আৰু নাহিবা বীণা, নহয় এতিয়া।

এই পৃথিবীতে স্বৰ্গৰাজ্য প্ৰতিষ্ঠাৰ বাটত
কদম্ কদম্ আগুৱাম যেতিয়া, আহিবা তেতিয়া!

—বুলি কৈ কৈ বসন্তই পদূলি পাৰ হৈ ক্ৰমে মাজনিশাৰ অন্ধকাৰৰ বুকুলৈ হেচি গ'ল। চাওঁতে চাওঁতে অদৃশ্য হৈ পৰিল। গোটেই ঘটনাটো বীণাৰ অজ্ঞাত সা থৰ যেন লাগিল আৰু উপায়হীনা হৈ কাণপাতি ৰ'ল কোনো অজ্ঞাত সমাধানলৈ অপেক্ষা কৰি। গভীৰ নিশাৰ নিস্তব্ধতা ভেদি ভাহি অহা এটি নবিনতম বিপ্লৱৰ উদাত্ত আহ্বানে তাইকো মতা যেন শুনি অজ্ঞাতে চিঞৰি উঠিল—আৰু সময় নাই জাগা জাগা সকলো জাগা। আহা আহা—সকলো আহা!! বন্দে মাতৰম!!!
—বুলি জাপ মাৰি বিছনাত উঠি বহিল। চকুহটা মহাৰি লৈ দেখে ওচৰতে বসন্ত আৰু মদনে বহি কোনো গভীৰ আলোচনাত ব্যস্ত হৈ আছে। তত্তাতৈয়াকৈ উঠিগৈ মুখখন ধুই তিনিকাপ চাহ লৈ তায়ো যোগদিলেহি সেই আলোচনাতে।

আলোচনামৰ্শ্মে বীণাৰ কথামতেই এই গাৱঁতে আমাৰ আলোচনাত ঠাইপোৱা স্বৰ্গৰাজ্যখন গঢ়াৰ পৰীক্ষামূলক ব্যৱস্থা হাতত লোৱাটোকেই স্থিৰ কৰা হ'ল। লগতে প্ৰত্যেককে

বুনিয়াদি প্ৰয়োজন পৰিপূৰণৰ প্ৰতিশ্ৰুতি দিব পৰা, এনে এখন আচনিৰ কথাও খৰচি মাৰি আলোচনা কৰা হ'ল।

গতিকে স্থিৰ কৰা হল গাঁৱৰ প্ৰত্যেক ঘৰৰে উঠি অহা ডেকাগাভৰু, বুঢ়া মেথা সকলোকে গোটাই সঙ্গবদ্ধ কৰি গাঁৱৰ প্ৰত্যেকৰ বাবে গ্ৰহণযোগ্য কল্যাণকামী কাম হাতত লৈ আগ বাঢ়ি যাব। সেই উদ্দেশ্যে, দিন ঠিক কৰি গাঁৱৰ পূবফালে মৰানৈখনৰ পাৰত থকা স্কুল ঘৰৰ পথাৰতে সকলোকে মতা হল। বসন্তৰ প্ৰতি এতিয়া গাঁৱৰ প্ৰত্যেক মানুহৰে এনেয়ে এটা আগ্ৰহ বাঢ়ি গৈছেই। তাতে সি মদন, বীণাৰ লগলাগি এখন মিটিং পাতিছে। মদনেও ইফালে উচ্চাশঙ্কা লৈ আছি গাঁৱৰ মঙ্গলৰ কাৰণে পাৰিলে কিবা এটা কৰাৰ উদ্দেশ্যে বসন্তৰ লগতে ঘৰে ঘৰে আহি মিটিংলৈ মাতিছেহি। সেয়ে খুব আগ্ৰহেৰে আটায়ে মিটিঙত যোগ দিছেহি।

কেনেকৈনো গাওঁখনৰ সৰ্ব্বটো প্ৰকাৰে মঙ্গল সাধিব পাৰি সেই বিষয়ে মিটিঙত বহু আলোচনা বিলোচনা হল। আলোচনাৰ শেষত মাত্ৰ দুটাই প্ৰস্তাৱ গ্ৰহণৰ সিদ্ধান্ত কৰা হ'ল। প্ৰথম প্ৰস্তাৱ মৰ্ম্মে গাঁৱৰ সেই পতিত মৰানৈখনৰ খৰাবোৰ বান্ধি মাছপোহা পুখুৰীলৈ ৰূপান্তৰ কৰিবলৈ স্থিৰ কৰা হ'ল। কিয়নো এইটো কৰিলে পানী সিঁচি মাছ বেচি যি টকা পোৱা হব তাৰে পাৰ বান্ধি পুখুৰীৰ দৰে কৰাৰ লগতে পাৰত কল নাৰিকল আম জামু আদি ফলমূলৰ খেতিও কৰিব পৰা হ'ব আৰু উন্নত জাতৰ মাছো পুহিব পৰা হব। লগতে পইচা বাচিলে গাঁৱৰ সামূহিক উন্নয়নৰ কামত খটাব পৰাও হ'ব। আৰু আনটো প্ৰস্তাৱ মৰ্ম্মে প্ৰত্যেক ঘৰৰ হাল-গৰু লৈ আৰু হালগৰু নথকা সকলে কোদাল লৈ হ'লেও গাঁৱৰ কণমানো মাটি চন নপৰাকৈ বতৰৰ পাৰিপাৰ্শিকতাৰ লগত খাপ খোৱাকৈ

আকালতৰা ধান যৱ, গম কদো বৰোধানৰ উপৰিও ৰহৰ, মাহ, সৰিয়হ তিল ধনিয়া আদা হালধী আদি ৰবি শস্যৰ খেতিবোৰ কৰিবলৈ স্থিৰ কৰা হ'ল। লগতে গাঁৱৰ কাৰো আকালৰ সময়ত যাতে সহায় কৰিব পাৰি, তাৰবাবে আকাল তৰ ধান খেতিৰ ফচল সামূহিক ভড়ালত ৰাখি বাকী ৰবিশস্যবোৰ ভগোৱাৰ সিদ্ধান্ত কৰা হ'ল। শেষত ৰবিশস্যবোৰ এভাগ ৰাসায়নিক সাৰ আৰু পানী যোগানৰ আহিলা আদিৰ বাবে ৰাজহুৱা ভড়ালত জমা ৰখাৰো ব্যৱস্থা ৰখা হ'ল।

উপস্থিত সকলোৰে আনন্দ উৎসাহৰ মাজেৰে সভাৰ সামৰণি হয় হয় এনেতে বসন্তই কৈ উঠিল— 'ৰাইজ সকল মহাজনৰ ঘৰত চাকৰ খাটি এই দুহেজাৰ টকা মই পাই ছিলোঁ। এই সমুদায় টকাখিনি আপোনালোককৈ আগবঢালোঁ যাতে আপোনালোকে এই খিনিকে মূলধন কৰি কাম আৰম্ভ কৰিব পাৰে।" কোনেও ভাবিবই পৰা নাছিল যে বসন্তই আনৰ ঘৰত চাকৰ খাটি পোৱা পইচা খিনিও ৰাইজলৈ আগবঢাব। বসন্তৰ ত্যাগ দেখি ৰাইজ কাইঁপৰি জীণ যোৱাৰ দৰে হ'ল। আনকি বহুতৰে চকুত চকুপানীও নিগৰি আহিল। তেতিয়া ৰাইজৰ ফালৰ পৰা কেবাজনো একেলগে ঠিয় দি টকাৰ টোপলাটো লৈ বসন্তক আগুৰি ধৰি টকাখিনি ঘূৰাই ল'বলৈ জোৰ কৰাত এক হুকাঁথোকাৰ সৃষ্টি হৈ পৰিল। ইজনে সিজনে ক'বলৈ ধৰিলে—"নাই, নাই তোমাৰ টকা আমাক নেলাগে—গেবাৰি খাটি কোনোমতে দুটা পইচা জমা কৰিছা, তাকো আমাকেই দিবানে? লোৱা, লোৱা তোমাৰ টকা ঘূৰাই লোৱা।'

সকলোকে শান্ত হ'বলৈ অনুৰোধ কৰি বসন্তই আকৌ

কৰ্ৰৈল ধৰিলে—'ৰাইজ সকল আপোনালোকৰ বাহিৰে মোৰ কোনো নাই—কাকেই বা মই কি দিম? আপোনালোকে মোক আপোনালোকৰেই এজন বুলি পইচাখিনি গ্ৰহণ কৰিলে মনত এই অশেষ শান্তি পাম। মোৰ অনুৰোধ পইচাখিনি গ্ৰহণ কৰক।" এনেতে মদনেও এহেজাৰ টকা ৰাইজলৈ আগ বঢ়াই কৈ উঠিল—'ৰাইজ সকল এইখিনিও লগতে গ্ৰহণ কৰক যাতে কামখিনি আগবঢ়াই নিব পাৰে।" 'তোমালোক সচায় মহান মহান" ৰ। একেমুখে আটায়ে শলাগী উঠিল। তাকে দেখি গাওঁৰ দিব পৰা কেইজনেও মাম্মা দিম নোহো দিমকৈ সামৰ্থ অনুযায়ী পাচ শৰ পৰা আৰম্ভ কৰি পাচ হেজাৰ টকালৈ আগবাঢ়াবলৈ লাগিল। এনেকৈয়ে এক আশ্চৰ্য্যজনক ভাবে ৰাজহুৱা ভড়ালত প্ৰায় বিশ হেজাৰ টকা জমা হৈ পৰিল। টকাখিনি গাওঁৰ নামত দৰকাৰ মতে তিনিজনৰ চহীত উলিয়াব পৰাকৈ বেঙ্কত জমা ৰখাটো স্থিৰ কৰি ফিৰাদিনা তিচাপ এটা খুলি জমাকৰি আহিল।

যুৱক একজনৰ মানসিক প্ৰস্তুতি আছিল কিন্তু বৈষয়িক সম্বল নাছিল। এওঁৰ বহুত কিবা কিবি কৰি সমাজৰ ভাঙলগা মেৰুদণ্ড পোন কৰাৰ ইচ্ছা। মই যদি কও, অকল মানসিক প্ৰস্তুতি আৰু প্ৰগাঢ় নিষ্ঠাৰে ৰসন্তৰ গাওঁৰে কেইজন মান কৌশলী আৰু অকৌশলী যুৱক যুৱতীক লৈ এখন স্বপ্নৰাজ্য গঢ়িবলৈ বহু কিবা কিবি আচনিহাতত লৈছে - মানুহে এয়া কিতাপৰ আদৰ্শ বুলি হয়টো উকৰাই দিব। গাওঁৰ মানুহে মাটিৰ মালিকী স্বত্ব পৰ্য্যন্ত উমৈহতীয়া মঙ্গলৰ কাৰণে সমৰ্পণ কৰাতো হয়তো আজিৰ সমাজ ব্যৱস্থাত আৰু অবিশ্বাস্য কথা। মানুহৰ মনোবৃত্তি কৃত্ৰিম আৰু বিকৃত নোহোৱাহেঁতেন এইবোৰ কথা উকৰাইও দিব নোৱাৰি, এইবোৰ কাম অবিশ্বাস্য বুলিও কব নোৱাৰি। আজিলৈ

যিমানবোৰ ইতিহাস পঢ়ি আহিছো—সেয়া ৰজাৰ ইতিহাস। মানুহৰ ইতিহাস কোনোকালেই লেখা হোৱা নাই নহয়ও হয়তো। ৰজাৰ ইতিহাসৰ প্ৰাণকেন্দ্ৰ ক্ষমতা আৰু মানুহৰ ইতিহাসৰ প্ৰাণকেন্দ্ৰ হল মানৱতা। ক্ষমতা কালৰ বুকুত লীন হব পাৰে কিন্তু মানৱতা? ই কাহানিও ক্ষয় নোহোৱা মানুহৰ অক্ষয় স্বভাৱ। ইতিহাসে সোঁৱৰাই দিয়া নানা যুগত নানা পুৰঠ সমাজ ব্যৱস্থাৰ ঘাই হোতাজন কিন্তু নঙঠা ফকিৰ—এওঁলোকৰ মানসিক প্ৰস্তুতিহে আছিল আৰু একো নাছিল।

বসন্তৰো আছে সংঘাত জৰ্জৰিত জীৱনৰ বাটত বুটলি পোৱা প্ৰেৰণা আৰু সেই প্ৰেৰণাৰ কোঁহে কোঁহে নিগৰি গঢ় লৈ উঠা মানসিক প্ৰস্তুতিহে—অন্য আৰু একো নাই

ইমানখিনি সমল যেতিয়া আহি পৰিল সেই দিনিকে আত্মবিশ্বাস আৰু স্বচ্ছলতাৰ মহা উপাদান ৰূপে লৈ বসন্তৰ নেতৃত্বত গাঁৱৰ আটায়ে মাৰবান্ধি উৎসাহ উদ্দিপনাৰে কামত লাগি পৰিল। খৰা বান্ধি মৰা নৈ খনৰ পানী সিচি গাঁৱৰ মানুহ বহুমাছ ভগাই খোৱাৰ উপৰিও বহুটকাৰ মাছ বিক্ৰী কৰিব পৰা হল। টকা আৰু বাঢ়িল। তাৰে কিছু টকা খৰচ কৰি পাৰ বান্ধি গাঁৱখন আগুৰি থকা মৰা নৈ খন এক বিৰাট মাছপোহা পুখুৰীলৈ ৰূপান্তৰ কৰা হ'ল। পুখুৰীৰ পাৰত আনাৰস, কল নাৰিকল আম জামুৰ পুলি শাৰী শাৰীকৈ ৰুই দিয়া হল। উন্নত জাতৰ মাছৰ পোনা কিনি আনি পুখুৰীত পোহা হল। গৰু গাই আগুৰি ৰাখি আকালতৰা আৰু ৰবি শস্যৰ লগতে শাক পাচলিৰ খেতিটো আটায়ে মনপুতি লাগিল। চাল বাৱা, কোৰাল মৰা বা আন সামূহিক কাম কৰাৰ সময়ত এনে কিছুমান গানৰ ৰেকৰ্ড কৰাই গাই শুনুৱাৰ ব্যৱস্থাও কৰা হল—

'একে লগ কৰো আহা—একে লগে খাওঁ
একে লগ থাকো আহা—এক গিৰি হও
মানৱৰ মানৱতা হওঁক—আমাৰ ধৰ্ম্ম
সততা নিষ্ঠা হওক—কৰ্ম্মৰ মৰ্ম্ম।
আৰু—
গৰীবৰ বন্ধু আমি ভিখাৰীৰ অন্ন—'
আমাৰ বাহুত শক্তি আছে—আছে
আমাৰ মনত ত্যাগ আছে—আছে
আমাৰ প্ৰাণত সহানুভূতি আছে—আছে
তেনে আমাক আৰু কি লাগে—লাগে।—

—ইত্যাদি ইত্যাদি গানবোৰ মাইকত শুনি আটায়ে ক্ষণ্ণু প্ৰাণিত হৈ আপোন পাহৰি এক স্বপ্নৰ কাতে লাগ যায়—যেন দুখ ভাগৰ, এলাহ বুলিবলৈ একোৱে নাই।

গাৱঁৰ মানুহে ভাবিবই পৰা নাছিল আকালকৰা আৰু ৰবিশস্যৰ সামূহিক ভাবে কৰা খেতিৰ যোগেদি যে ইমানবোৰ আয় হব পাৰে। আচলতে এইবোৰ খেতিৰ প্ৰতি মানুহবোৰ ইমান উৎসাহী নাছিল—কোনোবাই পাৰিলে অলপ অচৰপ কৰিছিল আৰু নোৱাৰাৰ নাছিলেই। অৱশ্যে মাটিৰ মালিক যিয়েই হওক কিয উপযোগী ঠাইত দহবাৰ ঘৰ সমৰ্থবান মানুহ লগলাগি কুহিয়াৰ যৱধান গমধান, সৰিয়হ মাহ কলা আলু, বন্ধাকবি আদিৰ খেতি গাওবোৰত আজিও কৰিযেই আছে। থাকিলেও পাৰ্থক্য মাত্ৰ এইখিনিতে যে সেই সেই খেতিবোৰ সামূহিক ভাবে নকৰি মাটি ভগাই লৈ কৰে। যি হেতু এইবোৰ খেতি অসমৰ পাৰিপাৰ্শ্বিকতাত খৰ নি খতি ৰূপেই গণ্য কৰা হয় আৰু যিহেতু মাঘবিহুৰ পৰা বহাগ বিহুলৈ এই খৰালি দিন কেইটা গৰু গাই উদং দিয়াৰ নিয়ম

ইতিমধ্যে, পুখুৰীৰ পাৰতে লানিপাতি গড়ি সাজি উন্নতজাতৰ বহুহেজাৰ মুৰ্গী হাঁহ পাৰ ছাগলী গৰু পালন কৰি বহু আয়ৰ বাট খুলি লোৱা হ'ল। বীণাৰ নেতৃত্বত আধুনিক তাঁতশাল কিনি একবিৰাট তাঁতশিল্পনুষ্ঠানো গঢ়ি তোলা হ'ল। আয়ৰ লগত সম্পৰ্ক ৰাখি ক্ৰমে আৱশ্যক বুজি মিলনঘৰ সাৰঘৰ, নাঙলঘৰ গোহালী ঘৰ ঢেঁকিন ঘৰ আদিও লানিপাতি সাজি লোৱা হ'ল। বেঙ্কৰ যোগেদি দুখন সৰু ট্ৰেক্টৰ আৰু এখন সৰু লৰী গাড়ীও কিনা হ'ল। মানুহৰ কৰ্ম্মকুশলতাৰ ওপৰত ভিত্তি কৰি এইবোৰ কামত মানুহ ভগাই দিয়া হ'ল গাঁৱৰ ভিখাৰী আৰু পঙ্গু সকলকো সামৰ্থ্য বুজি কামত লগোৱা হ'ল। মোঠতে গাওখনত গৰীব ভিখাৰী বা অকামিলা বুলিবলৈ এজনো নাইকীয়া হ'ল। ৰাজহুৱা পুঁজিও ক্ৰমে বাঢ়ি বলৈ লাগিল। ক্ৰমে গাওঁখনৰ ৰাস্তাঘাট, পানীযোগান ব্যৱস্থা খেলপথাৰ ফুলনীবাৰী আৰু শাক পাচলিৰ বাৰী সম্মুখত ৰাখি স্কুলঘৰখন সুন্দৰকৈ সজাই তোলা হ'ল—যেন গাওখন এখন ৰম্যপুৰীহে হ'ল। গাঁৱৰ কাৰো অসুখ বিসুখ হ'লে ৰাজহুৱা নিধিৰ পৰাই চিকিৎসা আৰু উচ্চভিলাষী ছাত্ৰক উচ্চশিক্ষাৰ বাবে পঠিওৱাৰ লগতে খৰচ আদি বহণ কৰাৰো ব্যৱস্থা কৰা হ'ল।

এতিয়া গাওঁখনৰ পৰা হিংসা দ্বেষ দণ্ড-খৰিয়াল ইঘৰ সিঘৰৰ সীমা বিবাদ গৰু গাইলৈ হাইকাজিয়া সৰু সৰু কথাতে জেদবাদ দলাদলি মৰামৰি আৰু তাকে কেন্দ্ৰ কৰি লগা মালিমোকৰ্দ্দমা আদি সমূলে আঁতৰি গাওঁখনত সদায়েই এক উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি হৈ পৰিল। এই উৎসৱ মুখৰ পৰিবেশৰ মাজেদিয়েই এটা দিনত গাঁৱৰ সমূহৰ প্ৰস্তাৱ মৰ্ম্মে বীণাক বসন্তৰ হাতত আৰু বীণাৰেই সহযোগী উচ্চ শিক্ষিতা

বান্ধৱী অনুৰাধাক মদনৰ হাতত জীৱন সঙ্গিনী ৰূপে অৰ্পণ কৰি ক্ৰমবিবৰ্ত্তণৰ খোজত এক নতুন সংযোজন ঘটাই নতুন পুৰুষৰ সৃষ্টিৰ দুন্দভা বজোৱা হ'ল। দিন আগবাঢ়ে মানৰ উন্নয়নমূলক কামো আগবাঢ়ি থাকিল—ৰাজহুৱা নিধিও চহকী হৈ আহিল। এটা দিনত আনকি গাওঁখনৰ প্ৰতি ইঞ্চি মাটি কামত লগাব পৰাকৈ বহু মূল্যবান মাটি নষ্ট কৰি সিঁচৰতি হৈ থকা পৰিয়ালবোৰ সুপৰিকল্পিত আঁচনিৰে লানি পাতি ঘৰ সাজি ৰখাৰ আৰু বাৰীবোৰ নৈক পতাৰ প্ৰস্তাবো গ্ৰহণ কৰা হ'ল।

কাৰ ভিতৰত কিমান প্ৰতিভা সুপ্ত হৈ থাকে আমি নেজানো। নেজানিলেও প্ৰত্যেক জনেই যে একো একোটা সুপ্ত আগ্নেয়গিৰি একো একোটা বিৰাট সম্ভাৱনা এইটো হ'লে অস্বীকাৰ কৰিব নোৱাৰো। এই লোকক লাগে মাত্ৰ প্ৰেৰণা সমল আৰু কাৰ্য্যকৰী আঁচনি—জাগি উঠিবলৈ মুঠেও সময় নেলাগে। যি কোনো কৰ্ম্মত নামিলে কৰ্ম্মকুশলতা বাঢ়ে। পুজি খটালে পুজিও বাঢ়ে। বৰ্দ্ধিত পুজিৰে কৰ্ম্মক্ষেত্ৰও বাঢ়ে। এনেকৈয়ে বাঢ়ি থাকি এই গাওঁৰ ত এদিন হয়তো প্ৰয়োজনীয় সামগ্ৰীৰ উৎপাদনো আৰম্ভ হ'ব আৰু এইবোৰ বেচা কিনাৰ ভৱিষ্যতে এখন ব্যৱসায়িক কেন্দ্ৰস্থল হৈও গঢ়লৈ উঠিব। প্ৰয়োজন বোধে ক্ৰমে ব্যৱসায়িক সংগঠণ প্ৰশিক্ষণ আদিৰ যোগে বিবিধ কৰ্ম্মশালাবো প্ৰতিষ্ঠা হ'ব আৰু এনে কৰ্ম্মমুখী শিক্ষাৰ ভৱিষ্যতে নিবনুৱা বুলি কোনো সমস্যাই কোনো কালে আৰু নেথাকিব। বিশ্বৰ পৰিবেশ আৰু পাৰিপাৰ্শিকতাৰ লগত খাপ খোৱাকৈ এনে এক বৈপ্লৱীক নম্ৰ সমাধানেৰে আজিৰ সমাজক পঙ্গু কৰি নিয়া বিকৃত জীৱন ধাৰাৰ মহা আঁতঙ্কক নিশ্চয়কৈ চিৰদিনৰ বাবে ম্লান কৰি এই পৃথিৱীত স্বৰ্গসুখে বাচি থাকিব পাৰি—যিটো ইমান ডাঙৰ কাম নহয়

যে নোৱাৰি।

যি দেখা গৈছে মাটি সম্পত্তিৰ ব্যক্তিগত মালিকীস্বত্বই আজিৰ সমাজৰ সকলো জামেলা বা বিকৃতিৰ মূল। গতিকে পৰিবেশ আৰু পৰিস্থিতিৰ লগত খাপ খোৱাকৈ ব্যক্তিগত মালিকীস্বত্বৰ আইন সংশোধন কৰি হলেও প্ৰতি গাঁৱৰ মাটি বাৰী সামূহিক সম্পত্তিলৈ ৰূপান্তৰ কৰি এনে এখন সমাজ গঢ়ণৰ খোজ খৰটকীয়া কৰাত বিশ্বৰ চৰকাৰবোৰে অৰিহণা যোগোৱাটো নিতান্তই প্ৰয়োজনীয় হৈ উঠিছে। অন্যথাই বিশ্ব শান্তি প্ৰতিষ্ঠাৰ বিপৰিতে অকল মানৱ জাতিৰ অস্তিত্ব ভীষণ সংকটৰ সম্মুখীন হোৱাই নহয় আনকি অদূৰ ভৱিষ্যতে বিশ্বৰ নিশ্চিত পতন অৱশ্যম্ভাৱী হৈ উঠিছে। সেই বাবেই মানৱীয় পিতৃ প্ৰমূল্য পুন প্ৰতিষ্ঠাৰ বাটত চৰকাৰবোৰৰ এনে সহযোগিতা সমগ্ৰ মানৱৰ বাবে এক অমূল্য অৱদান ৰূপেই পৰি গণিত হ'ব আৰু উত্তৰ কালৰ উত্তৰ পুৰুষৰ মনমন্দিৰত অনতি কালেই স্বৰ্ণালী হৈ বস্তিব।

ইতিমধ্যে এইখন গাঁৱৰ আদৰ্শতায় হাৱা ওচৰ কাষৰ গাওঁবোৰতো পৰি ছই আৰু তেওঁলোকেও এনে একোখন গাওঁ গঢ়িব'লৈ উঠিপৰি লাগিছেই। বসন্ত মদন আৰু বীণাহঁতে সেই সেই গাওঁবোৰলৈ গৈ সাংগাঠনিক দিশবোৰ বুজাই বঢ়াই নিজেও লাগি ভাগি থাকি গাওঁবোৰ আগবঢ়াই নিয়াত হাতে-কামে দেহে কেহে খাটি আছে।

যদিহে মানুহে স্বৰ্গসুখী জীৱন নিৰ্ব্বাহ কৰিব পাৰে— তাতকৈ ভাল আৰু কোনে বিচাৰে। এবাৰ যদি স্বৰ্গসুখৰ হাৱা বলে সেই হাৱা কোনেও বাধা দি ৰাখিব নোৱাৰে। এখন গাঁৱত প্ৰথম স্বৰ্গপাতিলে আৰু মানুহবোৰ স্বৰ্গসুখে থকা দেখিলে ওচৰ কাষৰৰ গাওঁবোৰো স্বৰ্গ পাতিলৈ আগবাঢি

আহিবই আৰু অচিৰেই গোটেই অঞ্চলটোৱেই স্বৰ্গপুৰী হৈ পৰিবই। এনেকৈয়ে বাঢ়ি থাকি এটা দিনত সমগ্ৰ বিশ্বই স্বৰ্গপুৰী হৈ পৰিব যে ঠিক্।

## ১৩

মোৰ চিঠিখনৰ প্ৰাপ্তি স্বীকাৰ কৰি কিৰণে লিখিছে— "এতিয়াও মই কিবা কেচুবা হৈয়ে আছোনে ভিনীটিদেউ, যে এটি নিচুকণি গীত শুনি শান্তিৰে টোপনি যাব পাৰো? সঁচা কথা, কপৌৱে এদিন কণী পাৰবই আৰু পোৱালিও জগাবই। কিন্তু আপুনি মোক—সেই পোৱালি আনি দিয়াটোহে আচল কথা। মই পোৱালিৰ নগত খেলিম—সেই দিন আহিব কেতিয়া? এই অভাগিনীৰ প্ৰতি আপুনি ইমান হৃদয়হীন কিয় বাৰু? অতদিনে কি দিলে মোক আৰু কি পালো মই! সেইবুলি—

(১)

প্ৰিয় ভিনী মোৰ,
মই ভুলা নাই,
তুমি জানো ভু'লা
নগ্ন মৰতৰ স্মৃতি দলিচাত
স্মৃতিমধু ভৰা
আঙ্গালিৰ ছেৰগাওঁৰ—
সেই সপোন শাৰদা নিশা?

(২)

আৰু ভুলা নাই
সেই আমন্মা পুৰীত—
এনাৰ-দুয়াৰ কথাৰ
পাতি যাদু খেলা
হাঁস নে নেযান কে
আপৰাঢ়ি যোৱা
সেই সোণালী পুৱাৰে বেলা

(৩)

আজিও ভিনী
নিবৰ কাননত—
জুৰি এটি পাৰত
অকলে অকলে আহি
ব্যৰ্থ ৰচনাত বহি
ভুলা নাই জানা
সেই স্মৃতিৰ আনিয়া বানা?

—মান মোৰ নামানে ভিনীহিদেউ মনত এনেহে লাগে যেন আকৌবাৰ আপোনাৰ লগতে থাকি পাহাৰীয়া ভাই ভনী হঁতৰ মাজত নিজকে বিলাই দিম গৈ। তেওঁলোকৰ মাজত থাকি মোৰ এনেহে লাগিছিল যেন তেওঁলোক আমাৰ অতিকৈ আপোন— বুকুৰ কুটুম যেন আজিও তেওঁলোক আমাৰ আৰু আমিও তেওঁলোকৰেই। কোনো এটা সময়ত তেওঁলোকৰ পৰা আমি আঁতৰি পৰিলো সময়ৰ উভয়ে উভয়ক পাহৰি গলো— হয়তো অনাৰ্য্য শব্দটো তেওঁলোকৰ ওপৰত জোৰেৰে জাপিদি আমি লুটিবাগৰ খালো। পৰ্ব্বত ভৈয়ামৰ বসবাসী আমাৰ অতীজ পৰিচয় বিচাৰি চালে মোৰ বিশ্বাস হয় ঠিক্ মই ভবাৰ দৰেই সচা হ'ব। এনেধৰণৰ দুই চাৰি অতীজ সংবাদকে মোক দিবচোন কিজানি মনত অকনো শান্তি পাওঁ-ৰেইবা?

আহিলো ভিনীহিদেউ, জানিব আৰু মই নিবিচাৰো একো— নেলাগে মোক কাকো।

—বুজিলো এইটো হিৰণৰ অভিযোগ নে মনৰ আক্ৰোশ। সচা কথাত তাইক এটি সন্তান লাগে—মই দিব পৰা নাই। সামাজিক কেলেঙ্কাৰিখনৰ কথা ভাবিয়েই হয়তো অবিবাহিতা অৱস্থাতেই তাই মোৰ পৰ এটা সন্তানৰ মাতৃ হোৱাৰ কামনা কৰিছে। কিন্তু সেই সন্তান সমাজৰ স্বীকৃত হ'বনে নহয়, সেইটো তাই হয়তো ভাবিয়েই চোৱা নাই। সেয়ে দিন আগ বাঢ়ে মানে মই অতিকৈ চিন্তিত হৈ পৰিছো আৰু পৰ্ব্বত ভৈয়ামে ঘূৰি ফুৰি তাই বিচৰাৰ দৰে তাইৰ মন যোগাবলৈ বুলি আমাৰ অতীজ পৰিচয়কে বিচাৰি ফুৰিছো। যিমান দূৰ বিচাৰি পাইছো তাইলৈ লিখি গৈছো এইবুলি—

মাজনী মোৰ, কলম হাতত তুলি লওঁতেই দলিত নিপিড়িত

নিষ্পেষিত বিশ্বজনগণৰ দৰদী কবি নাজিম হিকমত পাচাৰ এযাকি অবৰ কবিতালৈ মনত পৰি গাৰ নোমবোৰচোন শিহৰি উঠিল ? জন সম্পৰ্কহীন অন্ধ কাৰাগাৰত বন্দী জীবন যাপন কৰি তেওঁৰ মনে হাহাঁকাৰ কৰি উঠিছিল। হিকমত অবিহনে জনগণো পিতৃহাৰাৰ দৰে হৈছিল। তেওঁ কি বুলিনো তেওঁলোকক শান্তনা দিব ? ক্ষোভত হিয়া ঢাকুৰি কি কৈছিল জান ? —হে মোৰ প্ৰাণতকৈও প্ৰিয় নিষ্পেষিত জনগণ মই অধমে কি বুলিনো শান্তনা দিম ? —যি সমুদ্ৰ সবাটোকৈ সুন্দৰ মই আজিলৈ দেখা পোৱা নাই আৰু সেয়ে মধুময় যি কথা মই তোমালোকক কব বিচাৰো কব পৰা নাই ! ভাবিছিলো ভাল দিন আমাৰ আহিবই কোনো এজন নিষ্কলুষ শিশু উঠি আহি শাসক গোষ্ঠিৰ নিষ্পেষণৰ পৰা আমাক আটাইকে উদ্ধাৰ কৰিবই। কিন্তু হায়—

সবাটোকৈ সুন্দৰ সেই শিশুটি
আজিও উঠি অহা নাই,
সুমধুৰ আমাৰ দিনবোৰ
আজিও অহা নাই।

সাজনী, বিশ্বকবি নাজিম হিকমতে বিচৰা সেই শিশুটি তেতিয়াতো নাহিলেই—আজিও অহা নাই। আহিব আহিব বুলি বিশ্ববাসী আটায়ে আমি অদম্য কামনা বুকুত বান্ধি আজিও বাট চায়েই আছো—অহা নাই। সেই সন্তানৰ আজিও নেকি জন্মই হোৱাই নাই—উঠি আহিবই বা কৰপৰা ? তেনে এটি সন্তানৰ জন্মদাত্ৰী হয়তো তয়েই হ'ব খুজিছ। কিন্তু—তই বিচৰা "প্ৰণয় আৰু শান্তিৰ প্ৰতিভূ"

সেই সন্তানটি, মই —তোক দিব পৰা নাই।
কিয়নো ?

বহণ কৰি অহা শক্তিখিনি ? আমি জনাত কেন্দ্ৰত শক্তিৰ অভাৱ হ'লে ডালপাতে শক্তি পাব কৰ পৰা ? আমি জনাত শিপাত জীপ'ল নেথাকিলে গোটেই গছডালেই মৰহি যায়। কিন্তু কত সেয়া কেন্দ্ৰ শক্তি যি বিশ্বব্ৰহ্মাণ্ডক জীৱিত কৰি ৰাখিছে আৰু যাৰ অবিহনে বিশ্বব্ৰহ্মাণ্ড শুকাই যাব ? আমি জনাত সেয়া বিশ্বব্ৰহ্মাণ্ডৰ শক্তিৰ আধাৰ সূৰ্য্য যাৰ কৃপাতেই বিচিত্ৰ বিশ্বৰ জীৱনীশক্তি আবৰ্ত্তমান।

মাজনী আশ্ৰয় প্ৰাৰ্থী সদায়েই দুৰ্ব্বল আৰু দুৰ্ব্বল মানেই আশ্ৰয় প্ৰাৰ্থী। অদৃশ্য ভগৱান এখন ৰুগ্ন দৰ্ব্বল মানুহ সমাজৰহে আবিস্কাৰ। এক কথাত অদৃশ্য ভগবানৰ নিখত সজ্জা হ'ল পলায়নবাদ। এই ভগৱান ঠগ প্ৰৱঞ্চকৰ ৰক্ষা কৱচ আৰু দুৰ্ব্বলৰ মিছা সান্ত্বনা। তথাকথিত সবল শক্তিমানহঁতে ঠগ প্ৰবঞ্চনাৰে সঞ্চয় কৰা অমানৱীয় অপকৰ্মখিনি এনে ঠাইত লুকুৱাই থব লাগিব যি মানুহৰ দৃষ্টিগোচৰ নহয়—সেয়েহে অদৃশ্য ভগবানৰ সৃষ্টি। কোনখন ধৰ্ম্মশাস্ত্ৰত বাৰু কৰ্ত্তব্যক আওকাণ কৰা জনক কোনো অদৃশ্য ভগৱানে আঁকোৱালী লৈছে আৰু ঠগহঁতৰ ধনেৰে সাজি উলিওৱা মঠ মন্দিৰ বোৰত ভগৱানে নৈবেদ্যৰ সোৱাদ লৈছে ? এনেকৈয়ে প্ৰকৃত সত্যক ঢাকি থৈ অসত্যৰ বাটেৰে বাট বুলাই মানৱ সমাজৰ জীৱন পদ্ধতি টোকেই বিপথে পৰিচালনা কৰা নাইনে মা ?

পৃথিৱীত মানৱ সৃষ্টিও ৰহস্য ঘণীভূত ! সৃষ্টি ৰহস্যৰ অন্তৰালত দশৱতাৰৰ মৎস্য আৰু কূৰ্ম্মৰ আবিৰ্ভাবে ৰহস্য আৰু ঘণীভূত কৰি তোলে। যিহেতু মৎস্য শব্দৰ সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্যই মাতৃৰ সন্তান মানৱ”ক আৰু কূৰ্ম্ম শব্দৰ তাৎপৰ্য্যই “যন্ত্ৰ মাতৃ”কে বুজায়, গতিকে সেই দিশৰ পৰা বিচাৰ কৰি চালেও মানৱ সন্তানৰ মাতৃ ‘যন্ত্ৰ’ হোৱাটোকে সূচায়।

এয়াই একমাত্ৰ সংবাদ নহয় যা সৃষ্টিৰহস্যৰ লগত সত্য সম্পৰ্ক ৰক্ষা কৰি থকা দেখাৰ তথ্য বিশ্বৰ অতীজ শাস্ত্ৰবোৰত থাকি আজিও আমাৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিয়েই আছে। কিন্তু যুগে যুগে ধৰ্ম্মীয় ব্যৱসায়িৰ ভুৱা অলৌকিকতাৰ শ্ৰোতা হৈ থাকি সেইবোৰৰ অনুশীলণ আৰু অনুধাৱণৰ পৰা আনি মানব আঁতৰি পৰিছো। শিৱৰ বীৰ্য্য জলত পৰি উটি গৈ এটা গছৰ মূঢ়াত লাগি ধৰাত তাতেহে কাৰ্ত্তিকৰ জন্ম হৈছিল বুলি আমাৰ ভাৰতীয় শাস্ত্ৰত আছে। যিহেতু বাহিৰত পৰা বীৰ্য্যত মানৱ সন্তান জন্মিব নোৱাৰে আৰু জীৱ বিজ্ঞানেও এইটো সমৰ্থন নকৰে গতিকে সেই দিশটো বিচাৰ কৰিও সেই গছৰ মূঢ়াটো অন্যকোনো গ্ৰহৰ বিজ্ঞানীৰ Test Tube ৰ লেখিয়া কৃত্ৰিম গৰ্ভধাৰক যে আছিল আৰু তাতেই শিৱৰ বীৰ্য্য ধাৰণ কৰাই কাৰ্ত্তিকৰ জন্মোৱা যে হৈছিল—আমি তেনে এটা সিদ্ধান্তত আহিব নোৱাৰো নে ? নৃৱণ টাই-কু ধ্বনিৰে কাৰ্ত্তিক শব্দৰ উৎপত্তি হৈ—ভগৱন্তৰ যন্ত্ৰ মানৱক বুজায়। এই সৃষ্টি ধৰ্মীয় তাৎপৰ্য্যইও উক্ত সিদ্ধান্তটোক সমৰ্থন যোগায়।

তাতোকৈ চাচোন মাজনী মানুহ নামৰ জীৱই জানো কৰ্ণ পাৰে আৰু সেই কৰ্ণী ডিম দি পোৱালী জগায় ? শাস্ত্ৰত সীতাৰ জন্ম কৰ্ণৰ পৰাহে হোৱা বুলি কোৱা হৈছে। তেতিয়া হলে কোনো অন্য গ্ৰহৰ উন্নত জীৱই পৃথিবীত কৰ্ণৰ লেখিয়া কৃত্ৰিম গৰ্ভধাৰকত মানৱ সৃষ্টিৰ অংকুৰ সিচি দিছিল বুলি কব নোৱাৰি নে ?

মাজনী ভাবি আচৰিত হওঁ—যেতিয়া গৰ্ভ প্ৰতিস্থাপনৰ ( Transplant ) দৰে কথাও অতীজ শাস্ত্ৰৰ পাতত জিলিকি থকা দেখিবলৈ পাও। দৈৱকীৰ গৰ্ভৰ সন্তান ৰোহিনীৰ গৰ্ভত প্ৰতিস্থাপনৰ ফলতেই বলভদ্ৰৰ জন্ম হৈছিল বুলি শাস্ত্ৰত আছে।

আজিৰ বিজ্ঞানৰ প্ৰগতিৰ লগত সঙ্গতি ৰাখিও— ৰোহিণী নামৰ কৃত্ৰিম গৰ্ভধাৰক এটাহে যে আছিল— এইটো আমি মানি ল'ব নোৱাৰোনে ?

ঘৃত পাত্ৰত কৌৰৱৰ জন্মও কৌতুকপূৰ্ণ। কৌৰৱ শব্দৰ সৃষ্টিধৰ্মীয় অৰ্থও যান্ত্ৰিক পিতা। এজনী নাৰীৰ গৰ্ভত এশ সন্তান জন্মাৰ সম্ভৱনা জীৱবিজ্ঞানেও মানি নলয়। আকৌ, কলদানিত দ্ৰোণৰ আৰু কাণেৰে কৰ্ণৰ জন্মও হয়তো, পৃথিবীৰ বুকুত মানৱ সৃষ্টিৰ পাতনিত যান্ত্ৰীক কাৰিকৰীৰেই এক সম্ভাব্য স্বৰূপ।

মাজনী, পৃথিবীৰ বুকুত মানৱ সৃষ্টিৰ অন্তৰালত লুকাই থকা অন্তৰ্নিহিত সত্যৰ আঁতি বিচাৰিও বিশ্বৰ হিন্দু, মুছলিম, খৃষ্টান, ইহুদী আদিৰ মাজত সমানে প্ৰভাৱ বিস্তাৰ কৰি থকা মহাপ্লাৱন খ্যাত নাওৰূপী যানখনতে থমকি ৰ'ব লগা হয়। বিভিন্ন ধৰ্মীয় সম্প্ৰদায়ে বিভিন্নৰূপত সজায়পৰাই ল'লেও, মানৱ সৃষ্টিৰ পাতনিত এই নাওৰূপী যানখনৰ সত্য-সম্পৰ্ক আছিল বুলিয়েই বেদ, বাইবেল, কোৰাণ আদিৰ দৰে আদিম গ্ৰন্থই ইয়াৰ স্থিতি অস্বীকাৰ নকৰি বৰং একেটা আঁকৰতে আঁকোৱালি লৈছিল। বেদত মনুৰ নাও, বাইবেলত নোহৰ নাও আৰু আলকোৰাণত নোৱাৰ নাও ক'লেও সৃষ্টিধৰ্মীয় উৎপত্তিগত অৰ্থ কিন্তু একেটাই। ভগবান যিহোৱাই সকলো জীৱজন্তু বা প্ৰাণীৰ ওপৰত অধিকাৰ বিস্তাৰ কৰিব পৰা নিজৰ প্ৰতিমূৰ্ত্তীৰ দৰে মানুহ জন্মোৱাৰ কথা, পৃথিবীলৈ পঠিয়াই দিয়াৰ কথা আৰু নিজেও পৃথিবীত পদাৰ্পণ কৰাৰ কথা বাইবেলত আছে। এবাৰৰ বাবে হ'লেও পৃথিবীৰ বুকুত অন্যগ্ৰহৰ উন্নত জীৱৰ পদাৰ্পণ ঘটিছিল বুলি জ্যোতিৰ্বিদ ইউচেফ্ চমুইলাবিচ চয়োভস্কিয়ে মত পোষণ কৰিছিল আৰু আইনষ্টাইনেও সেই মতকে সমৰ্থন কৰিছিল।

মাজনী, বিভিন্ন অতীজ গ্ৰন্থত থাকি সমগ্ৰ মানৱমনত সৰ্ব্বাতিকালে সমানে প্ৰভাব বিস্তাৰ কৰি থকা এনেবোৰ অলৌকিক সংবাদৰ সহধৰ্মীতাই কল্পনাৰ অলীকতা খেলি আমাক এনে এটা সিদ্ধান্তত উপনীত কৰায়—শিৱই হওক, ভগবানেই হওঁক আল্লাই হওঁক বা যিহোৱাই হওক—বিভিন্ন নামধাৰী হলেও এই একেশ্বৰেই অন্যগ্ৰহৰ পৰা পৃথিবীৰ বুকুত মানৱ সৃষ্টিৰ হেতু চলোৱা অভিযানত বিজ্ঞানী অভিযাত্ৰী দলৰ নায়ক আছিল যে নাওৰূপী যানখন এই অভিযানত ব্যৱহাৰ কৰা মহাকাশ যান আছিল যে আৰু মনুৱেই হওঁক নোহৱেই হওঁক বা নোৱাই হওঁক ভিন্ন নামধাৰী হলেও এই একেজনাকে, সেই পৰীক্ষা নিৰীক্ষাৰ ফলতেই পৃথিবীৰ পৰিবেশৰ লগত খাপ খোৱাকৈ সৃষ্ট সেই পৰম পিতৃপুৰুষৰেই সন্তিসন্ততি আজিৰ আমি সমগ্ৰ বিশ্বমানৱ যে তাত যেন সন্দেহৰ অৱকাশ নাই।

তেনেহলে মাজনী, তেনেসূত্ৰৰে আগুৱাই এৰিক ফন ডানিকেনৰ সুৰতে সুৰ মিলাই কোনো অন্যগ্ৰহৰ উন্নত জীৱই তেনে মহাকাশ যানেৰে পৃথিবীলৈ নামি আহি পৃথিবীৰ পৰিবেশৰ লগত খাপ খাব পৰাকৈ যাতে সন্তান জন্মি পাৰে 'কুম্ভত অৰ্থাৎ যন্মাতৃত (টেষ্ট টিউবৰ দৰে) তেনে বীজ ৰোপণ কৰিছিল বুলি কব নোৱাৰিনে? নোৱাৰাৰ কথা উঠিবই নোৱাৰে। এটা দিনত এইটোৱেই মানৱ সৃষ্টিৰ প্ৰকৃত সত্য বুলি প্ৰতিপন্ন হয়তো হব, যেতিয়া মঙ্গল বুধ বৃহস্পতি আৰু শুক্ৰ আদি গ্ৰহত মানৱৰ পদাৰ্পণ ঘটিব। কিয়নো বৃহস্পতি আৰু শুক্ৰ গ্ৰহৰ

৪ বৃহস্পতি—বৃহস্পতি সূৰ্য্যৰ পৰা পৃথিবীতকৈ বহুদূৰত্বত অৱস্থিত যেতিয়া পৃথিবীতকৈ বহুগুণে চেচা আৰু সম্পূৰ্ণভাৱেই বৰফাবৃত বুলি অনুমান কৰা যায়। কিন্তু পৃথিবীতকৈ বেৰশ গুণেই ডাঙৰ এই গ্ৰহটোৰ মাধ্যাকৰ্ষণ শক্তিও তেৰশ গুণেই বেচি যেতিয়া জলীয় বাষ্পধাৰণৰ শক্তিৰ অভাৱ পৰিলক্ষিত নহয় আনহাতে পৃথিবীৰ সিমানগুণ

নামৰ তাৎপৰ্য্যই তাত যে মানৱতকৈও উন্নত জীৱ আছে সেইটোকে প্ৰতিপন্ন কৰে। মঙ্গল গ্ৰহ যে শিলাময় গিৰি বাজ্যহে, তাত মানৱৰ পদাৰ্পণ ঘটিলে সেইটোকে প্ৰমাণিত হ'ব বুলি "মঙ্গল" নামৰ সৃষ্টিধৰ্মীয় তাৎপৰ্য্যই কয়।

বুধ শব্দৰ অৰ্থই বিশ্বব্ৰহ্মাণ্ডৰ পিতাক বুজায়। যিহেতু বুধ সূৰ্য্যৰ আটাইতকৈ ওচৰৰ গ্ৰহ, গতিকে অতি উত্তপ্ত বুলি অনুমান কৰা যায়। সেই দিশৰ পৰা বিচাৰ কৰি চালে তাত উত্তপ্ত শিল আৰু মাটিৰ বাহিৰে একোৱেই নাই বুলি ধৰি ল'ব পাৰি। তেনেহ'লে ইমান তাৎপৰ্য্যপূৰ্ণ নাম এটা ৰখাৰ অৰ্থ কি হ'ব পাৰে? হয়তো, বিশ্বব্ৰহ্মাণ্ড সৃষ্টিৰ ক্ষেত্ৰত বুধৰ অপাৰ অৱদান থাকিব পাৰে। উত্তপ্ত বুধত মহাজাগতিক বা নৈসৰ্গিক বিপৰ্য্যয়ত হঠাৎ বিস্ফোৰণ ঘটি তাৰ বিস্ফোৰিত পদাৰ্থৰে বিশ্বব্ৰহ্মাণ্ডৰ গ্ৰহ উপগ্ৰহৰ সৃষ্টিৰ সহায়কো হব পাৰে বুলিয়েই নেকি, বিশ্বব্ৰহ্মাণ্ডৰ পিতা কোৱা হল? তেতিয়া হ'লে পৃথিৱীৰ সৃষ্টিৰ ক্ষেত্ৰতো এনে এটা সিদ্ধান্তত আহিব পাৰি— বুধৰ বিস্ফোৰিত কোনো পদাৰ্থ বা শিলাখণ্ডই সৌৰ শক্তিৰ গুণে পৃথিবীৰ দূৰত্বত অৱস্থিতি লভিছিল আৰু পানীৰ বাহক ৰূপে বহুকাল পানীৰ তলতে থাকি কোনো নৈসৰ্গিক দুৰ্যোগত পানীৰ বুকুভেদি কোনো শিলাখণ্ডই মূৰদাঙি ঠিয় দিয়েই পৃথিবীৰ সৃষ্টিৰো পাতনি মেলিছিল। মনুৰ জেষ্ঠ পুত্ৰ ইলই নাৰী ৰূপত ইলা ৰূপে বুধৰ লগত বিবাহ সূত্ৰত আবদ্ধ হোৱা কথা যাবেও এই সত্যকে প্ৰতিপন্ন নকৰেনে? যদি এইটোৱেই হয় তেনেহ'লে অন্য গ্ৰহ উপগ্ৰহৰ সৃষ্টিৰ ক্ষেত্ৰতো বুধৰ অৱদান

---

বেছি শাৰিৰীক উত্তাপেও এক সুন্দৰ জীৱাণুকুল পৰিবেশ থকাৰ সম্ভৱনাকে সূচায়।

অস্বীকৃত হ'ব নোৱাৰে। তেতিয়া বৃধক বিশ্বব্ৰহ্মাণ্ডৰ পিতা কোৱাত কাৰো আপত্তিও নেথাকে। সেইদৰে বৃহস্পতিৰ তাৎপৰ্য্যই কৃষকৰ পিতৃত্বৰ কথাকে সূচায়। গতিকে বৃহস্পতি গ্ৰহৰ পৰাই পৃথিৱীলৈ কৃষিৰ লগত কৃষিত্ব আহৰণ কৰা হৈছিল বুলি আদম ইভৰ কাহিনীৰ পৰাই তেনে এটি সত্যত উপনীত হ'ব পৰা যায়। আৰু কী, শুক্ৰগ্ৰহৰ[৫] তাৎপৰ্য্যই তাত বিজ্ঞানী সন্তান থকাৰ কথাকে সূচায় তেতিয়া হ'লে উৰন্ত চাকিৰ গতিবেগ নিৰিক্ষণ কৰি আমাৰ জ্যোতিৰ্বিজ্ঞানীয়ে অন্য কোনো গ্ৰহৰ উন্নত জীৱই বৈজ্ঞানীক পৰীক্ষা নিৰীক্ষা চলোৱা বুলি ঠাৱৰ কৰালৈ চাই সেই শুক্ৰ গ্ৰহৰ বিজ্ঞনী সন্তানৰেই পৰীক্ষানিৰীক্ষা বুলি অনুমান কৰা যায় আৰু লগতে অনুমান কৰা যায়—সেই বিজ্ঞানী সন্তানৰ ডিম্ব বা নাওৰূপী মহাকাশ যানেৰে পৃথিৱীত মানৱৰ অস্তিত্ব প্ৰতিস্থাৰ হেতু চলোৱা অভি যানৰেই ফলশ্ৰুতি—পৃথিৱীৰ বুকুত সৃষ্ট মানৱৰ প্ৰথম পদক্ষেপ নেকি?

যেনেকৈ হওক কিয় না ইতিহাসে চুকি নোপোৱা আদিম গুহাৰ এহাল মুনিহ তিৰোতা সহস্ৰ সহস্ৰ দম্পতিত পৰিণত হ'ল আৰু সেই গুহাৰ কেচুৱাৰ কান্দোন পাহাৰত খুন্দাখাই এক আৰ্ত্তনাদত ৰূপান্তৰিত হ'ল। এই ৰূপান্তৰ বহুবাট খোজ কঢ়াৰ এক ঐতিহাসিক ৰূপান্তৰ। এই ৰূপান্তৰৰ প্ৰত্যেকটি খোজ

৫ শুক্ৰগ্ৰহ—শুক্ৰগ্ৰহ আকাৰত পৃথিৱীৰ সমান বুলি কোৱা হৈছে। যিহেতু শুক্ৰগ্ৰহ সূৰ্য্যৰ পৰা পৃথিৱীতকৈ ওচৰত অৱস্থিত গতিকে পৃথিৱীতকৈ বহু বেচি উত্তপ্ত যে তাত সন্দেহ নাই। সেই দিশৰ পৰা বিচাৰ কৰি চালে সূৰ্য্যৰ ৰশ্মি পোনপতিয়াকৈ পৰা অংশত জীৱাণুকুল পৰিবেশ সম্ভৱ নহ'বও পাৰে। কিন্তু মেৰু অঞ্চলত যথেষ্ট জলীয়বাষ্প ধাৰণৰ সম্ভৱনা থাকিলে জীৱাণুকুল পৰিবেশো সম্ভৱ হ'ব পাৰে। নামৰ স্থিতিধৰ্মীয় তাৎপৰ্য্যই কিছু জীৱ থকাৰ কথাকে কয়।

সভ্যতাৰ উৰ্দ্ধগামী জংসাৰ একো একোটি পদক্ষেপ। এয়া ৰাম ৰহিমৰ চীন চিৰিয়াৰ আৰু ভাৰত ব্ৰহ্মদেশবোৰৰ চিৰাচৰিত বিশ্বাস। নিজৰ যোগ্যতা আৰু অহোপুৰুষাৰ্থিক প্ৰতিষ্ঠীত কৰি বলৈ নেকি সেই আদিম গহ্বৰত সেই হাল দম্পতিয়ে সংসাৰ পাতিছিল? সেইহাল দম্পতিয়ে প্ৰকৃতিৰ ৰমণীয়তাক প্ৰাণ ভৰি উপভোগ কৰিছিল। প্ৰকৃতি যি মহিয়সী দাত্ৰী— দিয়াই যাৰ আনন্দ দিয়াত যাৰ দাবী নাই প্ৰত্যাশা নাই। সেই হাল দম্পতিয়ে কোনো দিনে হাতমেলি আকাশৰ ভাৰৰ আঁত-ৰোৱা নাই নৈৰ বুকুৰপৰা প্ৰাণশক্তি বিলুপ্তকৰাৰ অপচেষ্টাও কৰা নাই আৰু কৰা নাই প্ৰকৃতিৰ মধুৰ সঙ্গীতৰ তালভঙ্গ। এয়া সেই আদিম যুগৰ কি বিচাৰ কি ধাৰণা। সেই দম্পতিৰ উত্তৰ পুৰুষে দাবী কৰা সভ্যতানো আজি ক'ত?

মানুহ আগবাঢ়ি যায়—আগবাঢ়ি যাবই লাগিব। উপনিষদেও কোৱা নাই জানো- চৰৈবেতি চৰৈবেতি অৰ্থাৎ গৈ থাকা গৈ থাকা? আমিও আগুৱাই আছো আহিয়েই আছো। কিন্তু যাজ্ঞৱে ক'লৈ? চৰৈবেতি চৰৈবেতি— সৃষ্টিধৰ্মীয় শব্দৰ উৎপত্তিগত অৰ্থৰ জ্ঞানবস্তুৰ পিতৃত্ব নোপোৱালৈ অৰ্থাৎ অভি-মানৰ নোহোৱালৈ। কিন্তু আমাৰ বাট ভুল হৈ গ'ল সোণ! সৃষ্টিধৰ্মীয় এনেবোৰ শব্দৰ তাৎপৰ্য্য হেৰাই আমি অবাট বাট বুলিলো। আমি প্ৰকৃতিমুখী নহৈ জড়বাদী হৈ পৰিলো। আমি সমাজকেন্দ্ৰী নহৈ ব্যক্তিকেন্দ্ৰী হ'লো। আমি আমাৰ প্ৰকৃত পৰিচয় গোপন কৰি পেলালো। মানৱীয় মূল্যবোধ বুলি একো এটা নাইকীয়া কৰি জীৱনৰ বুনিয়াদ দুৰ্ব্বল কৰি পেলালো।

## ১৪

হঁয়া সচা কথা মা মানৱে যেনেভাবে পৃথিৱীত জন্মিছিল তেনেভাবে বৈ থকা নাছিল। তেওঁলোকৰ ক্ৰমবিবৰ্ত্তন ঘটি ছিল আৰু সেই ক্ৰমবিবৰ্ত্তনৰ লগে লগে ক্ৰমপ্ৰগতিৰ খোজবোৰ ৰাখি ৰাখি ক্ৰমে ক্ৰমে আগবাঢ়ি আছিল। শুনিছিনে মা, ক্ৰমবিবৰ্ত্তনৰ তেনেএক অনন্য কাহিনী ?

অন্য প্ৰাণীৰ দৰেই মানুহো জন্মিছিল এই বিচিত্ৰময় পৃথিৱীত। মানুহৰ পদাৰ্পণে বিচিত্ৰময় পৃথিৱীক আৰু বিচিত্ৰ কৰি তুলিছিল—মানৱে জন্মস্বত্বে অধিকাৰ কৰা উচ্চ আনুভূতিক মনন ক্ৰিয়াৰ বাবে। সন্তান জন্মিলে কি সংকেতেৰে নো মাতিব ? এইয়া আছিল আদিম মানৱৰ আদিম মনন ক্ৰিয়া—যিয়ে মানুহক অন্য জীৱজন্তুৰ পৰা ফালৰি কটাই আনি প্ৰতিষ্ঠা কৰিলে জীৱ শ্ৰেষ্ঠৰ আসনত। মানুহ ক্ৰমে বাঢ়ি থাকিল গুহাকেই আশ্ৰয়ৰ স্থল কৰি—অন্য জীৱজন্তুক চিকাৰ কৰি খাদ্য ৰূপে গ্ৰহণ কৰি। অ এটা কথা মা —এই যে আমাৰ ভোক লাগে আৰু ভোক লাগিলে খাব লাগে এয়াও আনুভূতিক ক্ৰিয়াই। কিন্তু এই ক্ৰিয়া সকলো জীৱজন্তুৰ ক্ষেত্ৰত সমানে প্ৰযোজ্য। আদিম মানৱে অন্য জীৱজন্তুৰ চিকাৰ কৰি খায়েই জীৱন নিৰ্ব্বাহ কৰিছিল যদিও বহু সময়ত মানুহো অন্য জীৱজন্তুৰ চিকাৰ হৈছিল যে তেনে উদাহৰণো বহুতো আছে। কিন্তু অদূৰতে উচ্চ আনুভূতিক মনন ক্ৰিয়া প্ৰক্ৰিয়াৰ দ্বাৰা নিজৰ ৰক্ষণাবেক্ষণ দিয়াৰ উপায় উদ্ভাবন কৰি অন্য জীৱজন্তুৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰি মানৱ যে জীৱশ্ৰেষ্ঠ সেইটো প্ৰতিপন্ন কৰি নিজকে এখন স্বকীয়া আসনত প্ৰতিষ্ঠা কৰি লৈছিল। এনেকৈয়ে সেই গুহা-

মানৱেই মা পৰিবেশ আৰু পৰিস্থিতিৰ সতে খাপ খাব পৰাকৈ তজিৰ লগতে সুৰ মিলাই কিছুমান সাংকেতিক ধ্বনিৰ সৃষ্টি কৰি পৰিয়ালৰ আটায়ে সেই সংকেতধ্বনিবোৰৰ সৈতে অভ্যস্ত হৈ পৰিছিল আৰু তেনেকৈয়ে ইজনে সিজনক প্ৰকাশৰ দুৱাৰো মুকলি কৰি ক্ৰমে ক্ৰমে আগবাঢ়ি আহিল। দিন আগবাঢ়ে মানে সেই সংকেত ধ্বনিবোৰ অস্পষ্টৰ পৰা স্পষ্টতৰ হৈ আহি-ছিল আৰু এটা সময়ত নামধৰ্মী যুগ্ম ধ্বনিৰ ৰূপ পৰিগ্ৰহণ কৰিছিল।

মাজনী, আজিৰ যুগৰ অ, আ ক, খই হওক বা এ, বি, চি, ডিয়েই হওক অকলে একো অৰ্থ নকৰে। আৱশ্যক বুজি টানি আনি জোৰ লগাই শব্দ সাজি সেই শব্দৰ মাজেৰেহে অৰ্থ প্ৰকাশ কৰে। যি সূত্ৰৰ আধাৰত শব্দবোৰৰ অৰ্থ শব্দভিত্তিক কৰা হৈছে—সেইটো সম্পূৰ্ণই ভুল সূত্ৰ। কোনো শব্দৰ অৰ্থই শব্দ ভিত্তিক নহয়—ধ্বনি ভিত্তিকহে।

মই যে সৃষ্টিধৰ্মীয় শব্দবোৰৰ কথা কে আছো মা এই শব্দবোৰৰ অৰ্থ সদায়েই ধ্বনিভিত্তিক। ধ্বনি মানেই শব্দ নহয়—ধ্বনিৰ সংযোজনেইহে শব্দ। ধ্বনিৰ যদি অৰ্থ নেথাকে ধ্বনিৰে তৈয়াৰ কৰা শব্দবো অৰ্থ থাকিব নোৱাৰে। মানুহে যি ধ্বনিয়েই কৰক, ই মনোধৰ্মী ইয়াৰদ্বাৰা মনৰ ভাব এটা প্ৰকাশ কৰা হয়। মানুহৰ যি কোনো মনৰ ভাবেই অৰ্থপূৰ্ণ— মৌলিক। ধ্বনিৰ একোটা মৌলিক অৰ্থ আছে বাবেহে এই মৌলিকতাৰ প্ৰতিফলন ঘটে শব্দত। স্বৰূপাৰ্থতো ধ্বনিহে মৌলিক, শব্দ আনুষঙ্গিক। ধ্বনি হ'ল মনোধৰ্মী (Subjective), কিন্তু শব্দ বস্তুধৰ্মী (Objective)। এই এক বিৰাট তাৎপৰ্য্যৰ প্ৰতি আজিৰ বিশ্বৰ কিমান ভাষাবিদ সচেতন থাক ?

ভাষাতত্বৰ সদ্য প্ৰচলিত পদ্ধতিৰে শব্দৰ ওপৰত অভ্ৰোপচাৰ

কবি মৌলিকতা আবিষ্কাৰ কৰিব খুজিলেই শব্দৰ মৌলিক অৰ্থ গোলায় বা গুলাব নোৱাৰেও। সেয়েহে, প্ৰীতি গৈ পিৰিতি হ'ল। কিন্তু ইয়াৰ অৰ্থৰ বিভিন্নতা? এটাৰ অৰ্থ মৰম আৰু আনটোৰ প্ৰেমাচৰণ? এনে বিভ্ৰান্তৰ ব্যাখ্যা ভাষা তত্ত্বত নাই কিয়? ভাষাতত্ত্বই এয়া শব্দ বিজ্ঞানৰ (symatic) ধাৰা বুলি ক'লেই—এয়াই শেষ সিদ্ধান্ত বুলি মানি লব লাগিব নেকি? এনেকৈয়ে আমি ভুল সূত্ৰৰ আঁতধৰি শব্দৰ প্ৰকৃত অৰ্থ উলিয়াব গৈ উজুতি খাই আছো, বহু ভাষাত থকা সৃষ্টিধৰ্মীয় বহু-মূলীয়া শব্দবোধৰ লগত খেলখেলি আছো।

বৰ্ত্তমান প্ৰচলিত অৰ্থই মাজনী শব্দ বা অৰ্থৰ প্ৰকৃত ৰূপ নহয়। এই ৰূপ আৱিষ্কাৰ কৰিবলৈ হ'লে নিম্নোক্ত যুগ্ম ধ্বনি কেইটাৰ সম্যক ধাৰণা থাকিব লাগিব, ন'হলে শব্দৰ প্ৰকৃত স্বৰূপ সদায় তিমিৰাচ্ছন্ন হৈয়ে থাকিব। এই অৰ্থপূৰ্ণ যুগ্ম ধ্বনিৰ পৰাই প্ৰচলিত মৌলিক ধ্বনিৰ সৃষ্টি, যিবোৰ অৰ্থহীন বুলি কোৱা হৈছে। যুগ্মধনিয়ে গাথনি কৰা শব্দটো গুৰুলা-হোৱাৰ ওপৰত গুৰুত্ব দিয়া হৈছে কোনো কোনো ক্ষেত্ৰত যুগ্মধ্বনি প্ৰচলিত মৌলিক ধ্বনিলৈ ৰূপান্তৰিত হয় হ'লেও অৰ্থহীন নহয়।

যিহেতু আনুভূতিক মনন ক্ৰিয়াও সৃষ্টি ৰহস্য সম্পৰ্কীয় আৰু যিহেতু মানুহৰ উচ্চ মননক্ৰিয়াৰ ভিত্তিতে ভাষাৰো জন্ম, গতিকে ভাষাৰ আৱহমান সত্যও সৃষ্টি ধৰ্মীয়—যি সত্য প্ৰাণী জগতৰ প্ৰত্যেকজীৱৰ ক্ষেত্ৰতেই কমবেছি পৰিমানে প্ৰযোজ্য। ধ্বনিয়েই ভাষাৰ সৃষ্টিধৰ্মীয় আদিম ৰূপ। এই ধ্বনিৰ ৰূপ সদায়েই যুগ্ম। বিশ্বৰ যিকোনো ঠাইতে হওক কিয়, জন্মিয়েই মানুহ মাত্ৰেই কু-আ কৈ এই যুগ্মধ্বনিৰেই মাত মাতি বিশ্ব-মানৱৰ ভাষা সমন্বয়ৰ সত্যটো যে সৃষ্টিধৰ্মীয় যুগ্মধ্বনিৰ ওপৰতেই

প্ৰতিষ্ঠিত সেইটোকে প্ৰমাণ কৰে। অকল মানুহেই নহয়—মা বিশ্বৰ বিভিন্ন ঠাইৰ জীৱজন্তু পশুপক্ষীয়েও—যেনেকৈ গৰু মাত্ৰেই হে ম্বা' শিয়াল মাত্ৰই হোৱা কাউৰী মাত্ৰেই কো-আ কৈ এই যুগ্মধ্বনিৰেই আত্মপ্ৰকাশ কৰে। সৃষ্টিৰ মানৱ পশু পক্ষী জীৱ জন্তু, বিভিন্নৰূপী হ'লেও উচ্চ-অনুচ্চ আনুভূতিক মনন ক্ৰিয়াৰ ব্যৱধান সত্ত্বেও জন্ম লগ্নত লাগি অহা আটাইবে আত্ম প্ৰকাশৰ এই একেই যুগ্ম ধ্বনি—যি একই অৰ্থপূৰ্ণ সৃষ্টিধৰ্ম্মী। এই যুগ্মধ্বনিৰ সূত্ৰতেই সৃষ্টিধাৰৰ উনৈশটা ধ্বনি প্ৰতিষ্ঠিত। এইকেইটানো কি কি এতিয়া চাচোন বাৰু।

অৰ্থসহ সৃষ্টিধাৰৰ যুগ্মধ্বনি—

| স্থূলৰূপ | মৌলিক ৰূপ |
|---|---|
| (১) সূৰ্য্যক বুজাবলৈ—দ' | (দ) উ |
| (২) শিল বা গিৰিক বুজাবলৈ—লি | ল ই |
| (৩) সন্তানক বুজাবলৈ—চি | চ |
| (৪) ভগৱন্তক বুজাবলৈ—কু | ক উ |
| (৫) দেৱী বা ভাগৱতীক বুজাবলৈ কুন | (ন ইয়াত অনুনাসিক কন্ধ সহ সম্পৃৰ্ক ৰকাৰ ক্ষেত্ৰত সপাৰি ৰ্য্য) |
| (৬) অন্ন বা কৃষিক বুজাবলৈ হা | হ আ |
| (৭) অন্নৰ সন্ধানীক বুজাবলৈ হান | ন |
| (৮) দলীয় বা ফালৰি কাটি যোৱা বুজাবলৈ—পা (ফা) | প ফ |
| (৯) ৰাজ্যক বুজ বলৈ—জ্য বা গ | জ য গ |
| (১০) ৰজাক বুজাবলৈ—অ এ | অ এ |
| (১১) ভুৱনক বুজাবলৈ—ভু | (ভ |

(১২) মাতৃক বুজাবলৈ—(আম) ম ম
(১৩) পিতৃক বুজাবলৈ—(আৰ) ৰ " ব (ৰ)
(১৪) মানৱক বুজাবলৈ—ঢাই ট (ত)
(১৫) সীমাক বুজাবলৈ—কৰ " ৰ
(১৬) বিজ্ঞক বুজাবলৈ—ৰণ — " ণ
(১৭) গণেশক বুজাবলৈ—এঙ ... এ ঙ (বহু ক্ষেত্ৰত 'ন ৰ দৰেও উচ্চাৰিত হয়)
(১৮) ঈশ্বৰ লেখিযাক বুজাবলৈ—(কুচ) স (খ, য শ ক্ষ, স্ক)
(১৯) গোষ্ঠীক বুজাবলৈ—য়ান " " (য়)।

উক্ত উনৈশটা যুগ্মধ্বনিৰ সৈতে—দ ল ই,চ ক
উ,ন,হ প,জ
ভ অ ম ব,ট,
ৰ ণ এঙ য়—এই উনৈশটা
প্ৰচলিত মৌলিক ধ্বনি সাঙোৰ খাই আছে যে এতিয়া এইটো বুজি পাব নহয় মা? বিশ্বৰ ভাষিক সমন্বয়লৈ লক্ষ্য ৰাখি যেই প্ৰচলিত মৌলিক ধ্বনিৰ গণ্ডিৰ ভিতৰতে এই যুগ্মধ্বনি উনৈশটা সামৰি লোৱা হৈছে।

ঠাইবিশেষে আদিতে (Initially) উক্ত "হ ধ্বনিটো প্ৰয়োগ কৰি সৃষ্টি কৰা শব্দবোৰত এই "হ" ধ্বনিটো স্বৰ ধ্বনিলৈ ৰূপান্তৰিত হোৱা চকুত পৰে। যেনেকৈ মূল হাৰণৰ পৰাই আৰণ ইৰাণ, এৰিযান উৰিয়ান, ইউৰিয়ান, হান্দামানৰ পৰা আন্দামান, হিন্দুৰ পৰা ইন্দু (ইণ্ডিয়া), হৈব্ৰৰ পৰা ঐব, হাৱাৰৰ পৰা আৱাৰ হান চিয়াৰ পৰা এচিয়া হৈছিল।

এই 'হ' ধ্বনিটোৰ সৃষ্টিধৰ্মীয় উৎপত্তিগত অৰ্থ অজ্ঞাত বাবেই আজিৰ ভাষাবিজ্ঞানত এক বিস্ময়ৰূপে পৰিগণিত।

সৃষ্টিধৰ্মীয় হ' ধ্বনিয়ে অকল পেটৰেই বা মনৰেই খোৰাকক যে বুজাই এনে । য—ই ভাষাৰো খোৰাক। বিশ্বৰ যি কোনো ভাষাতে হ ৰ প্ৰয়োগ ইমান সুদূৰ প্ৰসাৰী যে হ' অবিহনে উচ্চাৰণৰ ক্ষুধা মাৰিব নোৱাৰি। সেইবাবেই ভাষাৰ শ্ৰী আৰু বৃদ্ধিত সৃষ্টিধৰ্মীয় হ' ৰ অৱদান প্ৰকৃতপক্ষে খোৰাকৰ যোগান—এক অনন্য সংযোজন ।

বিশেষকৈ মনকৰিবলগীয়া কথা এইটোৱে যে প্ৰচলিত মৌলিক ধ্বনিবোৰৰ কোনো ব্যক্তিগত (individual) অৰ্থ নাই কিন্তু যুগ্মধ্বনিবোৰৰ প্ৰত্যেকৰে স্বকীয়া স্বকীয় (individual) অৰ্থ আছে। আনকি যুগ্মধ্বনিবোৰৰ স্থূলৰূপ এৰি মৌলিকৰূপ ললেও ব্যক্তিগত (individual) অৰ্থ বহন কৰে। এই যুগ্ম ধ্বনিবোৰৰ বিশেষ বিশেষত্ব হ' যাৰ অৰ্থ সহত সৃষ্টিধৰ্মীয় (original) যাৰ অন্তৰালত বিশ্বজগতৰ অৰ্থপূৰ্ণ ৰহস্য নিহিত হৈ আছে। চিৰাচৰিত ভাষাতত্ত্বই এই ৰহস্যক এতিয়ালৈ চুকি পোৱা নাই। তেনেহলে ভাষাৰ বিকৃত ৰূপতেই আমি মোহিত হৈ থাকিম নে ?

সকলো পৰিস্থিতিত অৰ্থ বা তাৎপৰ্য্য ৰূপ বা আকৃতি নিৰবছিন্ন ভাৱে অটুট থকা ধ্বনিয়েই মৌলিক ধ্বনি। কোনো বস্তুৰ মূল ধ্বংসপ্ৰাপ্ত হ ব নোৱাৰে বা ই প্ৰভাৱিতও হ ব নোৱাৰে। সেয়েহে পৰিবৰ্ত্তন ধ্বংস বা প্ৰভাৱ কিবা এটা মূলৰ ধূমকেতু। ধূমকেতু কিন্তু মূল নক্ষত্ৰ নহয় ই মূল নক্ষত্ৰৰ পৰা ফালি অহা এটা উজ্জ্বল প্ৰতিবিম্বহে। যুগ্মধ্বনিৰ ক্ষেত্ৰটো এই উনৈশটা মূল নক্ষত্ৰ, বাকীবোৰ ইয়াৰ ধূমকেতুহে ।

প্ৰশ্ন উঠিব পাৰে এইবোৰ ধ্বনি আহৰণ কৰা হল ক'ৰপৰা ? মূলত ইয়াক আহৰণ কৰা হোৱা নাই আৰু আহৰণ কৰিব নেলাগেও—ই স্বয়ং সম্পূৰ্ণ আৰু স্বয়ংচালিত। কিয়নো

ই সৃষ্টিধৰ্মীয়—যাৰ মৌলিকতা অবিচ্ছিন্ন। হাজাৰ হাজাৰ ধুম কেতুৰূপী ক্ষণজন্মা অস্তি ৫০ শব্দৰ (ভাষাৰ) অন্তৰালত এই ধ্বনিবোৰ কুম্ভৰূপী ত্ৰাতা। ত্ৰাতা বা ভাগ্যনিয়ন্তাৰ পৰিচয় যদাযে মূল দফিত দৃশ্যমান নহয় ঠিক ধ্বনিৰো এই এক পৰিচয়। ই ভাষাৰ ত্ৰাতা শব্দৰ ভাগ্য নিয়ন্তা। শব্দ বা ভাষাৰ অতি উজ্জ্বলতা স্থলদৃষ্টিত মোহনীয়। কৃত্ৰিমতা আৰু বৈচিত্ৰই যেতিয়া মনুষ্যক আন্ধাৰ গহ্বৰলৈ ঠেলি দিয়ে তেতিয়াই শব্দ বা ভাষাৰ প্ৰলয় ঘটে। প্ৰলয় পতিত মানুহ সমাজক ত্ৰাণ কৰিবলৈ যেনেকৈ যুগে যুগে অৱতাৰ পুৰুষৰ আবিৰ্ভাৱ ঘটে ঠিক তেনেকৈ প্ৰলয় পতিত শব্দ বা ভাষাক ত্ৰাণ কৰিবলৈ যুগে যুগে এই উনৈশটা ধ্বনি বা আবিৰ্ভাৱ ঘটে। গতিকে আহৰণৰ প্ৰশ্ন উঠে। শব্দৰ বাহ্যিক ৰূপটো উদঙাই দিলেই ইয়াত নিহিত হৈ থকা ধ্বনিৰ মৌলিক ৰূপটো ওলাই পৰে। এই অৰ্থপূৰ্ণ ধ্বনিবোৰৰ সংযোজিত অৰ্থই শব্দবোৰৰ প্ৰকৃত সৃষ্টিধৰ্মীয় অৰ্থ—যি সদায়ে তাৎপৰ্য্যপূৰ্ণ।

বিশ্বত বৰ্তমান প্ৰচলিত বিভিন্ন ভাষাৰ এটা প্ৰাচীনতম স্তৰ থকাটো দ্বিমত থাকিব নোৱাৰে। এই স্তৰত ভাষাৰ বিভিন্নতা নাছিল। জলবায়ু খাদ্য আৰু মানুহৰ মনোবৃত্তিৰ প্ৰভাৱত কেৱল, পৃথিবীৰ বিভিন্ন প্ৰান্তত প্ৰচলিত মুষ্টিমেয় কেইটামান ভাষাৰ বিভেদ আছিল মূলত উচ্চাৰণত। এই ভাষাবোৰৰ এক পাৰস্পৰিক সাদৃশ্য আজিও পৰিলক্ষিত। এতিয়ালৈ মানুহৰ বুদ্ধি বা গৱেষণাই ঢুকি নেপালেও এনে সাদৃশ্যই এইটোকে প্ৰমাণ কৰে কোনো এক প্ৰাচীন স্তৰত গোটেই বিশ্বতে একেটামাত্ৰ ভাষাই বিৰাজ কৰিছিল। এনে মূল এটা বিশ্ব ভাষাৰ পমখেদি নগ'লেও আগতে উল্লেখকৰা মুষ্টিমেয় কেইটামান ভাষাৰ মূলগত তাৎপৰ্য্য কিন্তু একেটাই। এই কথাষাৰ নদি ক'ব পৰা প্ৰস্তুতিও এই

ধ্বনিতত্ত্বই দানকৰা। এই উনৈশটা যুগ্মধ্বনিৰ সহায়ত এই ভাষাবোৰৰ শাব্দিক তাৎপৰ্য্য আৱিস্কাৰ কৰিবলৈ অকণো টান কাম নহয়। ইয়াৰ সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্য এই প্ৰাচীনতম ভাষাবোৰত আজি অটুট হৈয়ে আছে আৰু ই এই আটাইবোৰ ভাষাতে প্ৰযোজ্য বুলি কলেও ধাৰ্ষ্টাই কোৱা নহয়।

ধ্বনি শব্দ তথা ভাষা সম্পৰ্কত অভূতপূৰ্ব্ব কিবা এক নতুন তথ্যৰে কাকো বিপথে পৰিচালিত কৰা মোৰ লক্ষ্য নহয় মাথোঁ কিন্তু ধ্বনি শব্দ বা ভাষাৰ স্বকীয় ৰূপ আৰু তাৎপৰ্য্য সম্পৰ্কে আমাৰ হয়তো বহুতৰে সম্যক ধাৰণা থাকিবও পাৰে হয়তো নাথাকিবও পাৰে। নথকাৰ সম্ভাৱনাই বেছি। ধ্বনি অৰ্থবাহী শব্দ অৰ্থভাণ্ডাৰ আৰু ভাষা হল সেই অৰ্থৰ পদ্ধতিগত প্ৰকাশ। কোনেহলে যি কোনো এটা অৰ্থৰ মৌলিকতা আৱিস্কাৰ কৰিবলৈ হলে ধ্বনিৰ আশ্ৰয় লব লাগিব। এনে ধ্বনি কিন্তু শব্দ বা ভাষাত প্ৰয়োগৰ ক্ষেত্ৰত সীমাহীন নহয়। মানৱ ইতিহাসৰ আদিম স্তৰত কোনো ভাষাৰে লিখিত ৰূপ নথকাতো অনস্বীকাৰ্য্য। দ্বিতীয়তে আদিম মানুহৰ চাহিদাৰ পৰিচয়ও আছিল বেলেগ। সেই পৰিচয় প্ৰকৃতি আৰু সাধাৰণ জৈৱিক প্ৰয়োজনীয়তাতে সীমাৱদ্ধ আছিল। গতিকে আজি হাজাৰ হাজাৰ শব্দৰে এক মূল শব্দৰ অঙ্গবিশেষক প্ৰকাশ কৰাৰ যি জটিলতা, আদিমত সৃষ্টিহোৱা মৌলিক অৰ্থবাহী শব্দ এটাত সেই জটিলতা আমি প্ৰত্যক্ষ নকৰোঁ। সেয়েহে পৰাক্ৰম, বিদ্যা উজ্জ্বলতা শক্তিমান ভগৱান, সৃষ্টিৰ মূল আদি বহু অৰ্থ এক সূৰ্য্যই" বহন কৰিছিল। এই মৌলিক অৰ্থবাহী শব্দবোৰকেই সৃষ্টিধৰ্ম্মীয় শব্দৰ আখ্যা দিয়া হৈছে। এনে সৃষ্টিধৰ্ম্মীয় শব্দ পৃথিবীৰ সৰ্বত্ৰ বিদ্যমান। এখন দেশ, এটা জাতি এটা সভ্যতাৰ মূল পৰিচয় পাবলৈ হ'লে এই সৃষ্টিধৰ্ম্মীয় শব্দবোৰৰ আশ্ৰয় লবই লাগিব।

ভাষা আৰু সভ্যতা ক্ৰমবৰ্দ্ধমান আৰু ক্ৰমবিবৰ্ত্তনশীল। এই বিৱৰ্ত্তন আৰু ক্ৰমাগত বৃদ্ধিৰ সোঁতত ৰূপ লোৱা ভাষা বা সভ্যতাৰ সদ্য পৰিচয় কিন্তু সেই ভাষা বা সভ্যতাৰ মূল পৰিচয় নহয়। ভাষা সভ্যতা আৰু দেশমাতৃকাৰ প্ৰকৃত বা মূল পৰিচয় আমাৰ দিশনিৰ্ণয়কাৰী অনুপ্ৰেৰণা। আমি আজ দিগভ্ৰান্ত পথহাৰা নিজৰ পৰিচয় পাহৰি যোৱা মাউৰা সমাজৰ অংশকাৰী। আমাক দিবলৈৰ পোহপাল দিবলৈ গৈ, ভৌতিক বাসনাক দিগ্বিজয়ীৰ স্বীকৃতি দি আজি আমি নিজৰ পিতৃ মাতৃকেই পাহৰি যাও যাওঁ। সমাজতো নায়েই দেশ বা ৰাষ্ট্ৰ কেৱল ৰাজনীতিজ্ঞৰ কৰ্তৃতাত পৰ্য্যবসিত। তেনে এক ভয়াবহতাই আমাক দিগভ্ৰান্ত পথহাৰা বা আত্মপৰিচয়হীন মাউৰা বুলিলেই চিএগৰ কোৱা নাইনে? কিন্তু প্ৰকৃততে আমি এই পৰিচয়েৰে বাচি থাকিব খোজোনে? নোখোজো। কোনো ব্যক্তি কোনো সমাজ কোনো দেশ বা কোনো সভ্যতাই নোখোজে। তেনেহলে আমাৰ প্ৰকৃত পথ কি? আমাৰ পিতৃ মাতৃ কোন? এই জাউৰিয়ে জাউৰিয়ে উঠা প্ৰশ্নৰ জবাব বিচাৰিবলৈ হলে আমি আকৌ সেই সৃষ্টিধৰ্ম্মীয় ধ্বনিৰ তাৎপৰ্য্যলৈ উভটি যাবই লাগিব।

আদিতে উল্লেখ কৰি আহিছো প্ৰকৃততে ধ্বনিয়েই অৰ্থবাহী। যি কোনো সৃষ্টিধৰ্ম্মীয় শব্দ যগ্মধ্বনি ৰই সৃষ্ট। এইবোৰ মৌলিক ধ্বনি। এনেকুৱা ধ্বনি সৰ্ব্বমুঠ উনৈশটা। শুনাত খুবেই অস্বাভাৱিক বা অবিশ্বাস্য যেন লাগিলেও সৃষ্টিধৰ্ম্মীয় যি কোনো ভাষাৰ, যি কোনো শব্দৰ মূলগত অৰ্থ বা তাৎপৰ্য্য আবিস্কাৰ কৰিবলৈ হলে এই উনৈশটা ধ্বনিয়েই যথেষ্ট। এইখিনিতে এটা কথা আকৌ এবাৰ উল্লেখ কৰি যোৱাতো হয়তো সমিচিন হ'ব। ভাষাৰ পৰিৱৰ্ত্তন আৰু বৃদ্ধি যতেই আৰম্ভ হৈছে, ততেই এই উনৈশটা ধ্বনিৰ প্ৰয়োগশীলতাও স্তব্ধ হৈ গৈছে। এই ধ্বনিৰ

সম্পৰ্ক প্ৰথম সৃষ্টি আৰু মৌলিকতাত। সেয়েহে সীমাবদ্ধ পাৰিপাৰ্শ্বিকতাই জন্ম দিয়া মানুহৰ আদিম স্তৰত উৎপত্তি হোৱা পৃথিবীৰ যি কোনো ভাষাৰ সৃষ্টিধৰ্মীয় শব্দৰ তাৎপৰ্য্য ক হিয়াই দেখুৱাবলৈ এই উনৈশটা ধ্বনিৰ আশ্ৰয় ল'বই লাগিব।

এই উনৈশটা ধ্বনিৰ প্ৰত্যেকৰে একোটা স্বকীয়া অৰ্থ আছে। এই অৰ্থবোৰ প্ৰকৃতি, জ্ঞান বিজ্ঞান আৰু সৌৰশক্তি কেন্দ্ৰিক। প্ৰকৃতিৰ স্বাভাৱিকতা জ্ঞান বা বিজ্ঞান প্ৰদত্ত অনুভূতি আৰু সৌৰশক্তিৰ বিশাল প্ৰয়োগ সৌ সিদিনালৈ মানৱসমাজত অদ্ভুত ক্ৰিয়া কৰি আছিল। কিন্তু বিবৰ্ত্তনশীলতাই আমাৰ সভ্যতাক দান কৰিছে কৃত্ৰিমতা বিকৃতি আৰু জ্ঞান বিজ্ঞানৰ অপপ্ৰয়োগ। এই কৃত্ৰিমতা বিকৃতি বা অপপ্ৰযোগক তৃপ্ত কৰিবলৈ যি ভাষা বা যি শব্দ আমি সৃষ্টি কৰি আহিছো তাত সৃষ্টিধৰ্মীতা নাই। সেই শব্দত কিবা মূল তাৎপৰ্য্য বা যথাৰ্থতা বিচাৰি গলে আমি পদে পদে উজুটি খাব লাগিব। গতিকে ইয়াৰ পৰা এটা কথা স্পষ্ট হৈ ওলাই পৰিছে যে সৃষ্টিধৰ্মীয় শব্দৰ ভঁড়াল খুউবেই সীমাবদ্ধ। কিন্তু এই সীমাবদ্ধ পৰিসৰৰ মাজতেই মানৱসমাজৰ প্ৰকৃত পৰিচয় নিহিত হৈ আছে এনে একোটা শব্দই মানুহৰ ইতিহাস কৈ দিব পাৰে মানুহৰ চিৰন্তন উচ্চাভিলাষৰো খবৰ দিব পাৰে। মানৱ সভ্যতাৰ বীজ যিদিনাই ৰোপণ কৰা হ'ল সেইদিনাৰে পৰা এই সভ্যতাৰ উৰ্দ্ধগতি ক'ত থমকি ৰ'ল তাৰ যদি পৰিচয় লাগে এমুঠি সৃষ্টিধৰ্মীয় শব্দই সহজে ব্যাখ্যা কৰি দিব পাৰে।

## ১৫

মাজনী এই যুগ্মধ্বনিবোৰৰ অৰ্থসমূহ সৃষ্টিধৰ্মীয় বুলি কিয় কোৱা হৈছে—উদাহৰণ স্বৰূপে "ৰণ" ধ্বনিটোকে লচোন ? ৰণ

ধ্বনিৰ অৰ্থ ই খিজুক বুজুৱাৰ কথা কোৱা হৈছে। আমি যে অসমীয়াত ৰং বুলি কও এই ৰণ ধ্বনিটোৰ পৰাই উৎপত্তি হোৱা। ৰংগ্য় আনন্দ আহ্লাদক বুজায়। আনন্দ আহ্লাদ মনৰ আনুভূতিক ক্ৰিয়া। গতিকে ৰং লাগে মানে মনটো পোহৰাই তোলে। বিজুতাও মনৰেই পোহৰ।

আকৌ ৰংচয়ে যুগ্মধ্বনিৰ অৰ্থযে বিজু সন্তানক বুজায়। ৰংচয় বিচিত্ৰতা বা কৌতুহলক বুজায়। মানুহৰ এনো কৌতুহলপূৰ্ণ বিচিত্ৰ এই ৰংচৰ পৰাই উৎপত্তি হোৱা ৰাচ (স) ও সৃষ্টধৰ্মীয় অৰ্থত বিজু সন্তানকে বুজাই আদিম ৰসৰ পোহৰকে বিলায়। ৰণ ৰণ পা ধ্বনিৰে উৎপত্তি হোৱা ৰংৰূপেও ধৰণ প্ৰকৃতি ৰকমৰকম বিভিন্ন আঙ্গিক বুজায়। মানুহৰ ৰংৰূপো বিভিন্ন ধৰণপ্ৰকৃতিও ৰকমৰকম (পা)। গতিকে আদিম ৰণ ধ্বনিয় মানৱ মনত পোহৰ বিলোৱা বা জনাবুজা হোৱাৰ উৎসৰ পৰাও আমি কব গোবাৰোনে মাজনী এয়াং বিজুধৰ্মী এক অনন্য ৰূপ? ইংৰাজী ভাষাৰ খিজইছো (Rejoice) তাৰেই এক স্বাক্ষৰ। সেয়ে ৰঙো পোহৰ, ৰে (Ray) য়ো পোহৰ, ৰঙাযো পোহৰ, ৰশ্মিও পোহৰ ৰগৰো পোহৰ ৰূপালীও পোহৰ ৰজন জনাই থকাও পোহৰ, ৰঙ্গিনীও পোহৰ। তেনেস্থলতো কোনোবাই কবনে ৰং সৃষ্টিধৰ্মীয় নহয় বুলি আৰু তাৰ সৃষ্টি ধৰ্মীয় অৰ্থ নাই বুলি? এই ৰণৰ সৃষ্টিৰ দিনৰে পৰা আজিও তেনে অৰ্থৰেই সমগ্ৰ বিশ্বৰ ভাষাবোৰৰ মাজত থাকি স্বকীয়তা ৰক্ষা কৰিয়েই আছে। এই ৰণৰ পৰাই ৰণ আম য়ান ৰে অৰ্থাৎ ৰণৰ মাতৃভূমিৰ গোষ্ঠীয়ৰে ৰামায়ণবো সৃষ্টি হৈছিল এনেকৈয়ে।

তাৰোপৰি যুগ্ম "লি" ধ্বনিটোলৈ চাচোন, যাৰ অৰ্থ শিল বা গিৰি বুলি কোৱা হৈছে? এই যে শিল, হিল,

ইউৰাইল আৰুচ বমডিলা, চেলা, বমফুলা, লালু, লুংলে হিমালয় নীলগিৰি নীলাচল, খাৰঘুলি আদি শব্দবোৰত "ল ধ্বনিটো যে দেখিছ—এইটোৱে এইবোৰ যে গিৰি তাকেই বুজাইছে আৰু এনেকৈয়ে ল ধ্বনিৰ সৃষ্টিৰ দিনৰে পৰা সৃষ্টিধৰ্মীয় শব্দবোৰত থাকি লি মানেই যে শিল বা গিৰি তাকেই বুজাই আহিছে। সৃষ্টিৰ আদিম উৎসই লি বা শিল। এই শিলেই ক্ৰমে মাটিলৈ ৰূপান্তৰিত হৈ গছ গছনি গজি পোকপৰুৱা পশুপক্ষী আৰু জীৱজন্তুৰ লগতে টাই অৰ্থাৎ মানুহৰো পদাৰ্পণ ঘটি সেই আদিম শিলেই এটা দিনত বিশ্বৰূপা ধাৰণ কৰিছিল। এই লিয়েই অৰ্থাৎ শিল বা গিৰিয়েই যিহেতু আদিম মানুহৰ এক মাত্ৰ আশ্ৰয়ৰ স্থল হৈছিল সেয়ে সেই গিৰিকেই কু" অৰ্থাৎ ভগৱন্তৰ আখ্যাৰে আখ্যায়িত কৰিছিল। গতিকে এই কুলিয়েই অৰ্থাৎ গিৰিভগৱন্তই পিচলৈ কলিৰূপে গিৰিগুহাৰ যুগৰ স্বাক্ষৰ বহণ কৰি কলিকালৰূপে আজিও আছে আৰু এই গিৰিমানৱৰ খোজৰ স্বাক্ষৰ বহণ কৰি কু লি টাই=কেল্ট কুল্টি, কুল টা, কলিতা সকল আজিও আছে আৰু গোষ্ঠীৰ স্বাক্ষৰ বহণ কৰি ক লি টাই যান=কুল্টিয়াও আছে। এই কেল্ট বা কুলটিয়া সকলকে যে লি টাই=লিটাই অৰ্থাৎ গিৰিমানৱ কোৱা হৈছিল সেই স্বাক্ষৰ বহণ কৰি লিটাইনীয়াও আছে।

এনেকৈয়ে মা এই অৰ্থপূৰ্ণ যুগ্মধ্বনিৰেই সৃষ্ট, সৃষ্টিধৰ্মীয় ভাষাটোৰ সম্ভৱপৰ বাটকটীয়া দিশ কেইটা সৃষ্টিধাৰৰ যোগেদি অৱগত কৰা হৈছেই। তদুপৰি এই যুগ্মধ্বনিৰ অন্তৰালত বিশ্বজগতৰ অৰ্থপূৰ্ণ ৰহস্য কি ভাবেনো নিহীত হৈ আছে, তেনে সঙ্গতি স্থাপন কৰিব পৰা দুই এটা দৃষ্টান্তৰে ক্ৰমবিৱৰ্ত্তন খোজত খোজ মিলায় আগবাটি যাম।

এই যে বাইবেলৰ নোহৰ নাও, আলকোৰাণৰ নোৱাৰ

ব্ৰাহ্মণৰ মনুৰ নাৱৰ কথা কৈ অহা হ'ল মা এই নোহ নোৱা আৰু মনুৰ সৃষ্টিধৰ্মীয় উৎপত্তিগত অৰ্থ যে একেটাই এই যুগ্ম ধ্বনিৰ তাৎপৰ্য্যই কয়।

যেনে — এণ—হা = নোহ অৰ্থাৎ এণাৰ অন্নদাত্ৰী বা মাতৃ।

এণা—হা = নোৱা অৰ্থাৎ এণাৰ অন্নদাত্ৰী বা মাতৃ।

আম — এণা = মনু অৰ্থাৎ এণাৰ মাতৃ।

যিহেতু যুগ্ম ধ্বনিৰে সৃষ্ট নোহ নোৱা আৰু মনুৰ সৃষ্টিধৰ্ম্মীয় অৰ্থই এণাৰ মাতৃকে বুজায় গতিকে শব্দ গাঠনিত ভিন্নৰূপী হ'লেও এ কথন নাৱৰে একেজনা যাত্ৰীয়েই যে আছিল সেইটোকে প্ৰমাণ নকৰেনে? ইয়াৰ লগতে মানৱ সৃষ্টিৰ অৰ্থপূৰ্ণ ৰহস্য নিহীত হৈ থকা নাইনে? সৃষ্টিধৰ্ম্মীয় অৰ্থানুসাৰেও এণাক গিৰিপিতা গনেশক আৰু আমই মাতৃক বুজায়।

বাইবেলত আদম হাৱা (ইভ)ৰ দুই সন্তান আবেল আৰু কয়িনাক ৰামায়ণত সীতাৰ দুই সন্তান লব আৰু কুশ (কুচ) কোৱা হৈছে। সৃষ্টিধৰ্ম্মীয় যুগ্ম ধ্বনিৰ অৰ্থানুসাৰে আবেলে লৱৰ লগত আৰু কয়িনে কুশ (কুচ)ৰ লগত সঙ্গতি স্থাপন কৰে। কিয়নো কু-য়ান এই দুই যুগ্ম ধ্বনিৰে কয়িন শব্দৰ উৎপত্তি হৈ ভগৱন্তৰ গোষ্ঠীক আৰু কুচ যুগ্মধ্বনিয়ে ভগৱন্তৰ লেখিয়া সন্তানক বুজায়। বাইবেলত ভগৱান যিহোৱাই নিজৰ প্ৰতিমূৰ্ত্তিৰ লেখিয়া সন্তান সৃষ্টি কৰাৰ কথা উল্লেখ আছে। গতিকে কুচ যুগ্মধ্বনিয়ে ভগৱন্তৰ লেখিয়া সন্তানকে বুজাই সেই সত্যটোকে প্ৰমাণ কৰে। সেয়েহে ভগৱন্তৰ গোষ্ঠিক বুজুৱা কয়িনেও যিহোৱাৰ সৃষ্ট আদম হাৱাৰ সন্তান ৰূপে ভগৱান যিহোৱাৰ বংশধৰ বুলি গোষ্ঠিক সামৰি সৃষ্টিৰহস্যৰ অৰ্থপূৰ্ণ স্বৰূপ আৰু অৰ্থপূৰ্ণ কৰি তোলে।

আকৌ, আৱ ল ধ্বনিৰে আবেল আৰু ল আৱ ধ্বনিৰে

লৱ শব্দৰ উৎপত্তি হৈ গিৰিপিতা গনেশকে বুজায় গতিকে আবে লকে যে লৱ কোৱা হৈছে—যুগ্মধ্বনিৰ সৃষ্টিধৰ্ম্মীয় অৰ্থই তাকেইকয়। তেতিয়াও আবেলেই যে ৰামায়ণ উল্লেখিত লব ৰামায়ণৰ আৰু কয়িনেই কুচ তাত সন্দেহৰ অৱকাশ থাকেনে ? সৃষ্টিধৰ্ম্মীয় আৱ + আয় + ল ধ্বনিৰে উৎপত্তি হোৱা বাইবেল সৃষ্টিধৰ্ম্মীয় যুগ্মধ্বনিৰ অৰ্থৰে গিৰিৰ পিতা পিতাদিক সামৰি গিৰি গুহাৰ যুগৰ মা ৱৰ স্বামৰকে বহন কৰে। আৰু বাইবেলৰ পাৰিবেশিক তথ্যযো সেইটোকে প্ৰতিপন্ন কৰে। তেনেস্থলতো এই কয়িন বা কুচই কু য়ান কু য়ান কাকযান বা কেকেয়ী হৈ পৰৱৰ্ত্তী ভগৱন্তৰ গোষ্ঠীক বা কুচ কুচ য়ানেৰে ককেচিযান হৈ ভগৱন্তৰ শেষিয়া সন্তান সন্তানাদিক বা গোষ্ঠীক বুজোৱাৰ অৰ্থৰে আমি ধৰি লোৱা যোনে যে ভগৱন্তৰ গোষ্ঠিৰে কাকচিযান ফৈদৰ সৃষ্টি যে ? আকৌ আবেল লৱ হৈ লাৱই গিৰিপিতা 'এঙা বা গনেশ ৰূপে এঙা এঙা চি য়ান ৰে নিচিযান হৈ পিচলৈ মাতৃ ৰাজ্য প্ৰতিষ্ঠা কৰি আম এঙা জা লি য়ানেৰে মঙ্গোলিয়ান হৈ অন্য এক ফৈদৰ সৃষ্টি হৈছিল। এনেকৈয়ে মা সৃষ্টিধৰ্ম্মীয় যুগ্মধ্বনিৰ সহায়ত বিশ্বজগতৰ অৰ্থপূৰ্ণ বহু ৰহস্যৰ সন্ধান আমি পাব পাৰো।

আটাইতকৈ ৰহস্যজনক কথা এইটোৱে যে ৰামায়ণৰ লক্ষ্মণ শব্দটো ল কুচ আম এঙা এই চাৰিটা যগ্ম ধ্বনিৰে উৎপত্তি হৈ উৎপত্তিগত অৰ্থৰে গিৰি মাতৃৰ কুচ আৰু লব (এঙা) কেই বুজায়। যিহেতু কয়িন আৰু আবেলে সৃষ্টিধৰ্ম্মীয় অৰ্থৰে কুচ আৰু লবাক সামৰি লয়, গতিকে ৰামায়ণৰ কুচ আৰু লবই বা বাইবেলৰ কায়িন আৰু আৱেলেই যে মানৱৰ আদিম পিতৃ পুৰুষ আছিল আৰু এই দুই ভাতৃকলৈয়ে দুই গোষ্ঠীৰ সৃষ্টি হৈছিল তাত সন্দেহৰ অৱকাশ নাই আৰু সীতা যাক লব আৰু কুশৰ মাতৃ বুলি কোৱা হৈছে চ টাই ধ্বনিৰে চটাই, সীতা সতী সত্য, সৎ আদি শব্দৰ উৎপত্তি

হৈ মানৱ সন্তানক বুজায়। কণীৰ পৰাই যিহেতু মানুহৰ জন্ম হ'ব নোৱাৰে গতিকে কোনো অন্য গ্ৰহৰ উন্নত জীৱই পৃথিৱীৰ বুকুত মানৱ সৃষ্টিৰ অংকুৰ সিঁচি দিয়াৰ ফলতেই সীতাৰ জন্ম অনুমান কৰাই নহয় আনকি সত্যাই হওক সীতাই হওক সতীয়েই হওক (শিৱৰ পত্নী) বা চটায়েই হওঁক সৃষ্টিৰ আদিম মানৱ যে তেওঁ এটা বাস্তৱ সিদ্ধান্তলৈও অহা যায় আৰু লগতে এই প্ৰথম মানৱ সন্তান চটাই সীতা বা সতীক কেন্দ্ৰ কৰিয়েই উৎপত্তি হোৱা সত্য নামেৰে নামাকৰণ কৰা সত্য যুগৰো পাতনি মেলিছিল বুলি ক'ব পৰা যায়। তেতিয়াহলে এবেগে লৱকুশ নাম বহনকাৰী লক্ষ্মণ যে গিৰি গুহাবাসী মানৱেই আছিল সেইটো নিশ্চয়কৈ ক'ব পৰা যায়। আনকি লক্ষ্মণৰ লগতে ৰাম, ভৰত আৰু শত্ৰুঘ্নৰ সৃষ্টিবৰ্ণীয় তাৎপৰ্য্যইও এইটোক সমৰ্থন যোগায়। তেতিয়াহলে মানৱৰ ক্ৰম প্ৰগতিৰ ধাৰাটো ইয়াৰ পৰাই আৰম্ভ কৰা যায়। যিহেতু লক্ষ্মণে গিৰি গুহাবাসী মানৱক ভৰতে ভূ ৰণ টাই ধ্বনিৰে উৎপত্তি হৈ ভূমীভূত মানৱক শত্ৰুঘ্নই চে টাই-ৰণ অঘ্ন ধ্বনিৰে উৎপত্তি হৈ ৰক্ষণাবেক্ষণ দিব জনা মানৱক আৰু ৰামে ৰণ আম ধ্বনিৰে উৎপত্তি হৈ মাতৃভূমিৰ বিজ্ঞক বুজায় গতিকে মানৱৰ ক্ৰম প্ৰগতিৰ খোজৰ লগত সংগতি ৰক্ষা কৰি অহা লক্ষ্মণ ৰাম ভৰত আৰু শত্ৰুঘ্নৰ দৰে মানৱ ইতিহাসৰ চাৰিটা খোজৰ স্বাক্ষৰ অস্বীকাৰ কৰাৰ উপায় আমাৰ নাই। কিয়নো, গিৰিগুহাবাসী মানৱে ক্ৰমে ৰণ অৰ্থাৎ জনাবুজা হৈ ভূমিৰ সম্পৰ্কলৈ আহি নিজক ৰক্ষণাবেক্ষণ দিয়াৰ উপায় উদ্ভাৱন কৰি নিজৰ মাতৃ ভূমিত ৰাম অৰ্থাৎ জনাবুজা বা বিজ্ঞ ৰূপে প্ৰতিষ্ঠিত হোৱাটো এটা নিশ্চিত ক্ৰমবিৱৰ্ত্তনৰে ধাৰা যে সেইটো কোনোপধ্যেই অস্বীকাৰ কৰা নাযায়।

গতিক নাজনী, সেই গিৰিগুহা মানৱৰ ক্ৰমপ্ৰগতি সাধি কেনেকৈ ৰণৰ অৰ্থাৎ জনাবুজাৰ যুগত খোজ দিছিল ৰামায়ণ তাৰেই স্বাক্ষৰ যে ৰামায়ণৰ ঘটনা প্ৰবাহৰ পাৰিবেশিক তথ্যইয়ো সেইটোক প্ৰতিপন্ন কৰে। তাৰ উপৰিও খেতি-বাতি কানি কাপোৰ শিক্ষা দিক্ষা আৰু সমাজ ব্যৱস্থা আদিৰ দৰে বুনিয়াদি প্ৰয়োজনীয়তা ( Basic need ) ৰ অভাৱেও ৰামায়ণৰ যুগৰ মানৱৰ বাস্তৱ ছবিখন উদঙাই দিয়ো তেনে এটা সিদ্ধান্তত উপনিত কৰায়।

ঠিক এনেকৈয়ে মা, গিৰি মাতৃৰ কুশ (কুচ) আৰু ঞা এই ভাতৃদ্বয়ৰ পৰা জনসংখ্যা বাঢ়ি কালক্ৰমত কুচৰ পৰাই ককচিয়ান আৰু ঞাৰ পৰাই নিচিযান হৈ মঙ্গোলিযান ৰূপে দুই ফৈদৰ সৃষ্টি হৈছিল যদিও নৃতাত্বিক সকলে এই গুৰি অধ্যায় বিচাৰি নেপায মাজবাটৰ পৰাই এওঁলোকক বুটলি লোৱা বহু খেলিমেলিৰ সৃষ্টি হ'ল। অলপ মনোযোগ দিলেই দেখি বলৈ পাৰি যে পৃথিবীত আদিতে যিমানবোৰ নামৰ উৎপত্তি হৈছিল সেই নামবোৰ কুশ ফৈদৰ (ককেচিয়ান) সকলৰ নাম উপাধি, গোষ্ঠী' বসতিস্থান আদিৰ লগত কুশ'[১] আৰু ঞা ফৈদৰ ( মঙ্গোলিয়ান ) সকলৰ লগত ঞা'[২]ৰ সংযোজন আজিও বিদ্যমান।

---

কুশ (কুচ) ১ বাচিয়া=বণ—কুশ—ইয়ান=কুচ বিজ্ঞৰ গোষ্ঠীয়।
দয়োভস্কি=দ—ভু—চ—কুশ=ভূমিপুত্ৰ সূৰ্য্যবংশীয় কুশ।
কুশান=কুশ—স্থান=অমৰ সন্ধানী কুশ ইত্যাদি ইত্যাদি।

ঞা ২ নিনাঙ—ঞা—ঞা—ভু=ঞা ঞাদিৰ ভূমি।
চীন চ—ঞা ঞা সন্তান।
নিচি=ঞা—চি=ঞাৰ সন্তান ইত্যাদি ইত্যাদি।

এতিয়া বুজিলিনে মাজনী ! এই লক্ষ্মণ সকলৰ অৰ্থাৎ কুচ আৰু ঞা সকলৰ যুগেই যে গুহামানৱৰ যুগ আছিল ? বেদত উল্লেখিত 'ত্বচ 'বস' ব্যাস বা তুৱশ (সূৰ্য্যপিতাৰ সন্তান) এও লোকক কোৱা হৈছিল। এওঁলোকৰ যুগৰ বিশ্বকে 'ত্বশ্ব (মানৱ বিশ্ব) বৈছিল। মানৱ সন্তানৰ পিতাক বুজোৱা বশিষ্ঠ এইযুগ'ৰ সৃষ্টি।

এই 'ক্ৰশ আৰু ঞা সকলেই মা ক্ৰমে জনাবুজা হৈ পৰিবেশ আৰু পৰিস্থিতিৰ লগত নিজকে যেতিয়া খাপ খুৱাই ল ব পৰা হৈছিল, তেতিয় তেওলোকক ৰণ' ( জনাবুজা ) কোৱা হৈছিল। প্ৰকৃততে এই ৰণ সকলৰ মাতৃভূমিকহে ৰণ+আমৰে ৰাম কোৱা হৈছিল। এই ৰণ সকলৰ বিশ্বকে বেদত 'তৃশ্ব' আৰু এওলোকক তৃশ' কোৱা হৈছিল। এই ৰামেই ৰামায়ণৰ ৰাম'—যি প্ৰগতিৰ খোজত শ্ৰেষ্ঠ, লক্ষ্মণ যি আদিম—জেষ্ঠ। টাইৰণ, তেৰণ টাৰ টাৰ্টাৰ, বিৰাত, বেৰণ সকল এই ৰণৰ খোজৰ মানৱৰে স্বাক্ষৰ। ঋষিক মুনি এই যুগৰেই প্ৰতীকধৰ্ম্মী সৃষ্টি।

এটা সময়ত এই ৰণ সকলেই ভূমিৰ স ম্পৰ্শলৈ অহাত ভৰত অৰ্থাৎ ভূমিজনাৰূপে খ্যাত হৈ মানৱ প্ৰগতিৰ অন্য এটা

---

কুচ আৰু ঞা=যিবিলাক শব্দত কুচ আৰু যিবিলাক শব্দত ঞা ধ্বনিৰ স যোজন ঘটিছে, সেই শব্দ বিলাক বিচাৰি উলিয়াই সেইবোৰৰ উৎপত্তিগত অৰ্থবোৰৰ তাৎপৰ্য্য এনে প্ৰগতিৰ খোজবোৰৰ লগত সংগতি ৰাখি ঠাক্ ঠাককৈ সজাই গ লেই বৈদিক যুগৰ সিদ্ধান্ত- হীন তথ্যবোৰৰ সত্যতা ওলাই পৰিব আৰু মানৱ ইতিহাসৰ ছবিটোৱো স্পষ্ট হৈ উঠিব লগতে ক্ৰমবিৱৰ্ত্তনৰ খোজত একেবোৰ শব্দই যে গা বাগৰ সলাই আহি আছে সেইটোৱো ওলাই পৰিব। আৰু এটা উল্লেখনীয় কথা যে বেদ বাইবেল, কোৰাণৰ দৰে গ্ৰন্থ এজন লিখকে বা এটা যুগতে লিখা হোৱা নাছিল। সেই একেটা শব্দই

স্বাক্ষৰ বহন কৰিছিল। ভৰত ভৰদ্বাজ ভৃগু, ভাৰ্গৱ, এই যুগৰেই উৎপত্তিৰ স্বাক্ষৰ।

আৰো যতিয়া ভৰত সকলে চিকাৰ আদিৰ বাবে দুই এপদ অস্ত্ৰ বা বাসস্থান আদি তৈয়াৰ কৰি নিজক ৰক্ষনাবেক্ষণ দিব জনা হৈছিল তেতিয়া তেওঁলোক শত্ৰুঘ্ন অৰ্থাৎ নিজক ৰক্ষণা বেক্ষণ দিবজনা ৰূপে বা হা জা হান=আগহান/আঘন/অঘ অৰ্থাৎ অন্নৰ সন্ধান ৰতৰূপে খ্যাত হৈ অন্য আৰু এক প্ৰগতিৰ খোজৰ স্বাক্ষৰ বহন কৰিছিল। এয়াই আছিল মা, ৰামায়ণৰ চাৰি ভাতৃ ৰণৰযুগৰ প্ৰগতিৰ চাৰিখোজৰ চাৰি লাইখুটি।

এই ৰণৰ যুগেই মানৱ ইতিহাসৰ ক্ৰমপ্ৰগতিৰ দ্বিতীয় খোজ যে এতিয়া বুজি পালি নহয় না। তাতো তেওলোকে বৈ থকা নাছিল। মানুহ যিমানেই বাঢ়ি আহিছিল, চিকাৰ কৰি খাওঁতে খাওঁ ত জীবজন্তুবোৰৰ সংখ্যা দিনে দিনে কমি আহি এটা সময়ত ভীষণ অন্নসংকটৰ সন্মুখীন হ বলগীয়া হৈছিল। অভাৱেই আৱিস্কাৰৰ মূল। এটা যুগত তেওঁলোকেও কৃষিৰ যোগদি হা অৰ্থাৎ অন্ন আৱিস্কাৰ কৰি পেট প্ৰৱৰ্তনৰ উপায় উদ্ভাৱন কৰি হা ৰণ আৰণ এৰিযান আৰ্য্য অৰ্থাৎ অন্নজনা

---

অকাৰ আকাৰ ইকাৰ উকাৰ উচ্চাৰন যুগৰ ব্যৱধান আৰু ভাষাৰ ক্ৰম প্ৰগতিত বেলেগ বেলেগ ৰূপ লৈছিল। যেনেকৈ হিৰাত হুৎ হিত্তাইত আৰু আৰ্য্য সগৰ আদিৰ উৎপত্তিৰ মূল একেটাই তেনেকৈ চৰণ চাৰণ চিৰিং চিৰণ চিৰি শ্ৰী চাৰু আৰু সুজ্ঞ সৰোজ সূৰ্য্য সুকজ স্বৰ্গ, শৰ্য্যাতি শ্ৰীজাতি আদিৰ উৎপত্তিৰ মূলও একে আৰু অৰ্থও একে। এনে বিসংগতি যি মুঠেও ধৰ্তব্য নহয় আমাৰ পণ্ডিত সকলে তাকে খামোচ মাৰি ধৰি অতিৰঞ্জিত ৰাখ্যাৰে আগৰচাত আমাৰ মানৱ ইতিহাসৰ মূল সোঁত চৌকত ভেটা পৰি গল।

ৰূপে প্ৰগতিৰ অন্য এটা যুগত প্ৰবেশ কৰিছিল। তেতিয়াৰে পৰাই তেওঁলোক হাৰা, হাৰণ, আৰণ, এৰিয়ান ইৰাণীয়ান আদি ৰূপে খ্যাত হৈ উঠিছিল। উল্লেখযোগ্য যে ৰণ সকলে ভূমিৰ সংস্পৰ্শলৈ আহি ভৰতহৈ আৰু তাৰ পিচত অন্নৰ সন্ধানৰত অম্নহৈ কৃষি পদ্ধতিৰ অন্ন আৱিস্কাৰ কৰি হাৰণ আৰণ বা এৰিয়ান হৈ অম হাৰণ আৰ=অম্নআৰ্ব/অম্ন ঔৰ্ব (পিচলৈ অগ্নিঔৰ্ব) ৰূপে কৃষিৰ পিতৃত্ব আৰু নেতৃত্বৰ প্ৰতীক স্বাক্ষৰ বৰণ কৰিছিল। জমদগ্নিও তেনে এক স্বৰূপ সৃষ্টি। এওলোকৰ বিস্তৃত ভূখণ্ডকলৈয়ে হাৰণ জ্যৰে আৰ্য্যৰ সৃষ্টি হৈছিল এনেকৈয়ে। কিন্তু আজি আমি আৰ্য্যক যি ভাৱে পাইছো—এয়া যেনিবা মানৱ ইতিহাসৰ এক ধ্বংসাত্মক বিসংগতি। মানৱৰ ক্ৰমবিৱৰ্ত্তনৰ এনে এক বাস্তৱ প্ৰক্ৰিয়াক অস্বীকাৰ কৰি পিচৰ কালত আৰ্য্যক সয়ম্ভূৱ কৰা হ'ল। আৰ্য্যৰূপ পৰিগ্ৰহণ কৰা মানৱেও পাহৰি গ'ল অনাৰ্য্য সকলেই যে তেওঁলোকৰ পিতৃপুৰুষ আছিল। পাহৰি গ'ল তেওঁলোক কৰ পৰা উদ্ভূত হ'ল? ঐতিহাসিকৰ এবাৰো ভাবিচোৱা নহ'ল—মানবীয় পিতৃপ্ৰমূলাত যে কুঠাৰাঘাত কৰা হ'ল, উচ্চ নীচ দুই কুলৰ সৃষ্টিকৰি পিচৰ কাললৈ মানৱ ইতিহাসতেই নহয়—মানৱ মনতো ভাঙোনৰ সোঁত বোৱাই দিয়া হ'ল। হায় ইতিহাস! হায় ঐতিহাসিক!!

হাৰণ আৰণ এৰিয়ান বা আৰ্য্য নামৰ ক্ৰমপ্ৰগতিৰ এই যুগটোৱে মা, মানৱ ইতিহাসৰ আটাইতকৈ গৌৰৱপূৰ্ণ যুগ। যদিহে কৃষিপদ্ধতিৰে পেট প্ৰৱৰ্ত্তনৰ ব্যৱস্থা উদ্ঘাটন নহ'লহেঁতেন, মানৱ নামৰ এই জাতিটোৰ স্থিতি ইমান গঞ্জ গজিয়া নহ'লহেঁতেন। মানৱৰ উচ্চ আত্মভূতিক মননক্ৰিয়াৰ এয়াই যেনিবা এক উল্লেখনীয় ফলশ্ৰুতি। অনতিকালেই খাই বৈ বাচি থাকিব পৰা সমগ্ৰ মানৱ জাতিৰ বাবেই গ্ৰহণযোগ্য এনে এক নম্ৰ

সমাধান সবাৰো কুশলাৰ্থে উদ ভাৱণ কৰা হ'ল— উদ্বোধনও কৰা হ ল। সামুহিক জীৱন যাত্ৰা একেসোঁতে বোৱাই নিয়াৰ উদ্দেশ্যে যি কৰা হয় সমগ্ৰ ভাতৃ মানৱৰ বাবেই কৰা হওক—এনে ভাৱ সবাৰো মনত অংকুৰিত হ লত সমগ্ৰ মানৱে নিজৰ স্থিতি ৰক্ষা কৰি আগবাঢ়ি থাকিল অন্য আৰুএক প্ৰগতিৰ উচ্চ শিখৰলৈ। হিৰাত, হৃত হিস্তানী তিক্ৰ আদি এই হাৰণৰ আৰণৰ বা এৰিয়ানৰ যুগৰেই উ পত্তিৰ স্বাক্ষৰ।

কৃষি পদ্ধতিৰে বাচি থকাৰ এনে এক সভ্য উদ ভাৱণ কৰি মানৱে এক নতুন জীৱন পোৱাৰ দৰে অতীৱ সুখ শান্তিৰে জীৱন ধাৰণ কৰিও বহি নাথাকিল—আৰু বহু কিছু জনাৰ বহুকিছু পোৱাৰ উৎকণ্ঠাই তেওঁলোকক বহুদূৰ আগবঢাই থাকিল আৰু এটা সমযত শিক্ষা দীক্ষাৰ সবাৰো গ্ৰহণযোগ্য উপায় উদ ভাৱণ কৰি বিবিধ শিক্ষাৰে জ্ঞান আহৰণ কৰি চৰণ' অৰ্থাৎ জ্ঞানবন্ত হৈ চৰণ'ৰ অৰ্থাৎ জ্ঞানৱন্তৰ যুগত প্ৰৱেশ ঘটিল। এনেকৈয় মা গুহামানৱৰ পৰা প্ৰমোচন লভি 'ৰণ হৈ ভূমি আবিস্কাৰ কৰি ভৰত ৰূপে সেই ভূমিত কৃষি পদ্ধতিৰে অন্ন আবিস্কাৰ কৰি "হা ৰণ হৈ হাৰণৰ পৰা 'চৰণ' হৈছিল। অনাথাই ৰণৰ মাতৃভূমি ৰামৰ পৰাই হাৰণৰ মাতৃভূমিৰে আৰ্য্য হৈ চৰণৰ মাতৃভূমিত শ্ৰীৰাম বা চৰাম ৰূপে বিদিত হৈছিল। বিহাৰৰ চহ চৰামে সেই স্বাক্ষৰ বহন কৰি আজিও আছে। বহুবিতৰ্কিত অসমৰ শ্ৰী বা চিৰি সভ্যতাৰ বাহক এই চৰণৰ পৰাই উৎপত্তি হোৱা। কিন্তু এয়া বৰ দুখৰ কথা মা মানৱৰ ক্ৰমপ্ৰগতিৰ খোজত ৰাখি অহা এনে জলন্ত সাক্ষ্যয়ো নিষ্প্ৰভ হৈ গ ল। আমাৰ শ্ৰুতিবোৰ যে আছে—এই চৰণৰ যুগৰেই স্বাক্ষৰ।

চৰণ অৰ্থাৎ জ্ঞানৱন্ত মানৱৰ জনাৰ উৎকণ্ঠা এতিয়া অন্তহীন।

এতিয়ালৈ যিমানদূৰ জানিলে আৰুবেছিকৈ জনাৰ উৎকণ্ঠাৰে জ্ঞানান্বেষণত দল বান্ধি দলে দলে দূৰ দূৰণিলৈ সি চৰিত হৈ পাৰণৰ অৰ্থাৎ বিজ্ঞ দলৰ অন্য এক নতুন যুগত প্ৰৱেশ কৰিলে। এই পাৰণৰ যুগৰ মানয়ুকে পুৰু পুৰুৰৱা পুৰৱ পৰশুৰাম, পাণ্ডৱ, পুৰুহ, পৃথু পৃথিবী পৰ্ব্বত আৰু পাৰণৰ যুগৰ বিশ্বকে পুৰুষধ আৰু ৰাজ্যকে পুৰুজ, প্ৰাগ প্ৰয়াগ কোৱা হৈছিল। এই যুগটোৱো অনৰ্থক সয়ম্ভুৱ আৰ্য্যৰ উজ্বল পোহৰত ম্লান পৰি ৰ'ল—পোহৰলৈ আৰু নাহিলেই।

মাজনী, তাতো তেওঁলোক ক্ষান্ত নেথাকি বিজ্ঞানৰ অতিব প্ৰগতিৰে কুৰণ+কুৰণ=কুকুৰ বা কুৰুকুৰণ অৰ্থাৎ অতি বিজ্ঞানী হৈ গ্ৰহ গ্ৰহান্তৰত পদাৰ্পন কৰিব পাৰিছিল যে হজৰত মহম্মদৰ মেৰাজ চৰিকত উল্লেখকৰা বোৰাক আৰু ৰফ ৰফ যান, বাই-বেলৰ উদ যান আৰু মহাভাৰতৰ ঢেকীৰ বাহন আদিয়ে তেনে স্বাক্ষৰকে বহণ কৰিয়েই আছে। পাৰণৰ আৰু কুৰণৰ এই দুটা যুগক সামৰিয়েই মহাভাৰত মহাকাব্যৰ সৃষ্টি যে মহাভাৰতৰ কুৰুপাণ্ডৱৰ যুদ্ধই সেইটোকে প্ৰতিপন্ন কৰে। দলীয় প্ৰতিযো গিতাৰ উত্তৰতেই বিজ্ঞানৰ অশেষ প্ৰগতি সাধিছিল যে আৰু দলীয় প্ৰতিযোগিতাৰ ফলতেই ভয়াবহ কৌৰৱ পাণ্ডৱৰ যুদ্ধখন হৈছিল যে আকৌ বিজ্ঞানৰ ধ্বংসাত্মক প্ৰগতিয়ে তেওঁলোকক নি শেষ কৰিছিল যে ইমানাবোৰ জল জল পট পট সাক্ষ্য থকাতো এই যুগটোৱো পোহৰলৈ নাহিল। প্ৰকৃততে নাহিল নহয় হয়তো আহিলহেঁতেন। কিন্তু মা এয়া অতিকৈ দুৰ্ভাগ্যজনক যে তেনে এটা সময়তে পৃথিবী ভীষণ বিপৰ্য্যয়ত পতিত হ ল। বিষুব ৰেখাৰ পৰা উত্তৰলৈ প্ৰায় ৫ অক্ষংশৰ ভিতৰত কিছু কিছু অংশত বাহিৰে পৃথিবীৰ বাকী অ শ পানীৰ বুকুত হেৰাই গ ল। হিমালয় পাৰ্ব্বত্য অঞ্চল অ ক গাতে লাগি থকা

অসম্ভৱ দৰে দুই এটা অঞ্চল কাশ্মিৰকে ধৰি সমৰখণ্ড মধ্য প্ৰাচ্য আৰু আমেৰিকাৰ মিচৌৰি নদীৰ সাবটি কিছু অঞ্চল আৰু সেই অঞ্চলত থকা কিছু মানুহ দুই এক অতীত ঐতিহ্য আৰু কিছু পুৰণি গ্ৰন্থত বাহিৰে বাকী সকলো সাগৰৰ অতল গৰ্ভত বিলীন হৈ গ'ল

হিমালয় পাৰ্ব্বত্য অঞ্চল যি কৃষিৰ বাবে অনুপযোগী মধ্য প্ৰাচ্য অঞ্চল যি এই বিপৰ্য্যয়ত মৰুভূমিলৈ ৰূপান্তৰিত হৈ কৃষিৰবাবে অনুপযোগী হ'ল, ভূমধ্য অঞ্চল যি মাটি গুচি সাগৰ হ'ল, বাচি থকা মানুহখিনিৰ বাবে কৃষি পথাৰৰ নাটনি হৈ বাচি থকাটো দুৰূহ হ'ল। তেতিয়া তেওঁলোকে 'হা অৰ্থাৎ অন্নৰ সন্ধানত হাহাকাৰ কৰি ফুৰিবলৈ ধৰিলে, অন্তত বাচি থকাৰ ক্ষীণ আশা এটা বুকুত বান্ধি লৈ। অন্নৰ সন্ধানী তেওঁলোককে হান কোৱা হ'ল। ইতিহাসত আমি যে হুন সকলক পাওঁ—এই হানৰ পৰাই উৎপত্তি হোৱা। কুচ ফৈদৰ হান সকলকে কুচ হানৰ কুশান কোৱা হৈছিল। ইতিহাসৰ কুশান সকল এওঁলোকেই। আকৌ এঞ্চ ফৈদৰ হান সকলক হান এগাৰে হুন কোৱা হৈছিল। হানৰ ৰাজ্যৰ এগা সকলকে হান জ্য এগাৰে হীন যান কোৱা হৈছিল। বৌদ্ধৰ হীন যান পন্থীক বুজুৱা হীনযানৰ স্বৰূপ প্ৰকৃতাৰ্থত এইটোৱেই। এই হীন যান সকলেই সময়ৰ সোঁতত ভাহি এটা সময়ত যেতিয়া অন্নৰ (কৃষিৰ) ওপৰত বৰ্ত্তী থাকিব পৰা হৈছিল তেতিয়া তেওঁলোকে অন্নৰাজ্য প্ৰতিষ্ঠা কৰি আমহা জ্য এগাৰে মহাযান হৈছিল। সূৰ্য্যবংশীয় বুলি এওঁলোককে আমহা দ' চিৰে মহাদেশী আৰু এই মহাদেশীৰ দেশকে মহাদেশ কৈছিল। আজিৰ এই মহাদেশ বোৰৰ উৎপত্তি এনেকৈয়ে হৈছিল। বৌদ্ধৰ মহাযান পন্থীৰ তাৎপৰ্য্যও এইটোৱেই। এতিয়া বুজিলিনে মা, প্ৰকৃত সত্যৰ পৰা ফালৰি কাটি আমি যে আওবাটে গতি কৰিছো?

ধৰ্ম্মীয় গ্ৰন্থ বুলি আমি যিবোৰ গ্ৰহণ কৰিছো, সেইবোৰ কোনো ধৰ্ম্মীয় গ্ৰন্থ নহয় যে সেইটো মই উল্লেখি আহিছোৱেই। ইতি-মধ্যে তই এইবোৰ কথা ভালদৰে উপলব্ধি কৰিব পাৰিছ বুলিয়েই মোৰ বিশ্বাস হৈছে।

তেনেএটি বিপৰ্যয়ৰ মূহূৰ্ত্তত বাচি থকা আটাইখিনি মানুহেই যে হাস বা ছাগ হৈছিল—সেইটো এতিয়া বুজি পালি নহয় মা? অসুৰৰ সন্ধানী এই মানুহখিনিয়েই সূৰ্য্যবংশীয় বুলি জ্ঞান দৰে চিন হৈছিল। হিন্দু শব্দৰ তাৎপৰ্য্যও ইমানেই। হিন্দু বুলি কোনো ধৰ্ম্ম তেতিয়াও নাছিল—আজিও নাই। কেবল আছিল মাত্ৰ ক্ৰমবিৱৰ্ত্তণৰ সোঁতত মানৱে ক্ৰমপ্ৰগতিৰে উটি ভাহি এটা অতিশক দূৰ্যোগপূৰ্ণ মূহূৰ্ত্তত ঠাউনি বিচাৰি সাবটি লোৱা হিন্দু নামটো মানৱজাতিৰ অৱক্ষয়ৰ প্ৰতীক স্বাক্ষৰ যদিও ধৰ্ম্মৰ ভূষণেৰে সাজি কাচি বিসঙ্গতি ঘটোৱা হ'ল—সাম্প্ৰদায়িক বিভেদৰ বীজ সিঁচি দি মানৱৰ মানৱীয় মূল্যবোধৰ বুকুত বিহগছ এজুপি কৰাই দিয়া হ'ল। সমগ্ৰ মানৱেই যে নীয়তিৰ কড়াল গ্ৰাসত পৰি হিন্দু হৈছিল তাৰ স্বাক্ষৰ আজিও হেৰাই যোৱা নাই। সমগ্ৰ বিশ্বতে বিয়পি থকা সেই স্বাক্ষৰ বোৰেই আমাৰ আজিৰ বিসঙ্গতিক পুন সঙ্গতি লগাবলৈ হাতবাউল দি মাতিয়েই আছে। সুক্ষ্মদৃষ্টিৰে চালে সেই হাতবাউল তয়ো দেখিবি মা।

এদিন ঢুদিনকৈ বাগৰ লগাই সগাই দিনবোৰ কালৰ বুকুত হেৰাই গৈছিল মানে সময়ৰ খোজে খোজে ক্ৰমে ক্ৰমে সাগৰৰ বুকুৰ পৰাও এক দুই খণ্ডকৈ ঠাই মূৰ দাঙি ঠিয় দিছিল। হাস সকলেও দল বান্ধি দলে দলে সেই সেই ঠাইবোৰত মূৰ গুজি লৈছিল। যিমানেই ঠাই বাঢ়ি আহিছিল, সিমানেই তেওঁ লোকেও বিস্তৃতি লভিছিল। সমগ্ৰ বিশ্ববাসী আমি আজিও

কেনেকৈ হান ময় হৈয়ে আছো—প্ৰথম বিস্তৃতিৰ স্বাক্ষৰ বহন কৰি থকা ভূখণ্ড বোৰলৈয়ে এবাৰ চাচোন বাৰু ? এই যে অষ্ট্ৰিয়া হাঙ্গেৰি ইংলেণ্ড আন্দোৰা ইটালীত এপেনাইন বলজিয়ামত এণ্টোৱাৰ্প তুৰস্কত আঙ্কাৰা আফ্ৰিকাত আঙ্গোলা, আমেৰিকাত ইন্দিয়ানা, হিস্পানিয়ালা হিন লালা আনদিজ উত্তৰ আমেৰিকাত আনাহেইম (আনহাম, আহোম) আনলিগোষ্টি ভাৰতত হিন্দুকুশ চীনত আন সান, আন্তং, হাইনান হোৱা হো জাপানত হানয় হংকং, হান সু হকাইদো, বাৰ্মাত হেন জেদা ভাৰতমহাসাগৰত আন্দামান ইন্দোনেচিয়া অষ্ট্ৰেলিয়াত হাগেনদাৰ আদি শব্দবোৰৰ লগত এই হান শব্দটো ওত প্ৰোত ভাবে লাগিয়েই আছে ।

অকল ইমানেই নহয় মা আমাৰ আটাকেইখন মহাদেশৰ নামৰ উৎপত্তিৰ আদি অক্ষৰেই যে হান' এই কথাটো তই কাহানিও মন কৰিছ নে বাৰু ? চা কেনেকৈ হান বণ পাৰে, হান ৰোপৰ পৰা আনৰোপ হৈ ইউৰোপ হৈছে । ঠিক তেনেকৈয়ে হান-চিয়াৰ পৰা আন চিয়া হৈ এচিযা হান ষ্ট্ৰেলিয়াৰ পৰা আন ষ্ট্ৰেলিয়া হৈ অষ্ট্ৰেলিয়া, হান মেৰিকাৰ পৰা আনমেৰিকা হৈ আমেৰিকা আৰু হান ফ্ৰিকাৰ পৰা আন ফ্ৰিকা হৈ আফ্ৰিকা হৈছে । এই সূত্ৰতে আম হান দ চি বে মহাদেশ বা মহাদেশী হৈ সূৰ্য্যবংশীয় অন্নসন্ধানীৰ মাতৃভূমিও প্ৰতিস্থিত হৈছিল ।

এতিয়া বুজি পালি নে মা, এয়া যে মানৱ ইতিহাসত মানৱৰ ক্ৰমবিবৰ্ত্তনৰেই কালজয়ী স্বাক্ষৰ ? হা চ আমৰেই উৎপত্তি হোৱা অসম নামো কৃষক সন্তান আৰু পিচলৈ অন্নৰ সন্ধানী সন্তানৰেই সৃষ্টিধৰ্মীয় মিলন। সদায় চৰ্বিতচৰ্ব্বন কৰি থকা এনে বোৰ জলজল পট পট শব্দতেই যিবোৰত বিশ্বজগতৰ এনে বহু অৰ্থপূৰ্ণ ৰহস্য নিহীত হৈ আছে—চিন্তনীয় একো নাইনে মা ?

## ১৬

মাজনী সৃষ্টিৰ দিনৰে পৰা মানুহ সমাজৰ ক্ৰিয়াপ্ৰক্ৰিয়া ধ্যান ধাৰণাক পৌৰাণিক ঐতিহাসিক আৰু আধুনিক এই তিনিটা মূল পদ্ধতিৰ লিপিবদ্ধ বা নথিভুক্ত কৰি অহা হৈছে। এই তিনি পদ্ধতিৰ ভিতৰত আটাইতকৈ বিভ্ৰান্তিমূলক হ'ল পৌৰাণিক পদ্ধতি। পৌৰাণিক যি কোনো ধাৰণা, তত্ত্ব বা জৈৱিক অস্তিত্বপূৰ্ণ চৰিত্ৰ সমূহক ধৰ্ম্মৰ অন্ধকাৰ গুহাত যুগে যুগে আমি সংৰক্ষিত কৰি আহিছো। ধৰ্ম্মৰ দোহাইদি এতিয়াৰ এইবোৰ অসূৰ্য্যম্পৰ্শা অচ্যুতকন্যা। কিন্তু কিয়? এই কিয়ৰ জবাব হয়তো আমাৰ মাজতেই আছে। ঋষি মুনিৰ উপলব্ধ সত্য অপাত দৃষ্টিত দুৰ্ব্বোধ্য। সত্যক বুজিবলৈ আমাৰ সাধনাৰ অভাৱ। গতিকে, এই উপলব্ধ সত্যবোৰৰ উল্লেখ থকা বেদ বেদান্ত সংহিতা, পুৰাণ আদিক ধৰ্ম্মৰ প্ৰলেপেৰে কেৱল সংৰক্ষণ নকৰি উপায় কি? চিৰিয়াখানাৰ হিংস্ৰ বাঘটো এৰি দিলে যেনেকৈ সি মানুহৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰিব, ঠিক তেনেকৈ পৌৰাণিক বহু কাহিনী বা তত্ত্ব সৰ্ব্বসাধাৰণৰ মাজত মেলি দিলে সেই একে সন্ত্ৰাসৰ সৃষ্টি হ'ব, সেয়েহে সংৰক্ষণ। মহাভাৰতৰ শ্ৰীকৃষ্ণক ৰামায়ণত দেখা পালে বা এজন কশ্যপৰ আবিৰ্ভাৱ বহুযুগতে বহুধৰণে হ'লে নতুবা শৰীৰৰ ঘামৰ পৰা বা ইচ্ছানিৰ্গত ওম" শব্দৰ দ্বাৰা মানুহ বা দেৱতা সৃষ্টি হ'লে মানুহৰ বুদ্ধি বা বিশ্লেষণৰ আউল নেলাগিবনে? এইবোৰ বিভ্ৰান্তিৰ বৈজ্ঞানিক মিমাংসা আজিলৈকে হোৱা নাই। আজিৰ দৃষ্টিত অবৈজ্ঞানিক বা অস্বাভাৱিক কিবা এটা কোনো অতীতত বৈজ্ঞানিক বা স্বাভাৱিক আছিল বুলি কোৱা বুঢ়ী আইৰ সাধু শুনিবলৈ আধুনিক যুগৰ অত্যুদ্ধিৎসু মানুহ কেতিয়াও

প্ৰস্তুত নহয়। কিন্তু সত্য উদ্ঘাটন নোহোৱাকৈ থাকিবনে? নাথাকে। প্ৰচেষ্টা কিন্তু যুগে যুগে মানুহৰ মাজত অবিৰত ভাবে চলিয়েই আছে। কেতিয়াবা অনুমান কেতিয়াবা সহ ধৰ্ম্মীতা দৰ্শন কেতিয়াবা যুক্তি আৰু হয়টো কেতিয়াবা পৰীক্ষা নিৰীক্ষা আদি বিভিন্ন উপায়েৰে প্ৰকৃত সত্য উদ্ঘাটন কৰাৰ প্ৰক্ৰিয়া আজিও বৰ্ত্তমান। হলেও আমি কিন্তু ধৰ্ম্মই ঢাকি-থোৱা মূল সত্যবোৰৰ পৰিচয় আজিলৈকে পোৱা নাই আৰু নেপাওঁমা, যদিহে প্ৰচলিত প্ৰচেষ্টাৰ সতে ভাষিক তাৎপৰ্য নামৰ আৰু এক নতুন প্ৰচেষ্টাৰ সংযোজন নঘটাও। বিশ্বৰ ঠাই, দেশ বা মহাদেশৰ নাম ঐতিহ্য, মানুহৰ নাম আদিৰ উৎপত্তিৰ সত্যাসত্য আবিষ্কাৰ কৰিবলৈ হলে এই ভাষিক তাৎপৰ্য্যও সমানেই গুৰুত্বপূৰ্ণ।

হয়নে মা, বিশ্বৰ যিখণ্ড ঠাইত আমি আছো সেইখণ্ড ঠাইক অসম কোৱা হয়? অসমান ভূমিবুলি এইখণ্ড ঠাইক অসম কোৱা হল বা আহোমৰ পৰা অসম হল এনে ধাৰণা অৰ্থহীন। কিয়নো সৃষ্টিধৰ্ম্মীয় হা চ আম ধ্বনিৰে অসম শব্দৰ উৎপত্তি হৈ ভাষিক তাৎপৰ্য্যৰে কৃষক সন্তানৰ মাতৃক বুজায়। এনে তাৎপৰ্য্যৰে ক্ৰমবিৱৰ্ত্তণৰ খোজত খোজ মিলাই চিৰশাশ্বত ৰূপত দেখোন—গিৰিগুহা মানৱে ভূমিৰ সংস্পৰ্শলৈ আহি ভূ-ৰণ-টাই=ভৰত অৰ্থাৎ ভূমিজনা মানৱ হৈ, ভূ ৰণ জ্য=ভৃগু অৰ্থাৎ ভূমি ৰাজ্য প্ৰতিষ্ঠা কৰি ভূ-ৰণ জ্য আৱ=ভাৰ্গৱ অৰ্থাৎ ভূৰাজ্যৰ পিতা ৰূপে বিদিত হৈছিল আৰু ক্ৰমে খোজ আগ-বঢ়াই এটা দিনত সেই ভূমিত কৃষি পদ্ধতি আৱিস্কাৰ কৰি হা ৰণ=হাৰণ, আৰণ এৰিয়ান, ইৰাণীয়ান অৰ্থাৎ অন্নজনা ৰূপে হাৰণ জ্য=আৰ্য্য অৰ্থৎ অন্নৰাজ্য প্ৰতিষ্ঠা কৰি সেই ৰাজ্যৰ হাচ অৰ্থাৎ কৃষক সন্তানৰূপে বিদিত হৈছিল। সেই

দিনৰে পৰা সেই কৃষক সন্তানৰ মাতৃ ৰাজ্যৰ স্বাক্ষৰ বহণ কৰি হাচ আম-জ্য = অচমজ্য = অসম ৰাজ্য অৰ্থাৎ কৃষক সন্তানৰ মাতৃ ৰাজ্য ব' হা + চ + আম + এঞা + জ্য = আচমঞ্জ অৰ্থাৎ গণেশ বা মঙ্গোলীয় যৈদৰ কৃষক সন্তানৰ মাতৃ ৰাজ্য অসমচোন আজিও আছে ? আনকি পৌৰাণিক সমলবোৰেও পৰিবেশৰ সতে সঙ্গতি স্থাপন কৰি সৃষ্টি ধৰ্ম্মীয় অসমৰাজ্যৰ সৃষ্টিৰ সত্য সাৰ্থকতাক প্ৰতিপন্ন কৰে।

হৰিশ্চন্দ্ৰৰ উপাখ্যান জান নহয় মা ? হৰিচন্দ্ৰ আছিল চৰণৰ অৰ্থাৎ জ্ঞানৱন্তৰ যুগৰ জ্ঞান আৰু সত্যৰ মূৰ্ত্তীমান প্ৰতীক। এওঁৰেই ৬ষ্ঠ বংশধৰ জনৰ নাম বাহু। মুনি ঔৰ্বৰ আশ্ৰমত পিতৃ বাহুৰ মৃত্যুৰ পিচত সগৰৰ জন্ম হয়। সগৰৰ মাহীমাকে তেওঁৰ মাকক প্ৰয়োগ কৰা গৰলৰ পৰা জন্ম হোৱা কাৰণে তেওঁৰ নাম সগৰ হোৱাবুলি কোৱা হৈছে। মুনি ঔৰ্বই এওঁক ধনুৰ্বিদ্যা আৰু আগ্নেয়াস্ত্ৰত শিক্ষিত কৰি তোলে।

সগৰে সমসাময়িক সকলো শক্তিকে পৰাভূত কৰি পূবে পশ্চিমে মহাসমূদ্ৰ আৱধি ৰাজ্য বিস্তাৰ কৰিছিল বাবেই এওঁক সমূদ্ৰৰ লগত তুলনা কৰা হৈছে। আখ্যানমতে সাগৰখনো সগৰৰে পুত্ৰ বুলি কোৱা হৈছে। তেতিয়াৰ দিনত ৰজাৰ অধিকৃত অঞ্চল বিশেষক পুত্ৰৰ লগত তুলনা কৰা হৈছিল যে এয়া তাৰেই স্বাক্ষৰ। ইয়াত সাগৰ অঞ্চলো তেওঁৰেই ৰাজ্যৰ ভিতৰুৱা আছিল যে তাকেই কোৱা হৈছে। আনহাতে ৰজাই প্ৰজা বৰ্গক পুত্ৰসম পালন কৰিছিল যে সিও অন্য এক কাৰণ। এইখিনি কথা এইবাবেই কোৱা হ'ল যে সগৰৰ জেষ্ঠপুত্ৰ "অসমঞ্জা" পৰিত্যাক্ত হৈছিল বুলি কোৱা হৈছে। তাৰমানে সগৰৰ ৰাজ্যৰ সৰাত্তোকৈ শ্ৰেষ্ঠ, জেষ্ঠ পুত্ৰসম অসমঞ্জ (অসম + জ্য) অৰ্থাৎ অসম ৰাজ্য পৰিত্যাক্ত হৈছিল যে তাকেই কোৱা

হৈছে। তাৰমানে সগৰৰ ৰাজত্বৰ পূৰ্ব্বেও যে এই অসম ৰাজ্য থন আছিল তাকে কোৱা হোৱা নাই নে? তাৰোপৰি সগৰৰ উত্তৰাধিকাৰী দুষ্মন্তৰ আৰোহণ পৰ্য্যন্ত ব শাক্ৰমত এক বিৰাট শূন্যতাই বিৰাজ কৰিছিল বুলি কোৱাৰ অৰ্থ ইও এই অসম ৰাজ্যখন পৰিত্যক্ত হোৱাটোকে সমৰ্থন কৰে। সেী তাহানিৰে পৰিত্যক্ত সেই অসমখান আজিও অসম হৈয়ে আছে?

বৈদিক সাহিত্যত ভাৰতবৰ্ষক কোনো সীমাৰে চিহ্নিত কৰা নাই যদিও ব্ৰহ্মাবৰ্ত্ত মধ্যদেশ আৰু দক্ষিণাপথ বুলি চিহ্নিত কৰা আছে। আকৌ ঐতৰেয় ব্ৰাহ্মণতো প্ৰতিষ্ঠাদিশ (মধ্যভাগ), প্ৰাচী দিশ (পূৰ্ব্বভাগ), দক্ষিণাদিশ (দক্ষিণভাগ) প্ৰতীচী দিশ (পশ্চিমভাগ), উদীচী দিশ (উত্তৰভাগ)ৰ উল্লেখ আছে। শতপথ ব্ৰাহ্মণৰ ১।৬।৩।১১ শ্লোকত পূব আৰু পশ্চিমৰ মহাসমূদ্ৰৰ উল্লেখ থকালৈ চাই ব্ৰহ্মাবৰ্ত্ত মধ্যদেশ, আৰু দক্ষিনাপথক সাৱতি লোৱা পূবে প্ৰশান্ত মহাসাগৰ আৰু পশ্চিমে আটলাণ্টিক সাগৰৰ স্থিতিকে নিৰ্ণয় কৰা যায়, কিয়নো বেদৰ ১।১৩১।৫।৬ স্তুতিয়েও পূবে আৰু পশ্চিমে এই দুই মহা সাগৰকে সমৰ্থন কৰে। আনকি সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্যয়ো এইটোকে প্ৰতীয়মান কৰে। কিয়নো—মাটিক পানীয়েহে পৃথক কৰিব পাৰে। মাটিৰ সীমা সদায়ে পানী। সেয়ে বিশাল ভূখণ্ডক বিশাল জলধীৰে সীমাৰেখা অংকণ কৰাটো সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্যৰেই সমৰ্থিত সত্য।

তেতিয়াহলে মধ্যদেশে ভাৰতৰ মধ্যস্থানৰূপে গৃহীত সিন্ধু উপত্যকাক দক্ষিণাপথে দক্ষিণদিশে বৈ পৰা দক্ষিণাত্যক আৰু ব্ৰহ্মাবৰ্ত্তই পূবে বৈ পৰা বিহাৰ বঙ্গ অসম, ব্ৰহ্মদেশকে ধৰি প্ৰশান্ত মহাসাগৰ পৰ্য্যন্ত সাৱতি লোৱাটো দেখদেখ সত্য। তাৰোপৰি বিহাৰ, অসম, ব্ৰহ্মকুণ্ড ব্ৰহ্মদেশ, ইৰাৱতী নদীৰ

সৃষ্টিধৰ্মীয় তাৎপৰ্য্যয়ো পূবৰ এইভাগেই যে বেদত উল্লেখিত ব্ৰহ্মাবৰ্ত্ত আছিল এইটোকে নিশ্চিত কৰে। আনহাতে বৈদিক সাহিত্যত উল্লেখিত ব্ৰাহ্মণ, সকলৰ স্থিতি আৰু অস্তিত্বৰ স্বাক্ষযো এই অঞ্চলেই বহন কৰে।

সগৰৰ মৃত্যুৰ পিচত পৌত্ৰ আংশুমানে সিংহাসন আৰোহণ কৰে। আংশুমানৰ ২য় উত্তৰাধিকাৰী জনেই ভগীৰথ যিজনাই স্বৰ্গধামৰ পৰা পুণ্যৰ প্ৰতীক গঙ্গাক বোৱাই আনিছিল বুলি কোৱা হৈছে। এনে প্ৰচেষ্টাৰ বাস্তৱ ৰূপায়ণে হিমালয়ৰ কোনো উচ্চাংগৰ পৰা নলা কাটি জলপ্ৰপাতৰ সৃষ্টি কৰি বোৱাই অনা পৰিশ্ৰুত পানীসোঁতাৰ কথাকে কয়। এনে এক প্ৰচেষ্টাৰেই স্বাক্ষৰ অসমৰ পূৰ্ব্ব দিশত লিকাবালিৰ ওওৰত মালিনী স্থানৰ উত্তৰ পশ্চিম দিশে মাত্ৰ কেইমাইলমানৰ দূৰতে আকাশী গঙ্গা আজিও বিদ্যমান। আকাশীগঙ্গা মালিনী নামেও খ্যাত। এই আকাশীগঙ্গা আৰু মালিনী স্থানৰ মাজ ভাগদি গাই নদী (গঙ্গানদী) ৰূপে আগুৱাই আহি পৰ্ব্বত ভৈয়ামৰ সঙ্গমস্থান যি গোগামুখ (গঙ্গামুখ) নামে বিদিত— চিলাপথাৰ ধেমাজি ঘিলামৰা আৰু উত্তৰ লক্ষীমপুৰৰ মধ্যস্থানত আজিও আছে।

বৈদিক সাহিত্যত উল্লেখিত ভৃগু বা ভাৰ্গৱ সকলকে ব্ৰাহ্মণ কোৱা হৈছে আৰু ব্ৰহ্মাবৰ্ত্তই তেওঁলোকৰ স্থিতিৰ স্বাক্ষৰও বহন কৰিছে। তেনেস্থলতো ব্ৰহ্মকুণ্ড ব্ৰহ্মপুত্ৰ আৰু ব্ৰহ্মাদেশৰ অস্তিত্বই ব্ৰহ্মাবৰ্ত্তৰ অস্তিত্ব স্বীকাৰ নকৰে নতুবা এনে জলন্ত স্বাক্ষৰ বিচাৰি চোৱাৰ দৰ্কাৰ নকৰে—এনে মনোভাৱে দূৰ দৰ্শিতাৰ অভাৱকহে সূচায়। ঋষিক জমদগ্নি, পৰশুৰাম আৰু অগ্নিঔৰ্ব এই ব্ৰাহ্মণবংশৰ উজ্জ্বলতম নাম। এওঁলোকৰ স্থিতিৰ স্বাক্ষৰ কিন্তু এই পূৰ্ব্বদেশেই বহনকৰে। ব্ৰহ্মাদেশৰ 'জম'

নামৰ এক বিৰাট পাৰ্ব্বত্য অঞ্চলে জমদগ্নিৰ স্বাক্ষৰ বহনকৰি আজিও আছে আৰু আছে অসমৰ পুবদিশত পৰশুৰামকুণ্ডই পৰশুৰামৰ স্বাক্ষৰ বহনকৰি। আকৌ ভৈৰৱ কুণ্ডই অগ্নিঔৰ্বৰ আশ্ৰমৰ স্বাক্ষৰকে বহন কৰিযেই আছে। বৰ্ত্তমান এই ভৈৰৱ শব্দটো অপভ্ৰংশ যদিও 'ঔৰ্ব'ৰ পৰা—'ভৈৰ্ব' হৈ ভৈৰৱৰ ৰূপলৈও ঔৰ্বৰ স্থিতি কিন্তু ম্লান কৰা নাই। এই ঔৰ্বৰ আশ্ৰমতে সগৰৰ জন্ম হোৱা বুলি কোৱা হৈছে।

মৰিচৰ পুত্ৰ কশ্যপ। কঠিত আছে কশ্যপে জমদগ্নিৰ যজ্ঞত সহায় সহযোগ আগবঢোৱাৰ ওপৰি পৌৰহিত্যও কৰিছিল। জমদগ্নিযে এই কাৰ্যত সন্তুষ্ট হৈ পৃথিবীখন এওঁৰ হাতত অৰ্পণ কৰিছিল আৰু এওঁৱেই পৰ্শুৰামক পৃথিবীৰ পৰা নিৰ্ব্বাসন দিছিল বুলি কোৱা হৈছে।

আকৌ 'বৈদিক যুগ'[১]ৰ ৩৫৪ পৃষ্ঠাত কোৱা হৈছে অৱ শেষত নিজক পাপ মুক্ত কৰিবলৈ পৰশুৰামে সমস্ত পৃথিবী কশ্যপৰ হাতত অৰ্পণ কৰে। পৃথিবীখনক সম্ভাব্য সকলো আক্ৰমণৰ পৰা মুক্ত কৰাৰ উদ্দেশ্য কশ্যপে পৃথিবীৰ গৰাকী স্বৰূপে পৰশুৰামক পৃথিবীৰ পৰা দেশান্তৰি কৰে। পৰশু ৰামে তেতিয়া সমূদ্ৰৰ পশ্চিম উপকূল কাটি লয় আৰু তাত বসতিস্থাপন কৰে।

কশ্যপৰ হাতত ৰাজ্যখন জমদগ্নিয়ে অৰ্পণ কৰক বা পৰশুৰামকেই কৰক এনে এক মতান্তৰ বিশেষভাৱে ধৰ্ত্তব্য নহয়।

---

বৈদিক যুগ[১] —ভাৰতীয় জনগণৰ সংস্কৃতি আৰু বুৰঞ্জী। ভাৰতীয় বিদ্যাভৱনৰ তত্বাৱধানত প্ৰণীত আৰু এলেন এণ্ড আনউইনৰ দ্বাৰা প্ৰকাশিত। অসম একাডেমীৰ দ্বাৰা অসমীয়া অনুবাদৰ প্ৰথম খণ্ডৰ প্ৰথম প্ৰকাশৰ পৰা উদ্ধৃত।

বিয়নো ব্ৰাহ্মণ বংশৰ বশাৱলীত উৰ্ব্বৰ পুত্ৰ ঋষিক ঋষিকৰ পুত্ৰ জমদগ্নি আৰু জমদগ্নিৰ পুত্ৰ পশু'ৰামক দেখুৱা হৈছে— বৈদিক যুগৰ ৩৫২ পৃষ্ঠাত। সেই কালৰ পৰা বিচাৰি চালে জমদগ্নিৰ ৰাজ্যখন কশ্যপক অৰ্পণ নকৰি পুত্ৰ পশু'ৰামকহে কৰিব লাগিছিল। তেনে অৱস্থাত পশু'ৰামে বিদ্ৰোহ আচ ৰণ কৰাত আচৰিত হ'বলগীয়া একো নাই। তেতিয়া কশ্যপে সেই বিদ্ৰোহ দমন কৰি পশু'ৰামক ৰাজদ্ৰোহী হিচাবে নিৰ্ব্বসন দণ্ড বিহিব পাৰে। (নিৰ্ব্বাসিত পশু'ৰামে তেতিয়া সমুদ্ৰৰ পশ্চিম উপকুল কাটি লৈ তাতে বসতি স্থাপন কৰে বুলি কোৱা হৈছে। (বৈ যুগ পৃ ৩৫৪) ।

উল্লেখ থকাৰ দৰে অসমৰ পূবদিশত অৱস্থিত, পশু'ৰাম কুণ্ডৰ স্থিতিও ঠিক প্ৰশান্ত মহাসাগৰৰ পশ্চিমত। গতিকে পশু'ৰাম কুণ্ডই পশুৰামৰ স্থিতিৰ স্বাক্ষৰকে প্ৰমাণ কৰে। যিহেতু পশু'ৰাম জমদগ্নিৰ বংশজ গতিকে নিৰ্ব্বাসনৰ আগলৈকে পৰশু ৰামৰ বসতিস্থানো পেগু আৰু মান্দালে (মান্দালয়) অঞ্চলকো সাবটি লোৱা জমদগ্নিৰ ৰাজ্যৰ মচিব নোবাৰা স্বাক্ষৰ বহন কৰি থকা ব্ৰহ্মদেশৰ সেই "জম' নামৰ বিৰাট পাৰ্ব্বত্য অঞ্চলেই আছিল। নিৰ্ব্বাসিত পশু'ৰামৰ লগত আহিছিল সেই মানদাল আৰু পেগু অঞ্চলৰে পৰা তেওঁৰ সহযোগী সমৰ্থক সঙ্গী যি সকলে পশু'ৰামকুণ্ডক কেন্দ্ৰ কৰিয়েই বিস্তৃতি লভি সেই দলে আৰু পেগুৰ স্বাক্ষৰকে বহন কৰি অসমৰ ইতিহাসত আজিও উজ্জল নক্ষত্ৰৰ দৰে আদিম ঐতিহ্য বহন কৰিয়েই আছে।

"মকত্ত সুপ্ৰাচীন কালৰ যোদ্ধজন সাৰ্ব্বজনীন সম্ৰাটৰ অন্য তম বুলি কোৱা হৈছে আৰু কোৱা হৈছে-মকত্ত প্ৰবল পৰাক্ৰমী হোৱা স্বত্বেও নাগবোৰৰ পৰা ভীষণ অসুবিধা ভোগ কৰিব-লগীয়া হৈছিল।' ব্ৰহ্মদেশৰ মাৰ্ত্তাবান (মকত্ত+বান) উপ

সাগৰীয় অঞ্চলে মৰুত্তৰ স্থিতিৰ স্বাক্ষৰকে বহন কৰি আজিও আছে। এই নাগসকলৰ স্বাক্ষৰ বহন কৰি মার্ত্তাবানৰ সীমা মুৰীয়া অঞ্চলতে নগা ভাই ভনী সকলো আছে।

মাজনী 'বৈদিক যুগত একেটা কথাকে কেনেকৈ তিনি ঠাইত তিনি ধৰণে কোৱা হৈছে চাচোন? ৩৫।৩৫১ পৃষ্ঠাত কৈছে— আনৱ সকলৰা ক্ষমতা বৃদ্ধি হৈছিল। অনুৰ বংশত উত্তৰাধিকাৰী সূত্ৰে মহামানসে পূব দিশত আৰু পঞ্জাব অভিমুখে আনৱ সকলে আধিপত্য বিস্তাৰ কৰে। আনৱ সকলৰ এক শাখাৰ তিতিক্ষুৰ পূব অভিমুখে গতি কৰি পূব দিশত উপস্থিত হয়হি আৰু পূববিহাৰত এখন নতুন ৰাজ্য স্থাপন কৰে। পিচলৈ ইয়াৰ পৰা পাচখন ৰাজ্যৰ সৃষ্টি হয়—অঙ্গ বঙ্গ কলিঙ্গ পুন্দ্ৰ আৰু সুহ্ম, বালিৰ পুত্ৰৰ মাজত এইবিলাক ৰাজ্য ভগাই দিয়া হৈছিল।'

৩৫৭ পৃষ্ঠাত এইখিনি কথাকে কোৱা হৈছে এনেদৰে— তিতিক্ষুৱে পূবত আনৱ ৰাজ্য স্থাপন কৰে আনৱ ৰজা বালিৰ দিনত এই ৰাজ্যই যথেষ্ট প্ৰসাৰ লাভ কৰে। বালি আছিল সগৰৰ সমসাময়িক পিচলৈ আনৱ ৰাজ্য বালিৰ এই পাচজন পুত্ৰৰ মাজত বিভক্ত হয়—অঙ্গ বঙ্গ, কলিঙ্গ পুন্দ্ৰ সুহ্ম। বালিৰ অনুৰোধক্ৰমে ৰাণী সুদেষ্ণাৰ গৰ্ভত এওঁলোকক ঋষি দীৰ্ঘতমা মামতেয়ই জন্ম দিছিল। মালিনী অঙ্গৰ ৰাজধানী আছিল।

আকৌ ৩৬৪ পৃষ্ঠাত কৈছে—"উশিজৰ পুত্ৰ উতথ্য, তেওঁৰ পত্নী মামতেয়ৰ গৰ্ভত উতথ্য পুত্ৰ জাতান্ধ দীৰ্ঘতমাৰ জন্ম হয়। চূড়ান্ত অসৎ ব্যৱহাৰৰ হেতু দীৰ্ঘতমাক ঘৰৰ পৰা বাজ কৰি গঙ্গাত উটুৱাই দিয়া হয় সোঁতত কিছুদূৰ উটিযোৱাৰ পিচত প্ৰাচ্য আনৱ সকলৰ ৰজা বালিয়ে তেওঁক উদ্ধাৰ কৰে। বালিৰ ইচ্ছাক্ৰমে তেওঁ বালিৰ ৰাণীৰ গৰ্ভত উল্লেখ কৰাৰ দৰে পাচটা

সন্তানৰ জন্ম দিয়ে।'

মাজনী, উক্ত তিনিওখিনি পৰস্পৰ বিৰোধী কথাৰ মূল উদ্দেশ্য অঙ্গ, বঙ্গ কলিঙ্গ পুন্দ্ৰ আৰু সুহ্ম এই পাচটা শব্দক প্ৰতিস্থা কৰাই নহয় নে? এইকেইটা শব্দকে এঠাইত কোৱা হৈছে পুত্ৰ আৰু আন ঠাইত কোৱা হৈছে ৰাজ্য—যেনেকৈ অসম ৰাজ্যখনকো কোৱা হৈছে সগৰৰ পুত্ৰ।

আকৌ, উতথ্যপুত্ৰ দীৰ্ঘতমা যি জন্মতেই অন্ধ তাৰ অকৌ চূড়ান্ত অসৎ ব্যৱহাৰ? আনৱ ৰজা নপুংসক আছিল নেকি? নহ'লে তেওঁৰ ইচ্ছাত এই পানীত ভাহি অহা জাতান্ধাৰ (পিচত দৃষ্টিশক্তি ঘূৰাই পোৱা বুলি কোৱা হৈছে যেতিয়া কণাই আছিল) হাতত নিজৰ স্ত্ৰী ৰাণীক গটাই দি পাচটা সন্তান জন্ম দিব লগা হয়নে? হায় ঐতিহাসিক! এই পাচটা শব্দই ৰাজ্যকে বুজায় নে পুত্ৰকে বুজায় তাৰ শুদ্ধ উত্তৰ এটা দিবলৈ সৎসাহস এটা নহল কিয়? কণাৰদলি মাৰি দিলা—যিয়েই যিধৰে ধৰক? অমুকে অমুক ক'লে, তমুকে তমুক ক'লে ভমুকে ভমুক ক'লে—কিন্তু তুমি ক'লা কি?

আকৌ ৫৩ পৃষ্ঠাত আছে—দেখা যায় যে পুৰাণ সমূহত ভিন্ ভিন বিশ্বামিত্ৰৰ নানাবিধ বিবৰণ সংযুক্ত কৰি একাকাৰ কৰি দেখুওৱা হৈছে। উদাহৰণ স্বৰূপে শকুন্তলাৰ পিতৃ বিশ্বামিত্ৰ ৰামৰ সমসাময়িক বিশ্বামিত্ৰ হৰিশ্চন্দ্ৰ, জমদগ্নি শূনহশেপ আৰু সুদাশ কৰণ—ঐলুশ আৰু দাশৰাকৰ সমসাময়িক বিশ্বামিত্ৰ সম্পূৰ্ণ পৃথক্ পৃথক্ ব্যক্তি আছিল। বিৰাট ব্যৱধানত ভিন ভিন যুগৰ বিভিন্ন ঘটনাৱলীৰ বীৰ সকলক পুৰাণত সংকুচিত কৰি মাত্ৰ এজনক ব্যক্তিত্ব স্বৰূপে দেখুৱা হৈছে, ফলত সৃষ্টি হৈছে কালসূচীত যথেষ্ট বিভ্ৰাট আৰু বংশাণুক্ৰমিক তালিকাত বিশৃঙ্খলা।"

আকৌ সেই একে পৃষ্ঠাতে কি কোৱা হ'ল ? "বংশানু ক্ৰমিক তালিকা মতে দশৰথৰ পুত্ৰ ৰামৰ সময়তকৈ পৰশুৰাম বহু পুৰুষৰ পূৰ্ব্বৰ। তথাপি ৰামায়ণ আৰু মহাভাৰতত এই বীৰ সকলৰ লগত তেওঁৰ যোগাযোগ দেখুৱা হৈছে। যথা তেওঁবোলে সীতাৰ লগত বিবাহ কাৰ্য্য সম্পন্ন হোৱাৰ পিচত ৰামৰ সন্মুখত উপস্থিত হৈছিল, জৰাসন্ধৰ আক্ৰমণবোৰৰ বিৰুদ্ধে নিৰাপদ আশ্ৰয়স্থল সম্পৰ্কে বলৰাম আৰু কৃষ্ণক উপ দেশ দিছিল, তেওঁবোলে ভীষ্ম দ্ৰোণ আৰু কৰ্ণৰ গুৰু আছিল, ভীষ্মৰ বিৰুদ্ধে তেওঁ যুদ্ধ দিছিল পাণ্ডৱ সকলৰ বিৰুদ্ধে অস্ত্ৰ নধৰিবলৈ দুৰ্য্যোধনক তেওঁ উপদেশ দিছিল ইত্যাদি ইত্যাদি"

"এইবিলাক স্পষ্টভাবে কালগণনাৰ বিভ্ৰাটৰ উদাহৰণ — বুলি কব, "মহাভাৰ্গৱ মুনিৰ লগত তেওঁলোকৰ বীৰ সকলৰ যোগাযোগ প্ৰদৰ্শণ কৰিবলৈ উৎকণ্ঠিত হৈ মহাকাব্য দমনৰ লেখক সকলে এনে কৰিছিল বুলি ক'ব — আমি শুনিম শুনি থাকিম আৰু তাকে শুদ্ধ উত্তৰ বুলি ধৰিম— ধৰি থাকিম। আকৌ কব— এনে ধৰণৰ প্ৰত্যক্ষ কালগণনা বিভ্ৰমক দূৰ কৰিবলৈ পৰবৰ্ত্তী সময় এটাত এটা 'তত্ত্ব" প্ৰচাৰিত হ'ল যে পৰশুৰাম চিৰঞ্জীৱ আছিল —বা কি সুন্দৰ তত্ত্ব, কি সুন্দৰ উত্তৰ! —এনেবোৰ কথাক ইতিহাস কয় নেকি ? পিতৃ পুৰুষৰ ক্ৰম ৰক্ষা কৰি উত্তৰ পুৰুষৰ সতে সঙ্গতি স্থাপন নকৰিলে ইতিহাস হয় নেকি ? এই ক্ৰম ৰক্ষা কৰিব নেজানিলে বুলিয়েই মহাকাব্য দমনৰ লেখক সকলৰ ওপৰত দোষ জাপি দি আঁতৰি আহিব নেকি নতুবা পৰশুৰামক চীৰঞ্জীৱ বুলি এটা অসমৰ্থিত তথ্যকে সত্য বুলি কৈ গা এৰা দিব নেকি ?

ঔ মা, উক্ত কথাখিনি বৰ উত্তেজনা বসত কৈ পালো যদিও

মই এনেয়ে কোৱা নাই। চা, আনন্ন ৰজা বালিৰ ৰাজ্যৰ খোজৰ চিন ৰালিপাৰাৰ পৰা বালিজুৰি হৈ লিকাবালি পৰ্য্যন্ত আজিও মচা যোৱা নাই আৰু যোৱা নাই সেই বালিৰেই পুত্ৰ বানৰ শোণিতপুৰৰ। লিকাবালিৰ ওচৰতে আছে সেই অঙ্গৰ ৰাজধানী মালিনীস্থানো। এই মালিনী স্থানত খনন কাৰ্য্য চলালে ই এখন ৰাজধানী যে আছিল—হয়তো এই সত্যই প্ৰতিপন্ন হ ব। যদি সেইটোৱেই হয় তেনেহ'লে অসমঞ্জাই যে অঙ্গৰ ৰূপ লৈছিল সেইটোৱো ওলাই নপৰিবনে? আকৌ জাত্যান্ধ দীৰ্ঘতমা যাক গঙ্গাত উটুৱাই দিয়া বুলি কোৱা হৈছে— সেই জাত্যান্ধই গঙ্গাৰে অসমৰ বুকুলৈ প্ৰবজনৰ স্বাক্ষৰ বহন নকাৰবনে? আনহাতে সাই যদি ব্ৰহ্মৰূপ পৰিগ্ৰহণ কৰি পুন্দ্ৰকে পুত্ৰ ৰূপ সাবটি ধৰে ব্ৰহ্মপুত্ৰই সেই প্ৰবজক দলৰে ব্ৰহ্মপুত্ৰ উপত্যাকাত তেওঁলোকৰ বৃদ্ধি আৰু বিস্তৃতিৰ স্বাক্ষৰ বহন নকৰিবনে? আৰু লগতে গঙ্গামাতৃৰ প্ৰব্ৰজক দলৰ স্বাক্ষৰ বহন কৰি থকা কুন+আম ৰণ পাৰে উৎপত্তি হোৱা কামৰূপৰ সৃষ্টিৰ সত্যতা প্ৰতিপন্ন নকৰিবনে? তাৰোপৰি অনু, আনন্ন অনুপ, জাতান্ধ দীৰ্ঘতমা মহামানস তিতিক্ষু প্ৰাচ্য আদি শব্দ বোৰেই বা কি কম বুলি ৰৈ আছে?

মাজনী ইতিহাসত থকা এনে নামধৰ্ম্মী শব্দবোৰ আমাৰ অতীজ শাস্ত্ৰবোৰৰ পৰাই আহৰণ কৰা। অতীজ শাস্ত্ৰ বোৰত সৃষ্টিধৰ্ম্মীয় এনেবোৰ শব্দই ঠাহ খাই আছে। সেই শব্দবোৰ আমি বুতলিছে আনো, কিন্তু নেজানো সেই শব্দবোৰে প্ৰকৃততে দেশকে বুজায় নে ৰজাকে বুজায় নে প্ৰজাকে বুজায় নে জাতিক বুজায়, নে মানুহকে বুজায়, নে পৰ্ব্বত, পাহাৰ, নদীনলাকে বুজায়—যিটো কাৰণতে নেকি আমি মূলৰ পৰা আঁতৰি পৰো আৰু কোনো এটা স্থীৰ সিদ্ধান্তত উপনীত হ ব নোৱাৰো।

ম'জনীমোৰ অতীত শাস্ত্ৰত থকা এনেবোৰ শব্দৰ উৎপত্তিৰ মূল একোটা আছে আৰু মূলগত অৰ্থও একোটা আছে। এই শব্দবোৰ একেটা দিনতে বা একেটা যুগতে উৎপত্তি হোৱা নাছিল। গতিকে উৎপত্তিৰ ক্ৰমো একোটা আছে। এই ক্ৰমেই মানৱৰ ক্ৰমপ্ৰগতিৰ খোজ। এই ক্ৰমৰ সৈতে শব্দ বা ভাষাৰ ক্ৰমবিকাশৰো সম্পৰ্ক এটা আছে। গতিকে আটাইবোৰ দিশৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখি আগবাঢ়িলেহে আমি শুদ্ধ উত্তৰ আশা কৰিব পাৰো আৰু শুদ্ধ পথে খোজ আগুৱাব পাৰো। সিয়েহে সত্যউদঘাটনৰ প্ৰচলিত পদ্ধতিৰ সৈতে ভাষিক তৎপৰ্য্যৰ সংযোজন আতিব প্ৰয়োজন। অন্যথাই আমি জবাবদৰে কোনো সত্যই সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহ'ব আৰু আমিও সত্যক বিচাৰি এন্ধাৰত বাট বুলি আজিৰ দৰে অ'ত থপিয়াই ত'ত থপিয়াই হাবুথুবু খায়েই ফুৰিব লাগিব।

## ১৭

মাজনীমোৰ তোক হয়তো কেতিয়াবা ঐতিহাসিক জটিলতা, কেতিয়াবা তাত্বিক জড়তা আৰু হয়তো কেতিয়াবা ভাষিক দুৰ্ব্বোধ্যতাৰ মাজলৈ ঠেলি দিছো আৰু হয়তো বহু সময়ত অপ্ৰিয় সত্যৰ অৱতাৰণা কৰি বিতৰ্কৰো সৃষ্টি কৰিছো। কিন্তু কিয়? সেয়া তই জান। তোৰ মানসিক প্ৰস্তুতি আছে—জটিলতাক সৰল কৰাৰ, জড়ত্বত প্ৰাণ বিচাৰি পোৱাৰ, আৰু আছে—দুৰ্ব্বোধ্যতাত বোধগম্যতাৰ সন্ধান আবিষ্কাৰ কৰাৰ। সেয়েহে, তোকেহে ক'ব লাগিব—আৰু যে মোৰ কোনো নাইজ' মাজনী। আবুৰ উদঙাই সচাৰ নগ্নৰূপ প্ৰত্যক্ষ কৰিবলৈ

আজিৰ সমাজৰ কোনোৱেই যে প্ৰস্তুত নহয়!

বেদকে ধৰি আমাৰ আদিম শাস্ত্ৰসমূহত এনে কিছুমান ৰহস্যাবৃত তথ্য লুকাই আছে যা যাক আমাৰ সাধাৰণ জ্ঞানেৰে ঢুকি পোৱা অসম্ভৱ। যুগে যুগে যি এটা ৰহস্যই আমাৰ পূৰ্ব্ব-পুৰুষ, ঋষি মুনি বিদ্বান বিদুষী সকলক নানা সাধনা কৰাৰ অনুপ্ৰেৰণা যোগাই আহিছে সেয়া হ'ল সৃষ্টি ৰহস্য। কিতাপৰ পাতত সৃষ্টি-ৰহস্যৰ কথা ক বলৈ যোৱাটো আপাতদৃষ্টিত খুবেই হাস্যকৰ কথা। যুগে যুগে শাস্ত্ৰত উল্লেখিত প্ৰতীকধৰ্ম্মী কাহিনীবোৰ কিন্তু আমাৰ মাজত একোটা সাধাৰণ কাহিনী হৈয়েই ৰ'ল—ই বৰ পৰিতাপৰ কথা। আমাৰ শাস্ত্ৰসমূহৰ পাতে পাতে কাহিনী আকাৰে বৰ্ণনা কৰা এনে বহুকথাই প্ৰতীকধৰ্ম্মী। কোনো তত্ত্ব বা ৰহস্যৰ কথা বোধগম্য কৰাৰ প্ৰয়াসেৰে সেই সময়ত প্ৰতীকৰ আশ্ৰয় লোৱা হৈছিল। সৃষ্টি ৰহস্যৰ আঁত বিচাৰিবলৈ হলেও আমি এই প্ৰতীকবোৰৰ প্ৰকৃত তাৎপৰ্য্য উলিয়াই ল ব লাগিব। একো একোখন শাস্ত্ৰ একো একোজনা মহৰ্ষি বা মহামুনিৰ সত্য উপলব্ধিৰ মধুৰ স্বাক্ষৰ। জলদস্যুৰ গুপ্তধন উদ্ধাৰ কৰিবলৈ হ'লে, যেনেকৈ পৃথিবীত অলিখিত কিবা এটা প্ৰতীকৰ ইঙ্গিত নুবুজিলে সেয়া সম্ভৱ নহয় ঠিক তেনেকৈ অতীজ শাস্ত্ৰবোৰত থকা প্ৰতীকধৰ্ম্মী শব্দবোৰৰ ইঙ্গিত বা তাৎপৰ্য্য আৱিস্কাৰ কৰিব নোৱাৰিলে ই সদায়ে ৰহস্যঘন হৈয়েই থাকিব। এনেকুৱা কিছুমান প্ৰতীকৰ সহায়তেই সৃষ্টিৰহস্যৰ আদ্যোপান্ত বৰ্ণনা কৰি থোৱা আছে। বহুক্ষেত্ৰত কোনো নক্ষত্ৰৰ বিস্ফোৰণ ঘটি সৃষ্টি হোৱা গ্ৰহ বা উপগ্ৰহৰ স্থূল আকৃতিৰ পৰিচয়ৰ বাহিৰে আনবোৰ অন্তৰ্নিহিত অৰ্থৰ আমি আজিলৈকে কোনো সন্ধান পোৱা নাই। অকল বিস্ফোৰণ-জনিত কাৰণেই এটা গ্ৰহ বা উপগ্ৰহৰ সম্পূৰ্ণ পৰিচয় নহয়। কোনো

প্ৰহত্ত থকা জৈৱিক্ অস্তিত্ব বা ইয়াৰ জীৱানুকূল পৰিবেশ, বিশেষ কিবা এক প্ৰক্ৰিয়াৰ ফলাফল। এই প্ৰক্ৰিয়াৰ হুবহু ব্যাখ্যা সীমিত বুদ্ধিৰ মানৱ সমাজৰ কাৰণে খুবেই দুৰ্ব্বোধ্য। সেয়েহে, এই সত্য উদঘাটন কৰি থোৱা মনীষি সকলে বহু সময়ত গ্ৰহ বা নক্ষত্ৰ এটাকো মানৱীয় চৰিত্ৰৰ চাৰিত্ৰিক বৈশি ষ্টৰে ৰূপায়িত কৰি থৈ গৈছে। যি শব্দৰে এই নামবোৰ নামাকৰণ কৰা হৈছে সেই শব্দ তথা নামবোৰৰ সৃষ্টিধৰ্মীয় অৰ্থ এবাৰ উলিয়াই ল'ব পাৰিলেই জটিলতম্ সৃষ্টি ৰহস্যও দুৰ্ব্বোধ্য ৰহস্য হৈ নাথাকে।

কোনো এটা কথাই হওক বা নামেই হওক, এনেয়েটো উৎপত্তি নহয় নে'? উৎপত্তি যেতিয়া হৈছেই, তাৰ উৎপত্তিৰ সৃষ্টিধৰ্মীয় মূল এটাও নিশ্চয় আছে। তেনেহ'লে আমি তাক উলিয়াম কেনেকৈ? যিহেতু ধ্বনিয়েই মানৱৰ শব্দ বা ভাষাৰ আদিম মূল, গতিকে সেই ধ্বনিতেই আছে ইয়াৰ মূল। সেই ধ্বনিবোৰনো কি কি আছিল আৰু সেইবোৰে কি কি অৰ্থ প্ৰকাশ কৰিছিল—সেইটো বিচাৰি উলিয়াই ল'ব পাৰিলেই হ'ল। বাটকটীয়াৰূপে মই সেই ধ্বনিবোৰ আৰু তাৰ অৰ্থবোৰ দি আছোৱেই। আদিম শাস্ত্ৰবোৰৰ পাততেই এই ধ্বনিবোৰ বিচাৰিলে সহজে পোৱাকৈয়ে আছে। মাত্ৰ ভাষিক তাৎপৰ্য্যৰ প্ৰচেষ্টা হাতত ল'লেই হ'ল।

মাজনী, মানৱ ইতিহাসৰ ঐতিহাসিক সত্যৰ সম্বল, ভাষিক তাৎপৰ্য্যৰ আঁৰত কিদৰেনো লুকাই আছে আৰু তাৰ সতে কেনেকৈ সঙ্গতি স্থাপন কৰিব পাৰি, আকৌ এবাৰ সৃষ্টিৰহস্যৰ পম খেদিয়েই কৈছো বাৰু—শুন।

"মনুৰ জেষ্ঠ পুত্ৰৰ বোলে পুৰুষ ইল আৰু নাৰী ইলাৰ ৰূপত দ্বৈত ভূমিকা আছিল। নাৰীৰূপত ইলা বুধৰ লগত

বিবাহ পাশত আবদ্ধ হৈছিল। বুধৰ লগত মিলনৰ ফলতে ঐলৰ জন্ম হৈছিল। ইলা ৰূপান্তৰিত হৈ সুদ্যুম্ন নামে কিংপুৰুষত পৰিণত হয়। এওঁৰ পৰা সৌদ্যুম্ন সকল উদ্ভূত।' বৈদিক যুগত উল্লেখ থকা এই কথাখিনিতেই যা লুকাই আছে সৃষ্টি ৰহস্যৰ আদ্যোপান্ত।

কেনেকৈ চা—যিহেতু সৃষ্টি ধৰ্ম্মীয় হা+ল ধ্বনিৰ ইলা বা ঐল শব্দৰ উৎপত্তি হৈ অগ্নিগিৰিক বুজায় গতিকে প্ৰতীক-ধৰ্ম্মী ইল বা ইলাই নি সন্দেহে আমাৰ আদিম পৃথিবীৰ উৎপত্তিৰ স্থলকে বুজায়। আকৌ বুধে সূৰ্য্যৰ আটাইতকৈ ওচৰ গ্ৰহটোক বুজায়।

তেনেহ লে কি সূত্ৰে ইলাক (পৃথিবীক) বুধৰ লগত বিবাহ সূত্ৰে আবদ্ধ কৰা হ ল? নিশ্চয় ইয়াত কিবা এক বাস্তৱ সত্য নিহিত হৈ আছে আৰু এই নিহিত সত্যটোৰ আঁৰত এইখিনি কথা নাইনে—যে বুধ যিহেতু সূৰ্য্যৰ আটাইতকৈ ওচৰ গ্ৰহ, মাত্ৰ ৫৮ কোটি কিলোমিটাৰ দূৰত্বতে অৱস্থিত গতিকে অতি উত্তপ্ত হ'বই আৰু আগতে কৈ অহাৰ দৰে তাত বিস্ফোৰণ ঘটাটো একো অস্বাভাবিকো নহয়। গতিকে এনে এটা সিদ্ধান্তত আহিব নোৱাৰিনে—যে বুধৰ বিস্ফোৰিত শিল খণ্ডৰেই ইলাৰ (পৃথিবীৰ) সৃষ্টি? সেইদিশৰ পৰা যিহেতু ইলা বুধৰ শৌৰ্য্য-বীৰ্য্যৰেই সৃষ্ট আৰু পুষ্ট, গতিকে সেই শৌৰ্য্য বীৰ্য্যৰেই সূৰ্য্যৰ ক্ৰিয়া প্ৰক্ৰিয়াৰ ফলতে ইলাৰ গৰ্ভতেই শিল ক্ৰমে মাটিলৈ ৰূপান্তৰিত হৈ গছ গছনি, পোক পৰুৱা চৰাই-চিৰিকতি, জীৱ-জন্তু আৰু মানুহো জন্মিছিল বাবেই বুধৰ লগত ইলাৰ বিবাহ সম্পৰ্ক হয়তো দেখুওৱা হৈছে, আৰু সেই বাবেই নেকি ইলাৰ (পৃথিবীৰ) সৃষ্টিত পিতৃত্বৰ ভূমিকা এক আৰু এই ইলাত উদ্ভিদ আৰু প্ৰাণী জগতৰ জৈৱিক অস্তিত্বৰ

উপাদান জনিত কাৰণতেই স্বামীত্বৰ ভূমিকাত দুই—এই দ্বৈত ভূমিকাত বুধকো মানৱীয় চৰিত্ৰৰ চাৰিত্ৰিক বৈশিষ্টৰে ৰূপায়িত কৰা হ'ল। অকল ইয়ানেই নহয় মা 'লোপমুদ্ৰা'ৰ ক্ষেত্ৰতো অগস্ত্য মুনিক পিতৃত্ব আৰু স্বামীত্বৰ দ্বৈত ভূমিকাত অৱতীৰ্ণ কৰোৱা হৈছে। এই অগস্ত্য শব্দটোৰো হা জ্য চটাই ধ্বনিৰে উৎপত্তি হৈ অন্নৰাজ্য ওৰফে অন্নমাতৃ ইলাতে মানৱ সন্তানৰ অস্তিত্বৰ স্বাক্ষৰকে অকল প্ৰতিপন্ন নকৰে আনকি ল প আম -দ ৰণ ধ্বনিৰে উৎপত্তি হোৱা লোপমুদ্ৰায়ো সেই অন্নগিৰি ইলাতেই মানৱক নেৰি আৰু এৰাজ আগবঢ়াই পিৰিমাতৃত সূৰ্য্যবংশীয় বিজ্ঞদলৰ অস্তিত্বৰ "ৰণ"ৰ অৰ্থাৎ মানৱ যে ক্ৰমে জনাবুজা বা বিজ্ঞ হৈ আছিছিল তাৰো স বাদ বহন কৰে। এই অন্নগিৰিৰ মানৱ সন্তান চটাইকেই নাৰীৰূপত সীতাৰূপে ৰামায়ণত আৰু এই ইলাকেই অলিন ৰূপে বেদত, আৰু এই অলিনকে অলেন হলেন বা হেলো ৰূপে ইলিয়াদ ওদিচিত নায়িকাৰ ভূমিকাত অৱতীৰ্ণ কৰাইছিল। এই শব্দটোৱে আকৌ, ইলি বা ইলাকেই সামৰি হা+ল য়ান দ ধ্বনিৰে উৎপত্তি হৈ অন্নগিৰিৰ সূৰ্য্যবংশীয়কে সামৰি লৈছে। সূৰ্য্যৰ ক্ৰিয়া প্ৰক্ৰিয়াৰ অবিহনে যিহেতু জীৱানুকূল পৰিবেশ সৃষ্টি অসম্ভৱ, সেয়ে দ' (সূৰ্য্যক) সামৰি ইলা বা ইলিৰ বংশবৃদ্ধিৰ হোতাৰূপে য়ান+ দ' ধ্বনিৰে সূৰ্য্যৰ গোষ্ঠী ৰূপেই সামৰি 'দ'ৰে প্ৰতীকধৰ্ম্মীতা ৰক্ষা কৰিছে।

এনে ভাষিক তাৎপৰ্য্যৰে বিচাৰি চালেই মা, বেদ, বাই-বেল, কোৰাণ ৰামায়ণ মহাভাৰত ব্ৰাহ্মণ, শ্ৰুতি সংহিতা, পুৰাণ আদি সকলোবোৰ ধৰ্ম্মীয় শাস্ত্ৰই যে একে মূলৰ পৰাই সৃষ্টি এইটো ওলাই পৰিব আৰু তেতিয়া ধৰ্ম্মৰ ঢাকোনখন খুলি বিশ্বৰ আমি আটাইবোৰ মানুহেই যে এক জাতীয় একবংশীয়

এইটোও ওলাই পৰিব।

এতিয়া নিম্নোক্ত ছবিটোৰে ওপৰৰ কথাখিনিৰ সত্যতা কিদৰে নিৰূপণ কৰিব পাৰে—চা। ইলা ৰূপান্তৰিত হৈ সুদ্যুম্ন নামে কিংপুৰুষত পৰিণত হোৱা আৰু এওঁৰ পৰাই সৌদ্যুম্ন সকল উদ্ভূত বুলি কোৱা হৈছে নহয় মা? যিহেতু ঐলক ইলাৰ পুত্ৰ বুলি কোৱা হৈছে গতিকে ঐলৰ পৰাই সুদ্যুম্নৰ জন্ম হোৱাটো আৰু এই সুদ্যুম্নৰ পৰাই সৌদ্যুম্ন সকল উদ্ভূত হোৱাটো স্বাভাৱিক। তাৰ মানে ইলা গ'ল ঐল গ'ল সুদ্যুম্নও গ'ল—থাকিল মাত্ৰ সৌদ্যুম্ন সকল। তেনেহ'লে ইয়াৰ পৰা আমি কি বুজিম? এই সৌদ্যুম্ন শব্দটোতে আচল বহস্যটো সোমাই নেথাকিল নে?

এই সুদ্যুম্ন সকলনো কোন কোন আছিল বিচাৰি কৰৈকো যাব নেলাগে মা? সৌদ্যুম্ন শব্দটোতে তাৰ উত্তৰটো আছে,—কেৱল ভাষিক তাৎপৰ্য্যৰে বিচাৰি চালেই সেইটো ওলাই পৰে। আজিৰ দৰে মা তেতিয়াৰ দিনত সৌদ্যুম্ন অমুক হ'ব পাৰে তমুক হ'ব পাৰে বুলি এনে অনুমান সিদ্ধ কোনো কথাই নাছিল। তেতিয়াৰ মানুহবিলাক আজিৰ দৰে জোট বটোৱা বিধৰ কল্পনা বিলাসী নাছিল—যি কৈছিল সঁচাই কৈছিল যি লিখিছিল বাস্তৱক আগত ৰাখিয়েই লিখিছিল। সেয়ে তেতিয়াৰ দিনৰ লিখনীমাত্ৰেই কালজয়ী হৈছিল। আজি আমি বাস্তৱতাৰ পৰা আঁতৰি আহি কৰিছো কি? কিতাপটো বহুত লিখা হ'ল, কিন্তু মহাভাৰত আৰু কোৰাণৰ পিচত কালজয়ী কিতাপ ক'ত? যিবিলাক কিতাপক আমি শাস্ত্ৰৰ আখ্যা দিছো', সেই বিলাক চিৰশাশ্বত সত্যৰ ওপৰতেই প্ৰতিষ্ঠিত। কিন্তু সেই সত্য আমি উদ্ঘাটন কৰিব পাৰিছোনে? বৰং সত্যৰ পৰা আঁতৰাই আমাৰ পণ্ডিতালি দেখুৱাবলৈ গৈ যিয়ে যি

পাৰিছো মূল বিষয়বস্তু ক'ৰবাতে এৰি শাকে পাতে এসোপা কৈ বিকৃত ৰূপ দাঙি ধৰিছো। আদিম শাস্ত্ৰবোৰত যে আদিম কিবা এটা ভাবা থাকিব পাৰে, তাৰ প্ৰতি আমাৰ কাৰো ভ্ৰূক্ষেপ নাই। কেৱল নিজা নিজা ভাষা একোটাৰ মাজত সুমুৱাই লৈ খিচিৰি কৰি পেলনীয়া জাবৰৰ দম কৰি পেলাইছো।

আদিম ভাষাত মা, আজিৰ দৰে কোনো ভেজালেই নাছিল। মাত্ৰ অকলে বা কেইটামান অৰ্থপূৰ্ণ যুগ্ম ধ্বনিৰেই একোটা শব্দ তৈয়াৰ কৰি লৈছিল আৰু সেই শব্দটোতেই ক'ব লগা মনৰ ভাবটো ধৰি ৰাখিছিল। আনকি একোখন ইতিহাস ক'ব পৰা তাৎপৰ্য্যও তেনে একোটা শব্দই বহন কৰিছিল। সেই তেনে শব্দবোৰৰ ওপৰত আজিৰ পণ্ডিতৰ পাণ্ডিতালিৰ যিহে ধুম। এই স্বদ্যুম্ন শব্দটো আজিৰ সৃষ্টিনে—নে আজিৰ ভাষাৰ শব্দ? যি শব্দটোৰ লগত সৃষ্টি ৰহস্যৰ সম্পৰ্ক আছে তেনে এটা শব্দৰ প্ৰতি আজিৰ পণ্ডিত সকল কিমান মনো যোগী বাৰু?

চাচোন বাৰু, কি টান কথাটোনো ইয়াৰ মাজত সোমাই আছে? এই 'স্বদ্যুম্ন শব্দটো সৃষ্টিধৰ্মীয় $\frac{\text{সৌ দ্ যু ন ম}}{\text{কুচ দ জ্য ঞা আম}}$ মাত্ৰ এই পাচটা ধ্বনিৰেই উৎপত্তি হৈছে। এই পাচটা ধ্বনিৰ প্ৰত্যেকৰে একোটা স্বকীয়া অৰ্থ আছে।

যেনে ১) কুচ ধ্বনিয়ে খ, স, শ, ষ, ক্ষ স্ক বৰ্ণক সামৰি কুচক অৰ্থাৎ ঈশ্বৰলেখিয়া সন্তানক বুজাইছে,

২) দ' ধ্বনিয়ে সূৰ্য্যক বুজাইছে

৩) জ্য ধ্বনিয়ে ৰাজ্যক বুজাইছে,

৪) ঞা ধ্বনিয়ে ঙ, ন ণ বৰ্ণক সামৰি ঞাক অৰ্থাৎ

গনেশ লেখিয়া সন্তানক বুজাইছে,

৫) আম ধ্বনিযে মাতৃক বুজাইছে। তেনেহ'লে এই ধ্বনি পাচটাৰ অৰ্থৰে শব্দটোৱে কি বুজালে ? তাৰমানে সূৰ্য্য ৰাজ্যত (মাতৃত) কুচ আৰু ঞাৰে মানৱৰ সৃষ্টিৰহস্যৰ উত্তৰটো নিদি লেনে ? নতুবা কুচ আৰু ঞাক মানৱৰ বৃদ্ধি আৰু বিস্তৃতিৰ স্বাক্ষৰ বহন কৰিবলৈ এৰি ইলা যে কি,পুৰুষত পৰিণত হ'ল এই পাচটা অৰ্থপূৰ্ণ যুগ্ম ধ্বনিৰে উৎপত্তি হোৱা সৌম্ন্যম শব্দ টোৱে তাৰ স্পষ্ট উত্তৰ নিদিলেনে ? মানৱ ইতিহাসৰ খোজ-বোৰ আগবঢাই নিয়াত এই কুচ আৰু ঞাক আমি বাটকটি য়াৰ ভূমিকাত নেপালোনে ?

এই সৌম্ন্যম সকল থাকিল মানে কুচ আৰু ঞা দুই মানৱ সন্তান যে থাকিল আমি প্ৰায় এনে এটা বাস্তৱ সিদ্ধান্তত উপনীত নহ'লোহি নে মা ? হ'লেও এইখিনিয়েই শেষ কথা নহয়। কিয়নো, মানৱ সমাজ আজিও আছো নহয় ? যদিহে এই কুচ আৰু ঞাৰ পিতৃত্বৰে মানৱ সমাজক আগবঢাই আনিব পৰা হয় তেতিয়াহে সৌম্ন্যম শব্দটোৱে বহন কৰা এই তাৎপৰ্য্য প্ৰকৃত সত্যৰ ওপৰত প্ৰতিষ্ঠিত যে—এইটো প্ৰতিপন্ন হ'ব। গতিকে এই কুচ আৰু ঞাকে হাতৰ লাখুটি কৰি আগবাঢি চাওচোন—কি পাওঁ!

সূৰ্য্যৰ ক্ৰিয়া প্ৰক্ৰিয়াৰ ফলতেই সৃষ্ট এই গিৰি ইলাকেই নেকি দ'+আৱ+কুন =দৈৱকী অৰ্থাৎ সূৰ্য্য পিতাৰ কন্যা কোৱা হ'ল ? এই দৈৱকীতেই কুচ+ঞাৰ=কুচঞাৰ প্ৰথম আবিৰ্ভাৱ ঘটাই, পিচলৈ কুচঞাকে কৃষ্ণ ৰূপে সাবটি কুচআৰু ঞাৰ অভ্যূদয় যে এক সমৰ্থিত সত্যৰেই স্বৰূপ সৃষ্টি, তাকেই প্ৰতিপন্ন কৰা নাইনে ? তাৰোপৰি কৃষ্ণৰ সতে জড়িত কংস,

যদু, যাদৱ, যশোদা আৰু বাইবেলত উল্লেখিত যিচু, যিহুদিয়া শব্দৰ সম্পৰ্কয়ো আৰু এখোজ আগবঢ়াই দি এই সত্যকে সমৰ্থন যোগায়। কিয়নো—

কুন + চ ধ্বনিৰে কংচ (ক স) হৈ কন্যাৰ (দৈৱকীৰ সন্তানক
য + দ' ধ্বনিৰে যদু হৈ সূৰ্য্যৰ ৰাজ্যক (বিশ্বক)
য + দ' + আৱ ধ্বনিৰে যাদৱ হৈ সূৰ্য্য ৰাজ্যৰ পিতাক,
য + চ + দ ধ্বনিৰে যশোদা হৈ সূৰ্য্য ৰাজ্যৰ সন্তানক
য + চ ধ্বদিৰে যচু বা যিচু হৈ ৰাজ্যৰ সন্তনাক
য + হা + দ' + য়ান ধ্বনিৰে যিহুদিয়া হৈ অম্বৰাজ্যৰ সূৰ্য্য বংশীযক বুজায়। অকল ইমানেই নহয় মা সূৰ্য্যৰ সন্তান বুলি চ + দ' = চেদি আকৌ বিশ্বৰ মানৱ সন্তান বুলি দ' – জ্য – চটাই = ধাষ্ট আদি শব্দয়ো শাস্ত্ৰৰ পাততেই আছে।

যিহেতু কুচ আৰু এঞা গিৰি মাতৃ ইলাতেই উপজিছিল গতিকে গিৰিকেই পিতাৰূপে আৱ + ল = আবেল বলি বালি বা ল + আৱ = লৱক সাবটি আৰু গিৰিকেই ভগৱন্ত মানি কু + লি = কুলি, কলি কোল ৰূপে, আকৌ গিৰি ভগৱন্তৰে মানৱ বুলি কু + ল + টাই = কেল্ট কুল্টি 'কুলতা কুলটিযা কলিতা আদি ৰূপে বিদিত হৈছিল যে তেনে স্বাক্ষৰো বাইবেলত সামৰি লোৱা আবেলে ৰামায়ণত সামৰি লোৱা লৱ, বালিয়ে আৰু যুগৰূপে সামৰি লোৱা বলিৰ যুগ বা কলিৰ যুগে বহন কৰিয়েই আছে। ৰামায়ণত লক্ষণ শব্দটোৱে ল + কুচ + আম + এঞা ধ্বনিৰে উৎপত্তিহৈ গিৰি মাতৃৰ কুচ আৰু এঞাকে সামৰিছে। তাৰোপৰি চ + আৱ + টাই + ল ধ্বনিৰে চাণ্ডাল হৈ গিৰি মানৱ পিতাৰ সন্তানক আৰু আম + ল + চ ধ্বনিৰে ম্লেচ শব্দৰ উৎপত্তিহৈ গিৰিমাতৃৰ সন্তানকে বুজাইছে। আকৌ ভূমিৰ সংস্পৰ্শলৈ অহাত গিৰি আৰু

ভূমিকে একেলগে ভূ+ল=ভীল আৰু উভয় সন্তানকে সামৰি ভূ+ল+এঙা–কুচ=ভলানল কৈছিল।

দিন আগবাঢ়ে মানে এওঁলোকৰ জনসংখ্যাও বাঢ়িছিল আৰু ক্ৰমে বিস্তৃতিৰ ক্ষেত্ৰও বহল হৈ আহিছিল। এনে এটা সময়তে আনকি কুচ আৰু এঙাৰ সতি সন্ততি সকল যে নিজ নিজ পিতৃ পুৰুষৰ পৰিচয়ৰে পৰিচিতও হৈ উঠিছিল তেনে স্বাক্ষৰো শাস্ত্ৰৰ পাততে অলেখ আছে। তাৰো কেইটা মান উদাহৰণ দিছো চাচোন বাৰু—

| কুচৰ পৰিয়ালকে শাস্ত্ৰত কেশিপৰিয়াল | এঙা পৰিয়ালকে শাস্ত্ৰত এঙা=অম্বু পৰিয়াল |
|---|---|
| কুচৰ গিৰিকে= কুচ+ল= কোশল | এঙাৰ গিৰিকে=এঙ+ল=নীল |
| কুচাদিৰ ভূমিকে=কুচ+কুচ+ ভূ=বুকুভ | এঙাদিৰ ভূমিকে=এঙা+এঙা+ ভূ=নিনাভ |
| কুচাদি মনৰক=কুচ+কুচ+ টাই=কুকুৎস বা টাই+টাই+ কুচ=তিতিক্ষু | এঙা মাতৃৰ মানৱক=এঙা+আম +টাই=নামাত্য |
| | এঙা পিতাৰ মানৱক=আৰি+ এঙা+টাই=বন্তি |
| কুচৰ মাতৃক=কুচ+আম= খাম সোম খেমি | এঙাৰ মাতৃক= এঙা+আম= নিমি |
| কুচৰ পিতাক=কুচ+আৰ= শিৱ শিবি শৰ | এঙাৰ পিতাক=এঙা+আৰ= নৰ আনৰ |
| কুচৰ ৰাজ্যক=জ্য+কুচ= ঘাঙ্ক, যক্ষ | এঙাৰ ৰাজ্যক–এঙা+জ্য=নাগ |

| কেশি পৰিয়াল | অনুপৰিয়াল |
|---|---|
| কুচৰ ভূমি ৰাজ্যক = কুচ + ভূ + জ্য = কুভাগ | ঞাৰ ভূমি ৰাজ্যক = ঞা + ভূ + জ্য = নাভাগ |
| কুচৰ দলক = কুচ + পা = কশ্যপ, কোশাফ | ঞাৰ দলক = পা + ঞা = পণি |
| অম্নগিৰিৰ পিতা কুচক = ইলি + আৰ + কু, = ইলিবিশ | অম্নগিৰিৰ পিতা ঞাক = ইলি + আৰ নঞা = এলৱেন, অলিন এলেন হেলেন, হেলিন |
| কুচৰ গোষ্ঠীক = কুচ + য়ান = কেশিয়ান কেশিন কয়িন | ঞাৰ গোষ্ঠীক = ঞা + য়ান = নেন |
| কুচাদিৰ গোষ্ঠীক = কুচ + কুচ + ইয়ান = কেকয় কৈকয়, কৈকেয়ী কৈকেয়ান, ককেচিয়ান | ঞাদিৰ গোষ্ঠীক = য়ান + ঞা + ঞা = য়ানেন |
| (এনেকৈয়ে কেশি পৰিয়ালেই ককেচিয়ান ফৈদৰূপে বিদিত হ'ল) | (পিচলৈ এই য়ানেন সকলেই পিৰিমাতৃ ৰাজ্য প্ৰতিষ্ঠা কৰি আম + ঞা + জ্য + ল = মঙ্গোল হৈ এই মঙ্গোলৰ গোষ্ঠীৰেই মঙ্গোল + য়ান = মঙ্গোলিয়ান ফৈদ ৰূপে বিদিত হ ল) |

(শব্দত "ঋ' থাকিলে উভয় কুচঞাক বুজায়। উভয় কুচ আৰু ঞাদিৰ পিতাকে আৰ + কুচ + ঞা ঞা = বিৰানিন কৈছিল)

এয়াই হ ল মা, চকুৰ পচাৰতে সৃষ্টি ৰহস্যৰে পিৰিৰ ওৰাফ পিৰিপিতা বলিৰ বা পিৰিভগৱন্ত কলিৰ যুগৰ মানৱ ইতিহাসৰ ছৱি। ইয়াৰ পৰাই এহাতে কুচফৈদক আনহাতে ঞাফৈদক আৰু দুইহাতে উভয় কুচ আৰু ঞাক সাৱটি খোজ আগুৱাব লাগিব। যিহেতু আমি মানৱ-সৃষ্টিৰ গুৰি অধ্যায় বিচাৰি পাইছো, গতিকে এওঁলোকক আগবঢ়াই নিয়াত বৰ বেছি একো

টান কাম নহ'ব। কিয়নো শাস্ত্ৰীয় শব্দবোৰ বুটলি যিবোৰ শব্দত কুচ খা খ স ঘ শ ক্ষ, স্ব আছে সেই বিলাক শব্দক এফলীয়া কৰি আৰু যিবোৰ শব্দত ঞা বা ঙ ন আছে সেইবিলাকক আনফলীয়া কৰি লজেই কুচ আৰু ঞা সকলৰ ছবিটো স্পষ্টহৈ পৰিব। আকৌ, কুচ আৰু ঞাৰ স্থূল অস্তিত্বৰ দৃষ্টিগোচৰ নোহোৱাকৈও উভয়ৰে সামৰা কিছু শব্দৰ সতেও আমি ভেটাভেটি হোৱাটোও খুবেই স্বাভাৱিক।

এই মানুহবিলাকটো সদায় গিৰিতেই থকা নাছিল মা' গিৰিগুহাৰ দুৰ্গম ভৌগলিক অৱস্থিতি আৰু কালক্ৰমত জনসংখ্যা বৃদ্ধি হেতুকে আদিম মানৱৰ প্ৰবজন ঘটিছিল ভৈয়ামলৈ। জৈৱিক অস্তিত্ব ৰক্ষাৰ তাড়নাত মানুহৰ অনুসন্ধিৎসা আৰু বুদ্ধিৰ বিকাশ ঘটিছিল। সমতল ভূমিত জনসংখ্যা বৃদ্ধিৰ লগে লগে প্ৰতিযোগিতাৰ সূচনা হৈছিল। যাৰ ফলত কৃষি পদ্ধতি শিক্ষাদীক্ষা আদিত মানুহে পাৰদৰ্শিতা দেখুৱাব লগা হৈছিল। মানুহৰ মাজত যেতিয়াই প্ৰতিযোগিতাই এখন স্থায়ী আসন দখল কৰি লৈছিল তেতিয়াৰে পৰাই মানুহৰ ধ্যান ধাৰণাত বিভিন্নতাই দেখা দিছিল। এই বিভিন্নতাৰ ফলতেই সৃষ্টি হৈছিল বহু গোষ্ঠীৰ। প্ৰতিযোগিতা মানে প্ৰতিষ্ঠা। এই প্ৰতিষ্ঠা বাসনাৰ বশৱৰ্ত্তী হৈ মানুহৰ বিভিন্ন দল পৃথিবীৰ বিভিন্ন ঠাইত বসতি কৰিবলৈ ওলাই গৈছিল, ক্ৰমে মানুহ সমাজৰ প্ৰসাৰ ঘটিছিল বসতি তেওঁলোকৰ বিস্তাৰিত হৈছিল। পৰিবেশ আৰু পৰিস্থিতিৰ লগত খাপ খোৱাকৈ বিভিন্ন কাৰিকৰি দিশত পাৰদৰ্শী হৈ উঠিছিল। ক্ৰমে দলীয় প্ৰতিযোগিতা আৰম্ভ হৈছিল, আনকি এটা সময়ত এই প্ৰতিযোগিতাই আজিৰ দৰে ভয়াবহ ৰূপ ধাৰণ কৰিছিল—যাৰ ফলত অনাহূত সংঘাতৰ যুদ্ধত সোমাই পৰিব লগীয়া হৈছিল।

মানৱৰ এনে ক্ৰমবিৱৰ্ত্তনে মা, একোটা সময়ত এওলোকক একোটা প্ৰগতিৰ পৰ্য্যায়ত ঠিয় কৰাইছিল। প্ৰগতিৰ এই পৰ্য্যায় বোৰকে একোটা যুগ ৰূপে গণ্য কৰা হৈছিল। প্ৰগতিৰ এই পৰ্য্যায়বোৰ নো কি কি আছিল, এইবোৰ নিৰ্ণয় কৰিবলৈকেও একো টান নহয়। আদিম শাস্ত্ৰবোৰেই এই যুগ বোৰৰ স্বাক্ষৰ বহন কৰি ৰাখিছেই। কেৱল প্ৰগতিৰ খোজৰ লগত সঙ্গতি ৰাখি কি কি শাস্ত্ৰ কোন যুগৰ সৃষ্টি এইটো নিৰ্ণয় কৰিব পাৰিলেই হ'ল। শাস্ত্ৰবোৰৰ নামবোৰেই এনে স্বাক্ষৰকে বহন কৰিয়েই আছে। উদাহৰণ স্বৰূপে বাইবেল খনকে লচোন বাৰু। এই বাইবেল শব্দটো আব্+আব্+ল ধ্বনিৰে উৎপত্তি হৈ গিৰিৰ পিতাদিক বুজাইছে। গতিকে আদিম এই বাইবেল খনে গিৰিৰ যুগৰ পিতৃপুৰুষৰে স্বাক্ষৰ যে বহন কৰিছে বাইবেল” শব্দটোৱে নিজেই তাৰ উত্তৰটো দি ৰাখিছেই। মাত্ৰ ইয়াৰ শব্দভাণ্ডাৰ ভাষিক তাৎপৰ্য্যৰে বিচাৰি চালেই প্ৰকৃত সত্যটো ওলাই পৰে। আদিম যি কোনোখন শাস্ত্ৰই হওক, ইয়াৰ শব্দবোৰৰ অৰ্থ ধ্বনিভিত্তিকহে শব্দ ভিত্তিক নহয়। আমি শাস্ত্ৰবোৰত থকা শব্দবোৰৰ অৰ্থ শব্দভিত্তিক কৰা বাবেহে শাস্ত্ৰত লুকাই থকা সত্য উদ্ঘাটন কৰিবলৈ অসমৰ্থ হৈছো। এই সাধাৰণ ভুলকণৰ সংশোধনৰ বাবেই আমাৰ আদিম কোন কোন শাস্ত্ৰই কোন কোন যুগৰ স্বাক্ষৰ বহন কৰে এইখিনি কথাকে মই বহু ঠাইত, বহুবাৰ বহুধৰণে কৈ আহিছো। এইবাৰো ক'ব লাগিছো এইবাবেই শাস্ত্ৰত থকা শব্দবোৰৰ অৰ্থ শব্দভিত্তিক যে নহয় তেৰ এই ধাৰণাটোৰ যাতে সলনি হয় আৰু সেই শব্দবোৰৰ অৰ্থ যে ধ্বনিভিত্তিকহে এইটো গ্ৰহনীয় হয়।

মানুহবিলাক ক্ৰমে জনাবুজা হৈ আহিল নহয় মা, তেতিয়া

তেওঁলোককে 'ৰণ" অৰ্থাৎ জনাবুজা কোৱা হ'ল আৰু এই জনা বুজাৰ যুগটোকে 'ৰণৰ যুগ কোৱা হ'ল। শাস্ত্ৰত থকা কোনো শব্দত যদিহে এই 'ৰণ' যুগ্ম ধ্বনিটো কুচ বা এগুৰ লগত লাগি থাকে তেনেহ'লে কুচ আৰু এগু সকলে এই ৰণৰ যুগৰ স্বাক্ষৰ বহন কৰিছে বুলি ধৰিব লাগে। উদাহৰণ স্বৰূপ চা—শাস্ত্ৰত ভৰত শব্দটো আছে নহয়? এতিয়া এই ভৰত শব্দটোৰ উৎপত্তি কেনেকৈ হ'ল আৰু তাৰ সৃষ্টিধৰ্ম্মীয় অৰ্থ কি উলিয়াব লাগিলে সৃষ্টিধৰ্ম্মীয় অৰ্থপূৰ্ণ কোন কেইটা যুগ্ম ধ্বনিয়ে এই ভৰত শব্দটো সামৰে এইটো উলিয়াই ললেই বচ উত্তৰটো ওলাই পৰিব। যেনে $\frac{\text{ভ} \quad \text{ৰ} \quad \text{ত}}{\text{ভূ} \quad \text{ৰণ} \quad \text{টাই}}$ = ভৰত। গতিকে ভূ+ৰণ+টাই এই তিনিটা ধ্বনিৰে উৎপত্তি হোৱা "ভৰত" শব্দটোৱে ভূমি জনা বা ভূমিৰ সংস্পৰ্শলৈ আহি ভৰত নামে বিদিত হোৱা মানৱক বুজালে। এই ভৰত শব্দটোত 'ৰণ" ধ্বনিটো যেতিয়া আছে এই ভৰতে ৰণৰ যুগৰ স্বাক্ষৰ বহন কৰিছে বুলি ধৰিব লাগে। আকৌ নৰ (নড) শব্দটো চা—এগু+ৰণ ধ্বনিৰে উৎপত্তি হৈ এগু বিজ্ঞক বুজাই এই ৰণৰ যুগৰেই উৎপত্তিৰ স্বাক্ষৰকে বহণ কৰিছে। আৰু চা মাদ্ৰ শব্দটো আম +দ'+ৰণ ধ্বনিৰে উৎপত্তি হৈ এগু আৰু কুচ উভয়কে সামৰি সূৰ্য্যবংশীয় মাতৃৰ ৰণক (বিজ্ঞক) বুজাইছে। শাস্ত্ৰত থকা বৃষ, গান্ধাৰ, নৰিষ্যান্তি চুমুৰি, নৃগ তুৰ্ব্বসু মৃত্তিক, ৰাজ্য ৰাজেয় ৰথিতৰ, মিত্ৰ বৰুণ ৰাৱণ ৰাঘৱ নৃপ নৃপতি, মৰিচ ৰিক্ষ ৰাম শত্ৰুঘ্ন বিৰাজ বৰ্গী বৰ্ণ বান্দৰ, ৰাক্ষক, কিন্নৰ পুত্ৰ, গোত্ৰ ক্ষেত্ৰ, ক্ষেত্ৰবৃদ্ধ, ঋষি ঋষভ, ঋচিক আদি শব্দবোৰ এই ৰণৰ যুগৰেই উৎপত্তিৰ স্বাক্ষৰ। আকৌ ভৰদ্বাজ ভগিৰথ ভৃগু, ভাৰ্গৱ বিদৰ্ভ বৈদৰ্ভ, বৃষদৰ্ভ আদি শব্দ এই ৰণৰ যুগতে ভূমিৰ সংস্পাৰ্শলৈ অহাৰে স্বাক্ষৰ। ৰামায়ণ এই ৰণৰ যুগৰেই

সৃষ্টি। এই ৰামায়ণৰ যুগটোকে টাই+ৰণ+টাই=ত্ৰেতা অৰ্থাৎ ৰণ বা বিজ্ঞ মানৱৰ যুগৰূপে ঠাৱৰ কৰা হৈছিল।

ভূমিৰ সংস্পৰ্শলৈ আহি এওঁলোক শান্ত আছিল নে মা? নাছিল। এই ভূমিতেই এদিন কৃষি পদ্ধতিৰে অন্নও আবিষ্কাৰ কৰি হা+ৰণ=হাৰণ অৰ্থাৎ অন্নজনা ৰূপে হাৰণৰ, আৰণৰ বা ইৰাণৰ যুগত প্ৰবেশ কৰিছিল। এই হাৰণৰ গোষ্ঠীকে হাৰিয়ান এৰিয়ান বা ইৰানিয়ান কৈছিল। এই যুগৰ মানুহকে হাৰণ+টাই=হিৰাট আৰু ৰাজ্যকে হাৰণ+জ্য= আৰ্য্য কৈছিল। ৰণৰ বা ত্ৰেতাযুগৰ পিছতে প্ৰগতিৰ এই খোজটো বিশেষ ভাবে সামৰি নলৈ ত্ৰেতাৰ লগতে সাঙুৰি ৰখাত ইতিহাসৰ ইমান বিসঙ্গতি হ বলৈ পালে। এই হাৰণ সকলকে আৰ্য্য সম্ভূত কৰা হল—এইৰূপ ভুলৰ পৰিণতিৰ বাবেই। শাস্ত্ৰত থকা বিতিহোত্ৰ বহিভূৰ্ত ইন্দ্ৰ, বৰ্হিদ্ৰথ, হৈহয় হেৰয় ইৰাৱতী ব্ৰহ্ম হৃষিকেশ সহাজিত, ইক্ষাকু হাৰ্ণণ দ্ৰহ্য আদি শব্দবোৰ এই হাৰণৰ যুগৰেই উৎপত্তিৰ স্বাক্ষৰ। সংহিতা, ব্ৰাহ্মণ আদি গ্ৰন্থবোৰ এই হাৰণৰ যুগৰেই ঐতিহাসিক স্বাক্ষৰ। চ+হা+টাই ধ্বনিৰে উৎপত্তি হোৱা সংহিতাই কৃষি মানৱৰ আৰু আৰ+হাৰণ+আম ধ্বনিৰে উৎপত্তি হোৱা ব্ৰাহ্মণে কৃষকৰ মাতৃৰ পিতাক (ৰজাক) বুজাই এই সত্যকে প্ৰতিপন্ন কৰিছে।

এতিয়া চা মা হাৰণ+জ্যৰে আৰ্য্য হৈছে আৰু এই আৰ্য্যই হাৰণৰ অৰ্থাৎ অন্নজনাৰ ৰাজ্যক বুজাইছে। গতিকে আৰ্য্যাই মানৱৰ ক্ৰমপ্ৰগতিৰ খোজত কৃষি পদ্ধতিৰে অন্ন আবিষ্কাৰ হোৱা যুগৰ স্বাক্ষৰহে বহন কৰিছে। সেইবাবেই সেই যুগৰ মানৱ হাৰণ আৰণ এৰিয়ান অৰ্থাৎ অন্নজনা ৰূপেই বিদিত হৈছিল। এনেকৈয়ে ৰণৰ যুগৰ ভৰতসবে অন্ন আবিষ্কাৰ কৰি হাৰণ ৰূপে বিদিত হৈছিল যে ভাৰতৰ পূৰ্বভাগত ইৰাৱতী,

ব্ৰহ্মদেশ, ব্ৰহ্মকুণ্ড ব্ৰহ্মপুত্ৰ বিহাৰক আদি কৰি নদী, ঠাই বা দেশে এই হাৰণক সাৱটি সেই কৃষি সভ্যতাৰ কথাকে আমাক আজিও সোঁৱৰায় আছে।

মাজনী ইৰাৱতী নদীয়ে আৰ্য্যাবৰ্ত্তৰ স্বাক্ষৰ বহন কৰে যে ইৰাৱতী আৰু আৰ্য্যাবৰ্ত্ত এই শব্দ দুটাৰ সৃষ্টিধৰ্ম্মীয় উ পত্তিৰ উৎস বিচাৰি চালেই ওলাই পৰে। যেনেকৈ—হাৰণ + জ্য + আৰ + ৰণ + টাই ধ্বনিৰে আৰ্য্যাৱৰ্ত্ত হৈ হাৰণৰ ৰাজ্যৰ মানৱৰ বিজ্ঞ পিতাক বুজায়। আকৌ, হাৰণ + আৰ + টাই ধ্বনিৰে ইৰাৱতী হৈ হাৰণ মানৱৰ পিতাক বুজায়। এতিয়া চা আৰ্য্যা বৰ্ত্তই হাৰণৰ ৰাজ্যৰ মানৱৰ বিজ্ঞ পিতাক আৰু ইৰাৱতীয়ে হাৰণ মানৱৰ পিতাক বুজুৱাত মূল তাৎপৰ্য্যৰ কিবা ব্যতিক্ৰম ঘটিলনে ?

তেনেস্থলতো ভাৰতৰ পূবপ্ৰান্তৰ ব্ৰহ্মদেশত থকা ইৰাৱতী আৰু পশ্চিম প্ৰান্তৰ পাঞ্জাৱত থকা ইৰাৱতীয়ে সমগ্ৰ ভাৰতক একেডালি এনাজৰীয়ে নেবান্ধেনে নতুবা সমগ্ৰ ভাৰত জুৰি একেটা ভাৱাই যে বলিছিল তাকে প্ৰমাণ নকৰেনে ? এনে জলন্ত স্বাক্ষৰো নেওচি পূবৰ ফালটো বাদ দি অকল সিন্ধু উপত্যকাতেহে আৰ্য্যাবৰ্ত্ত বৰ্ত্তে বুলি কোৱাৰ থল থাকিব পাৰেনে ?

আনহাতে, আৰ — হাৰণ/বণ হা আম যে ব্ৰহ্ম শব্দৰ উৎপত্তি হৈ হাৰণৰ ৰাজ্যৰ/মাতৃৰ পিতাক আৰু আৰ হাৰণ হৈ বিহাৰ হোৱাত হাৰণৰে পিতাক বুজুৱাত মূল অৰ্থৰ পৰা কণমানো আঁতৰি আছিল নে ? তেতিয়াও বেদত উল্লেখিত ব্ৰহ্মবৰ্ত্তই এই অঞ্চলকে সাৱটি লোৱা নাছিল বুলি কোৱাৰ থল থাকিব পাৰেনে ?

মানৱৰ ক্ৰম প্ৰগতিৰ খোজত কৃষি-পদ্ধতিৰে অন্ন আহৰণ কৰি মানৱৰ স্থিতি অস্তিত্ব গজগজীয়া কৰা যুগৰ স্বাক্ষৰ

বহন কৰা এনে নামবোৰ প্ৰতীকধৰ্মী নহয় নে? অকল ইমা-নেই নহয় মা, সমগ্ৰ ভাৰততে ইয়াৰ প্ৰভাৱ পৰিছিল যে টাই জ্য আম হা ল ৰে উৎপত্তি হোৱা তাজমহলে, হাৰণ পা পা ৰে উৎপত্তি হোৱা হৰপ্পা আৰু আম হা এঞা জ্য দ'-ৰণ ৰে উৎপত্তি হোৱা মহেঞ্জদাৰোৱে এই একে হাৰণৰ অৰ্থাৎ অন্নজনাৰ যুগৰ সভ্যতা সংস্কৃতিৰ স্বাক্ষৰকে বহন কৰে।

এয়াই আছিল মা হাৰণৰ আৰণৰ এৰিয়ানৰ বা হাৰণৰ ৰাজ্য আৰ্য্যৰ ক্ৰম প্ৰগতিৰ খোজৰ সভ্যতা সংস্কৃতিৰ মচিব নোৱাৰা স্বাক্ষৰ। ঐতিহাসিকে ভাৰতৰ আৰ্য্য সকলক বাহিৰৰ পৰা প্ৰবজন ঘটা বুলি কৈছে নহয় মা? এইটো সম্পূৰ্ণই ভুল ধাৰণা। ভাৰতত যাক আৰ্য্য বুলি কোৱা হৈছে—কাহানিও বাহিৰৰ পৰা অহা নহয়। আৰ্য্যৰ উৎপত্তি আৰু সভ্যতাৰ মূল খুটিও ইয়াতেই-ভাৰততেই।

আৰ্য্যৰ এই ক্ষেত্ৰখন অকল ভাৰততে যে সীমাবদ্ধ আছিল এনেও নহয়। ঐতৰেয় ব্ৰাহ্মণত উল্লেখিত প্ৰতীচ্যাদেশে (পশ্চিম ভাগে) মধ্য প্ৰাচ্যকো সামৰে। শতপথ ব্ৰাহ্মণৰ ১।৬।৩।১১ শ্লোকত পূব আৰু পশ্চিমৰ মহাসমুদ্ৰৰ উল্লেখে পূবে প্ৰশান্ত মহাসাগৰৰ পৰা পশ্চিমে আটলান্টিক মহাসাগৰলৈ এই সমগ্ৰ অঞ্চলেই যে আৰ্য্য অৰ্থাৎ হাৰণৰ ৰাজ্য আছিল সেইটো স্পষ্টকৈ কৈছেই আৰু তাৰ স্বাক্ষৰ বহন কৰি সমগ্ৰ মধ্যপ্ৰাচ্যতে হাৰণ + টাই = হিৰাট ইৰাণ ( হাৰণ আৰণ এৰিয়ান ), টাই + হাৰণ টেহৰাণ হাৰণ + আৱ = আৰৱ আৰু আফ্ৰিকাত চ + হাৰণ = চাহাৰা আদি হাৰণৰ যুগৰ এই প্ৰতীকধৰ্মী নামবোৰ আজিও বৰ্ত্তীয়েই আছে। গতিকে আৰ্য্য শব্দটো কোনো গোষ্ঠী বা জাতিৰ নামত প্ৰযোজ্য নহয়। মাত্ৰ মানৱৰ ক্ৰম প্ৰগতিৰ খোজত কৃষি পদ্ধতিৰে অন্ন আবিষ্কাৰ কৰা যুগৰ এক প্ৰতীক

ধৰ্মী স্বাক্ষৰহে। যিহেতু এই হাবণৰ ৰাজ্য আৰ্য্য পূবে প্ৰশান্ত-মহাসাগৰৰ পৰা পশ্চিমে আটলান্টিক মহাসাগৰলৈ পৰিবেষ্টিত আছিল, তেনেস্থলত পূব বা পশ্চিমৰ পৰা প্ৰব্ৰজনৰ প্ৰশ্নই উঠিব নোৱাৰে—হয়টো, প্ৰগতিৰ খোজৰ প্ৰবাহিক কাৰণ হ'ব পাৰে। কিয়নো—

কিয়নো সিন্ধু যি কুচ—এ্ৰা—দ'—ত্য ধ্বনিৰে উৎপত্তি হৈ কুচ আৰু এ্ৰাৰ বিশ্বক বুজায় সেই বিশ্বৰ সাৰ্থকতা সিন্ধুৱে আজিও প্ৰতিপন্ন কৰিয়েই আছে। মানৱৰ দুই পিতৃ পুৰুষ কুচ আৰু এ্ৰা ইয়াতেই উপজি ইয়াতেই থাকি ইযাতেই বৃদ্ধি হৈ এই ক্ষেত্ৰ চহকী কৰি ইয়াৰে পৰাই বিস্তৃতি লভিছিল যে সেই স্বাক্ষৰ আজিও মচা যোৱা নাই। এই সিন্ধুউপত্য কাত ক'ৰোপৰা প্ৰব্ৰজন ঘটা নাছিল বৰ ইয়াৰ পৰাহে কুচ সকলৰ ক্ৰমে পশ্চিম উত্তৰলৈ আৰু এ্ৰা সকলৰ ক্ৰমে পূব দক্ষিণলৈ প্ৰব্ৰজন ঘটিছিল।

এই যে শাস্ত্ৰত মনুৰ নাও নোৱাৰ নাও অৰু নোহৰ নাওৰ সংবাদ পাও মা, তিনিখন শাস্ত্ৰত এই তিনি নামাৰ সামৰি লাকেও—নাও আছিল একেখনেই, ক্ষেত্ৰও আছিল মানস সৰোবৰেই। এই ক্ষেত্ৰতেই মানৱৰ প্ৰথম পদাৰ্পণ ঘটিছিল। মান সত প্লাৱনে সেই আদিম মানৱক আশ্ৰয় লোৱাইছিল—কৰ+কৰ+আমত=কাৰোকোৰমত অৰ্থাৎ সীমাৰো সীমা মাতৃত বা আদিম (Primeval) চাপ মাতৃত বা মাতৃৰূপা আদিম উচ্চাসত। সৃষ্টিধৰ্মীয় তাৎপৰ্য্যৰে পুষ্ট এই কাৰোকোৰম শব্দটোৱে নিজক পৃথিবীৰ আদিম উৎপত্তি স্থল যে তাকেই ঘোষণা কৰিয়েই আছে। এনেকৈয়ে আম—এ্ৰ'—কুচ এই তিনিটা সৃষ্টিধৰ্মীয় ধ্বনিৰে উৎপত্তি হোৱা মানসেও মাতৃত কুচ আৰু এ্ৰা এই দুই মানৱৰ পদাৰ্পণৰ সংবাদকে বহন কৰে। গতিকে এই দুই মানৱে কাৰো

কোৰমৰ পাদাদেশ সিন্ধুৰ সাৱটি লোৱা কাশ্মীৰৰ কোনো এটা অঞ্চলতে মানৱৰ বুদ্ধিৰ পাতনি মেলিছিল যে এইটো পাৰিবে শিক সমৰ্থিত সত্য। সিন্ধুৰ সুংস পৰি বংশ সমগ্ৰ সিন্ধু উপত্য কাত এওঁলোকৰ প্ৰথম বিস্তৃতিৰ পথ সুচল কৰি তুলিছিল। এই অঞ্চলই যদি আদিম উৎপত্তি স্থল নহ'লহেতেন এই অঞ্চলতেই যদি দুই পিতৃমানৱৰ পদাৰ্পণ নঘটিলহেতেন তেনেহ'লে ইয়াৰে পৰা স্পষ্ট এক সীমাৰেখাৰে দুই পিতৃ মানৱৰ সতি সন্ততিয়ে দুই ফালে বিস্তৃতি লভাৰ স্বাক্ষৰ বহন নকৰিলে হেতেন। সেপত চালে এই সত্য আজিও জল জল পট পট হৈয়ে আছে।

এই মানসেই মা কুচ আৰু এৱাৰ মাতৃ এই সিন্ধু যই মা, কুচ আৰু এৱাৰ বিশ্ব এই সিন্ধুৰেই মা শাস্ত্ৰত উল্লেখিত সৈহ্যাম্ম অৰ্থাৎ কুচ আৰু এৱাৰ বিশ্ব জননী। সৃষ্টিধৰ্মীয় তাৎপৰ্য্যৰে বিচাৰি চালেই এই কথাৰ সত্যতা ওলাই পৰে। কেনেকৈ চাওঁচোন। যে নকৈ—আম + এৱা + কুচ = মানস = কুচএৱাৰ মাতৃ।

কুচ + এৱা + দ + জ্য = সিন্ধু = কুচএৱাৰ বিশ্ব।

কুচ + দ + জা + এৱা + আম = সৈহ্যাম্ম = কুচএৱ ৰ বিশ্ব জননী।

অকল ইমানেই নহয় মা আদিম শাস্ত্ৰৰ লগত সঙ্গতি স্থাপন কৰা সৃষ্টিধৰ্মীয় আদিম শব্দ এই অঞ্চলটোতে ঠাইথাই আছে। এই পাৰ্ব্বত্য অঞ্চলৰ পৰাই ইলি নামৰ এটা নদী বৈ গৈ বলখাচ হ্ৰদত আশ্ৰয় লৈ আজিও আছে। এই ইলিকেই মা প্ৰতীকৰূপে কোনোখন শাস্ত্ৰত ইলিয়াদ কোনোখন শাস্ত্ৰত ইলিল্লা আৰু কোনোখন শাস্ত্ৰত ইল ইলা, ঐল আৰু কোনো কোনোখন শাস্ত্ৰত এলেন, হেলেন, আল্লা, ইলাহি আদি ৰূপে সামৰি লোৱা হৈছে।

কাৰোবোৰমৰ কাষৰতে কিৰঘিজ আছে নহয় মা? এই কিৰঘিজ শব্দটোৱো অতি'ক তাৎপৰ্য্যপূৰ্ণ। কৰ+জ্য+হা+জ্য ধ্বনিৰে কিৰঘিজ শব্দটো উৎপত্তি হৈ দুই ৰাজ্যৰ সীমাক বুজায়। কাশ্মিৰৰ পৰা কিৰঘিজলৈ এই খণ্ড ঠাইখিনি আছিল কুচ আৰু এগ্ৰা পিতৃদ্বয়ৰ সতিসন্ততিৰ আদিম বসতিস্থান। এই সীমান্ততে কৰ+কুচ+এগ্ৰাৰে অৰ্থাৎ সীমান্তৰ কুচএগ্ৰাৰ দুই পিতৃপুৰুষক সামৰিয়েই কিৰষ্ণা বা কৃষ্ণ শব্দৰো উৎপত্তি হৈছিল। এই কৃষ্ণই ভাৰতীয় শাস্ত্ৰত উল্লেখিত ভগবান কৃষ্ণ যি আজিও বহন কৰি আছে উভয় কুচ আৰু এগ্ৰা সকলৰ মাজে মিলন, ঐক্য আৰু সংহতিৰ মুচিব নোৱাৰা প্ৰতীকধৰ্মী স্বাক্ষৰ। এই কৃষ্ণৰ দাৰেই সৃষ্টি হৈছিল কৰ+কুচ+টাই ধ্বনিৰে সীমান্তৰ কুচ মানৱৰ মিলন ঐক্য আৰু সংহতিৰ প্ৰতীক কৃষ্ট বা খৃষ্টৰো। গতিকে মা ইলিক কেন্দ্ৰ কৰি আল্লাই হওক, কুচএগ্ৰাক কেন্দ্ৰ কৰি কৃষ্ণই হওঁক বা কুচক কেন্দ্ৰ কৰি খৃষ্টই হওঁক উৎপত্তিয়েই কৰ বা অন্তদেশে কৰ সৃষ্টিৰ আদিমাতে এই অঞ্চলতে এনেকৈয়ে হৈছিল। গ্ৰন্থশাস্ত্ৰবোৰো লিখা হৈছিল কুচ আৰু এগ্ৰা সকলৰ বহল বিস্তৃতিৰ আদিমাতে সৃষ্টিৰ সাৰ এনেখিনি সময়ৰে কাশ্মি-ৰক কেন্দ্ৰ কৰি এইখিনি অঞ্চলতে।

মাজনী আজিৰ সকলো বিভ্ৰান্তিৰ মূল হৈছে— কুচ আৰু এগ্ৰাৰ স্বকীয় পৰিচয় বিচাৰি উলিয়াব নোৱাৰা বেমাৰটোৱেই। আদিম শাস্ত্ৰবোৰৰ পাতাতেই হওঁক বা বৰ্ত্তমানো প্ৰচলিত আদিম শব্দবোৰতেই হওঁক যেতিয়ালৈ এই কুচ আৰু এগ্ৰাক বিচাৰি উলিয়াব নোৱাৰিব, তেতিয়ালৈ ভাষাবিদেই হওঁক দাৰ্শনিকেই হওক, ঐতি হাসিকেই হওঁক ভূতাত্বিক বা নৃতাত্বিকেই হওঁক কোনেও প্ৰকৃত সত্য উদ্‌ঘাটন কৰিবলৈ সমৰ্থন নহয়। এই সকলে প্ৰচলিত বা আদিম শাস্ত্ৰত থকা নামধৰ্মী শব্দবোৰত যিদিনাৰে পৰা কুচ

আৰু ঞাৰু বিচাৰি পাব সেইদিনাৰে পৰাই মানৱ ইতিহাসৰ এন্ধাৰে আবৰা অধ্যায়বোৰো নতুন পোহৰে উজ্জ্বলাই তুলিব।

ৰাচিয়াৰ কিৰঘিজৰ পৰা কাৰাকোৰমেদি কাশ্মিৰৰ সিন্ধুলৈ পোনে পোনে এডাল আচ টানি দেখাচান মা? এই আচডালৰ পশ্চিমলৈ চা যিমানবোৰ ঠাই নদী, পৰ্ব্বত, হ্ৰদৰ নাম আছে প্ৰায় আটাইবোৰ নামতে কুচ ধ্বনিটো থাকি কেৱল কুচময় হৈয়ে আছে আৰু আচডালৰ পূব ল চা যিমানবোৰ ঠাই নদী পৰ্ব্বত, হ্ৰদৰ নাম আছে প্ৰায়বোৰতে ঞা ধ্বনিটো থাকি কেৱল ঞামময় হৈয়ে আছে। এই কাৰাকোৰম আৰু সিন্ধুক মধ্যতে ৰাখি, কিয় পশ্চিম ফালে কুচময় আৰু পূবফালে ঞামময় হল আমাৰ সবাৰো চকুৰ আগতে থকা এই এক অতি আৱশ্যকীয় তাৎপৰ্য্যৰ প্ৰতি কিয় কোনো মনোযোগী হোৱা নাই এইটোহে বৰ আচৰিত কথা। অৱশ্যে নৃতাত্ত্বিক সকলক এনে এক বৈষম্যই মনোযোগ আকৰ্ষণ কৰিব লাগিছিল। এই আচডালৰ পশ্চিম ফালে চাচোন—কাশ্মিৰ সমৰ খাচগৰ বলংখাচ, তাচ বোখৰা খিবা দামাস্কচ তুৰস্ক ককেচিয়ান, কাস্পিয়ান ৰাচিয়া মস্কো, ওমস্কো, টোমাস্কো টোবলাস্কো, ইয়াকুটাস্কো আদি শব্দ বোৰে কি কয়? এই শব্দবোৰ মা পূবফালৰ শব্দবোৰতকৈ সম্পূৰ্ণই বেলেগ ধৰণৰ আৰু এইটো ঘটিবলৈ পাইছে এই শব্দ বোৰত কুচ ধ্বনিটো থকা বাবেহে। আকৌ আচডালৰ পূব-ফালে চা—চীন, চীনহাই, জাপান, মঙ্গোলীয়া মানচুৰিয়া পিকিং, কিৰেনলুণ লবণ চান পো নন্দাদেৱী নেপাল ভূটান নাগপুৰ পাঞ্জাল গঙ্গা (ঙ্গা+ঙ্গা+ঞা) যমুনা বিন্ধ্য। গণ্ডক পাটনা বঙ্গ নাগ আসামঙ্গ আদি শব্দবোৰত ঞা ধ্বনিটো কেনেকৈ লাগি আছে। তাৰমানে মধ্যপাচ্যৰ পৰা সমগ্ৰ ৰাচি য়াহৈ উত্তৰ আমেৰিকালৈ কুচ সকলে আৰু মাঞ্চুৰিয়া মঙ্গোলিয়া

চিনকিয়া, চীন, জাপান, নেপাল, ভূটানকে ধৰি যমুনা বিন্ধ্যাকে আদি কৰি বঙ্গ অসমক লৈ এই সমগ্ৰ অঞ্চলতে এঞা সকলে বিস্তিতি লভিছিল যে এইটো স্পষ্ট। এই কুচ আৰু এঞাবেই বিশ্ববাসী আমি আজিও পৰিচিত। যেনেকৈ পূবৰ অসমতে হা চ আম এঞা জ্য=অসমঞ্জৰ উৎপত্তি, তেনেকৈ অসম ৰাজ্যৰ মানুহৰ নামৰ লগতো ভূ+আৱ+এঞা=ভূঞা, তেনে

চ+এঞা+দ +ৰণ=চন্দ্ৰ

আম+হা+এঞা=মোঙ্গা

এঞা+টাই+হা=নাথ

এঞা+ৰণ+জা+ৰণ=নাজাৰি আদি আছেই। সেইদৰে

পশ্চিমৰ কুচ+আম+ৰণ=কাশ্মিৰ টাই+ৰণ+কুচ=তুৰস্ক

ৰণ+কুচ+য়ান=ৰাশিয়া

নামত— দ +ভূ+কুচ=দয়োভস্কি,

কুচ+লি+ফা=খলিফা

কুচ+কুচ=শেখ

কুচ+য়ান+দ =সৈয়দ আদিয়ে আমাৰ আদিম পৰিচয়ৰ আমাক পৰিচিত কৰিছেই আছে। এনেবোৰ দেখ দেখ সম্পৰ্কক মা অস্বীকাৰ কৰাৰ আমাৰ উপায় জানো আছে? দেখিও নেদেখাৰ ভাওজুৰি থাকিলে নতুবা দেখিম বুলি চকুমুদি থাকিলে সেই কথা অৱশ্যেই বেলেগ।

আনহাতে, সগৰ যাক কোৱা হ'ল—এজনা ৰজা হ'ব নোৱাৰে। কিয়নো চ-জ্য হাৰণ ধ্বনিৰে চগহৰ—চঘৰ বা সগৰ হৈ কুৰক সন্তানৰ ৰাজ্য আৰ্য্যকে সাৰে। তাৰ মানে পূবে পশ্চিমে মহাসাগৰ অবধি সগৰ বা আৰ্য্যই যে আছিল আৰু এই অসমখন এই সগৰৰ বা আৰ্য্যৰ বুকুৰে এক পুত্ৰ বা অংশবিশেষ আছিল তাকেই প্ৰতিপন্ন কৰে। আকৌ ভূ-জা

ৰণ-টাই হা ধ্বনিৰে ভগিৰথ শব্দৰ উৎপত্তি হৈ ভূৰাজাৰ কৃষক মানৱক বুজায়। গতিকে ভগিৰথো যে এজনা ৰজা নাছিল সেইটো উৎপত্তিৰ উৎসই কয়। অকল কোৱাই নহয় ভূৰাজ্যৰ কৃষক মানৱে খেতিৰ বাবে পৰ্ব্বতৰ সুউচ্চৰ পৰা নলা কাটি খেতিৰ মাটিলৈ পানী বোৱাই আনিছিল যে তেনে এটা বাস্তৱ সিদ্ধান্তত উপনিতো কৰায়। সেইবাবেই ভগিৰথে স্বৰ্গৰ পৰা গঙ্গাক বোৱাই আনিছিল বুলি কোৱা হৈছে যে তাত সন্দেহৰ অৱকাশ নাই। বিভিন্ন স্থানত গঙ্গাৰ উৎপত্তি আৰু স্থিতিৰ কাৰণো এইটোৱেই। পূৰ্ব্বভাগৰ আকাশী গঙ্গায়ো এনে স্বাক্ষৰকে বহন কৰে যে ভগীৰথৰ অৰ্থাৎ ভূৰাজ্য ভাৰতৰ কৃষকমানৱৰ কৃষি কৰ্ম্মত গ্ৰহণযোগ্য পদ্ধতিৰ অনুকৰণীয় স্বাক্ষৰ বহন কৰি এই পূৰ্ব্বভাগ যে কৃষক সন্তানৰ বসতিপূৰ্ণ অঞ্চল আছিল তাৰে প্ৰমাণ্য দলিল ৰূপে আকাশীগঙ্গাক জীৱন্ত ৰাখি এই ভাগৰ কৃষক সন্তানৰ মাতৃ যে হা চ আম = অচম (অসম) হয়—এই সত্যৰ সাৰ্থকতাকে প্ৰতিপন্ন কৰিছে।

## ১৮

এই হাৰণ বা কৃষি সভ্যতাৰ যুগতেই যে মানুহবোৰ হৈ আছিল এনে নহয় মাজনী, কৃষি কৰ্ম্মৰে প্ৰতিষ্ঠা লভি এওঁলোকে ক্ৰমে শিক্ষাদীক্ষাৰ প্ৰতি আগ্ৰহশীল হৈ উঠিছিল আৰু ক্ৰমে আগ বাঢ়ি থাকি এনে এটা গৌৰৱোজ্জ্বল যুগৰ সৃষ্টি কৰিছিল—যিটো যুগত এওঁলোকে "চৰণ" (শ্ৰী) অৰ্থাৎ জ্ঞানৱন্ত ৰূপে বিদিত হৈছিল। এই যুগটোকো ত্ৰেটা যুগৰ জগত সামৰি লোৱাত কিবা খেলিমেলিৰ সৃষ্টি হৈ পোহৰলৈ নাহিলেই।

এই চৰণৰ যুগৰ ৰাজ্যক—চৰণ + জ্য = সূৰ্য্য শৰ্য্য শৃঞ্জ, সৰোজ, চৰযু স্বৰ্গ

এই চৰণৰ ৰাজ্যৰ মানৱকে—চৰণ + জ্য + টাই = শৰ্য্যাৎ শৰ্য্যাতি শ্ৰীজাতি,

এই চৰণ মানৱৰ সন্তানকে—চৰণ + চটাই = সৰস্বতী

এই চৰণ মানৱৰ পিতাকে—চৰণ + আৱ + টাই = শ্ৰৱস্তি,

এই চৰণৰ দলকে—চৰণ + পা = শেৰ্পা শৰ্পু,

এই চৰণ মানৱৰ পিতামাতাকে—চৰণ + আম + আৱ + টাই = চৰ্ম্মণৱতী

এই চৰণৰ পিতাক আৱ + চৰণ = বৰ্চিন,

এই চৰণৰ মাতৃকে আম + চৰণ = মিচৰ,

বা চৰণ + আম = চৰাম

এই চৰণৰ গোষ্ঠীক—চৰণ + জ্য + য়ান = শৃঞ্জয়,

এই চৰণৰ বিশ্বকে চৰণ + দ + জ্য = শৰ্দ্ধ, শৰাধ কৈছিল। শ্ৰুতি শাস্ত্ৰবোৰে চৰণ + টাই ধ্বনিৰে উৎপত্তি হৈ এই চৰণৰ যুগৰ মানৱৰ প্ৰগতিৰ খোজৰ স্বাক্ষৰকে বহন কৰিয়েই আছে।

মাজনী বৈদিক যুগৰ সমথিত তথ্যক্ষেত্ৰত 'মনুবৈৱস্বতৰ নজন পুত্ৰৰ চতুৰ্থজনক শৰ্য্যাতি ৰূপে পাও। এওঁৱেই শৰ্য্যাত বা শ্ৰীজাত সকলক প্ৰতিষ্ঠা কৰিছিল। শৰ্য্যাতিৰ পুত্ৰ আনৰ্ত্ত। গুজৰাটৰ প্ৰাচীন নাম আনৰ্ত্তৰ পৰা পোৱা বুলি কোৱা হৈছে। এওঁলোকে আনৰ্ত্তত ৰাজত্ব কৰিছিল। মনুৰ জেষ্ঠ পুত্ৰ ইক্ষাকু অযোধ্যাৰ প্ৰথম ৰজা আছিল। ইক্ষাকুৰ পুত্ৰ নিমি বা বিদেহৰ পৰা বিদেহ সকল নাভানেদিষ্টৰ পৰা বৈশাল সকল আৰু শৰ্য্যাতিৰ পৰা শৰ্য্যাত (শ্ৰীজাত) সকল উদ্ভুত।

অযোধ্যা বিদেহ বৈশাল আৰু শৰ্য্যাতি উক্ত এই চাৰিটা পৰিয়াল লৈয়ে শেষত সূৰ্য্যবংশৰ উৎপত্তি হৈছিল" বৈদিক যুগ।

এই সূৰ্য্য বংশতেই ৰামৰ আবিৰ্ভাব হৈছিল বুলি কোৱা হৈছে। এই ৰামেই এই চৰণৰ যুগৰ পৰা শ্ৰীৰাম ৰূপে আজিও সৰ্ব্বজন বিদিত। তেতিয়াৰে পৰাই শ্ৰীহীন কৃষ্ণয়ো শ্ৰীকৃষ্ণ হৈছিল।

আমাৰ গৱেষক সকল লেজুত ধৰি বল নিদিয়া বিধৰ যে উক্ত কথাখিনি তাৰেই স্বাক্ষৰ। ইমানবোৰ তথ্য হাতত পাইও ৰামক শ্ৰীৰাম বুলি কবলৈ অকণো সাহস গোটাব নোৱাৰা মানেই আভ্যন্তৰিণ দিশটোৰ প্ৰতি তেওঁলোক অকণো সজাগ নহয় যে সেইটোকে দেখা যায়। পুত্ৰ' বহু অৰ্থত ব্যৱহাৰ হোৱা এটা শব্দ ঠিকেই। কিন্তু শৰ্য্যাতিনো কি ? গতিকে শৰ্য্যাতি শব্দৰ কিবা তাৎপৰ্য্য আছে নেকি সেইটো বিচাৰি উলিওৱাটোহে আচল কথা হব লাগে। তাকে নকৰি বাহুল্য কথাৰ মহাভাৰত গোৱাৰ অৰ্থ একো হব নোৱাৰে। সেয়ে এতিয়া শৰ্য্যাতি মানে কি আৰু ইয়াৰ তাৎপৰ্য্যাপূৰ্ণ কিবা অৰ্থ আছে নেকি তাকে বিচাৰ কৰি চোৱা হওক—

বৈদিক শৰ্য্যাতি শব্দটো ভাঙি চালে— চৰণ জ্য টাই এই তিনিটা যুগ্ম ধ্বনিৰে উৎপত্তি হোৱা দেখা যায় আৰু ধ্বনি কেইটাৰ অৰ্থ নিম্নোক্ত ধৰণে পোৱা হয়—

চৰ।= জ্ঞানবস্তু

জ্য = ৰাজ্য বা দেশ

টাই = মানুহ বা মানৱ অৰ্থাৎ

জ্ঞানবস্তু মানৱৰ ৰাজ্য বা ৰাজ্যৰ জ্ঞানবস্তু মানৱ।

আকৌ যিহেতু চৰণ-জ্য ধ্বনিৰে শৰ্য্য সূৰ্য্য স্বৰ্গ, সৰযু সৰোজ, শ্ৰীগু আদি শব্দৰ উৎপত্তি হৈ জ্ঞানবস্তুৰ ৰাজ্যক বুজায় গতিকে চৰণৰ ৰাজ্যক স্বৰ্গ ৰাজ্যৰ মানৱৰ বংশাদিক সূৰ্য্য বংশীয় আৰু চৰণ ৰাজ্যৰ মানুহ হিচাপে শৰ্য্যাত, শ্ৰীজাত, শ্ৰীজাতি বা শৰ্য্যাতি, বুলি কোৱাত মুনিৰ পৰা কণমানো

আঁতৰি নোযোৱাটোকে সূচায়।

বিশেষকৈ মনকৰিবলগীয়া যে, অযোধ্যা দেশত (বৰ্ত্তমান উত্তৰ প্ৰদেশত) সৰযু নদী আজিও আছে আৰু আজিও কাশ্মীৰক ভূস্বৰ্গৰ আখ্যাৰে আখ্যায়িত কৰিয়েই আছে। কাশ্মীৰত আকৌ নৌচেৰা শ্ৰীনগৰো আছে। অযোধ্যাত সৰযুৰ লগতে মুচৌৰি বিহাৰত চহৰামৰ লগতে চাৰণ জিলাও আছে। তাৰোপৰি বিহাৰৰ ৰাজ উপত্যকাৰ সুন্দৰ পৰিবেশত অৱস্থিত এটুকুৰা ঠাই আছে—নাম শ্ৰীপৰ্ব্বত। অসমৰ দৰং ৰাজ্যৰ শাৱলাতো আছে উত্তৰে গামাৰি গিৰি, দক্ষিণে পৰ্ব্বত ছিৰী।' শিকিৰ পাহাৰত চিৰিৰ, চিৰিহেড মাইনচিৰি ছিৰিটিছো আৰু খাচিয়া পাহাৰত চেৰাপুঞ্জি (চিৰিপুঞ্জী) আদি পৰ্ব্বত শ্ৰেণীয়েই সেই পৰ্ব্বত চিৰীৰ স্বাক্ষৰকে বহন কৰি আজিও আছে। অকল ভাৰতত নহয় যে সমগ্ৰ বিশ্বতেই এই চিৰি (চৰণ বা শ্ৰী) সভ্যতাই বিৰাজ কৰিছিল যে তেনে স্বাক্ষৰো বহুতো আছে ৰাচিয়াত চৌৰদৰীয়া চামাৰা চাৰাটভ স্পেইনত চাৰাগাছা ফ্ৰান্সত চেৰবুৰ্গ ভূমধ্যসাগৰীয অঞ্চলত চাৰদিনিয় চাচাৰি, চাইপ্ৰচ কৰ্চিকা, মধ্য প্ৰাচ্যত পাৰস্য চিৰিয়া, চিৰাজ চাহাৰা মিচৰ চাৰি, ভাৰত মহাসাগৰত শ্ৰীলঙ্কা, ইন্দোনেচিয়াত চাৱাৰক চিৰাম আমেৰিকাত মিচৌৰি নদী চিয়াৰা মাদ্ৰে চিয়াৰা নাভাদা (চিয়াৰামাদ্ৰে চিয়াৰানাভাদা স্পেইনতো আছে) আদি চৰণ বা চিৰিযুক্ত শব্দবোৰে সেই শ্ৰীসভ্যতাৰ স্বাক্ষৰকে বহন কৰি আজিও আছে।

এটা কথা তই মন কৰিব পাৰিচনে মাজনী অসমত যেনেকৈ মুচিৰি (মানস মনচিৰি মুশ্ৰী) নদী আছে, ঠিক তেনেকৈয়ে উত্তৰ প্ৰদেশতো মুচৌৰি নদী আছে, আমেৰিকাতো মিচৌৰি নদী আছে আৰু আফ্ৰিকতো মিচৰ আছে। মুচিৰি মুচৌৰি, মিচৌৰি আৰু মিচৰ এই আটাইকেইটা শব্দৰ উৎপত্তিৰ মূল আম চৰণ

আৰু অৰ্থও একেটাই—চৰণৰ মাতৃ। ঠিক এনেদৰেই একেঅৰ্থাতে শ্ৰীমা সুৰমা, চিৰিমা, চুৰমা চুৰ্মা চুৰ্মী, শৰ্ম্মা আদি শব্দবো উৎপত্তি হয়। তাৰ উপৰিও চাৰু চাৰি, চৰণ চিৰণ চেৰপা চোপ্ৰা আদি শব্দবোৰো চৰণ বা শ্ৰীসভ্যতাৰ যুগৰ উৎপত্তিৰেই স্বাক্ষৰ। এনেকৈয়ে এই চৰণ যুক্ত বহুশব্দ বিশ্বব্যাপি থাকি আজিও সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিয়েই আছে।

মাজনী যেতিযা নদীৰ নামত চিৰি ঠাইৰ নামত চিৰি পৰ্ব্বত পাহাৰৰ নামত চিৰি, মানুহৰ নামত চিৰি, নামগীতত চিৰি, দেৱ দেৱী, দেৱালয়ৰ বা মন্দিৰৰ নামতো চিৰি—কেৱল চিৰিময় হৈয়েহে থকা দেখা যায় তেতিয়া চিৰি নামৰ সুদূৰ-প্ৰসাৰী যুগজয়ী প্ৰভাৱ এটাই বিৰাজ কৰিছিল বুলি নিশ্চয়কৈ কব পৰা যায়। মানৱকেন্দ্ৰিক সুদূৰ প্ৰসাৰী যুগজয়ী প্ৰভাৱৰ নামেই সভ্যতা-যাৰ স্বাক্ষৰ বহন কৰে এনেধৰণৰ পাৰবেশিক নিদৰ্শনে বা তথ্যই।

মাজনী, অসমৰ পাৰিবেশিক তথ্যই আমাৰ মনত এনে চিন্তাৰ উদ্ৰেক কৰে—মানৱৰ ক্ৰমপ্ৰগতিৰ খোজৰ এই চৰণ বা শ্ৰীনামৰ সভ্যতাই অসমৰ বুকুতো এক প্ৰবল বন্যাৰ সৃষ্টি কৰিছিল।

এই যে ভূগোলত আছে মনচিৰি (মানস, মুশ্ৰী), ধনচিৰি বেলচিৰি, সুৱণচিৰি লুইতচিৰি (চিৰিলুইত) সুৰমা (চিৰিমা), এই নদীকেইটাৰ নাম কাহানিও মন কৰিছনে বাৰু ? এইখনেই অসম,—যিখনক এই চিৰি নদীবোৰে আজিও সাবটি লৈয়েই আছে। অসম আজিও এনে এখন ঠাই যিখন ঠাইৰ সাজোন কাচোনত এই চিৰি নদীৰ দৰে ঐতিহ্যপুৰ্ণ ঐক্যতানৰ প্ৰাকৃতিক অৱদান আছে! ইমানেই নহয় মা—উক্ত চিৰিনদী কেইটাৰ ওপৰিও চিয়াঙৰ চেচেৰি, মিজোৰামৰ ধলেশ্বৰী (ধলেচিৰি) তুৰাৰ সোমেশ্বৰী (সোমেচিৰি) আদি সকবৰ নদীবোৰে আৰু মিকিৰ

পাহাৰত মাইনচিৰি চিৰিভিছো, চিৰিব, চিৰিহেড খাচিয়া জয়ন্তিয়াৰ চেৰাপুঞ্জি (চিৰিপুঞ্জি) কাচাৰৰ চিলচৰ (চিলচিৰি) দৰঙৰ চাৰিদুৱাৰ (চিৰিদুৱাৰ) চিৰাজুলি (চিৰিজুলি) গোৱাল পাৰাৰ শ্ৰীৰামপুৰ কামেঙৰ চেৰগাও (চিৰিগাওঁ) আদি ঠাইবোৰে সোণত যেন সুৱাগাহে চৰাইছে।

প্ৰশ্ন এইখিনিতে জাগে সমগ্ৰ অসমক সাবটি উক্ত নদী আৰু ঠাইবোৰৰ নামৰ লগত এই চিৰি'ৰ সংযোজন ঘটিল কেনেকৈ? কোনোবাই ক বনে এই 'চিৰি ৰ সংযোজন আজিৰ? যুগে যুগে চিৰিৰ জহকে গাই গাই অসমৰ চিৰিনদী কেইটা বৈ বৈ বৈয়ে আছিল— বৈয়ে আছে—বৈয়েই থাকিব। এই চিৰি ৰহ লুপ্ত পৰিচয়ৰ এখিলা পাত উদ্ধাৰ কৰিব পাৰিলেই ভাঙি ভাঙি নিচিহ্নপ্ৰায় অসমীয়াও পুনৰ জাগ্ৰত হৈ উঠিব—আৰু এনে কোনো শক্তি নহব যি চিৰিৰ অসমীয়াক আৰু ভাঙিব পাৰিব।

অকল নদী বা ঠাইৰ নামতেই নহয় মাজনী চিৰিৰ সংবাদ দিব পৰা এনে অজস্ৰ তথ্য আমাৰ আগতেই বা লগতেই আছে। কিন্তু আমি সেইবোৰৰ প্ৰতি মনোযোগী নোহোৱা বাবেহে একোকে নেদেখো—একোকে নেপাও। তদুপৰি, এই দিশৰ নিয়ন্ত্ৰক শ্ৰেণীটোক আমি ভয় কৰো। কিয়নো লিপি বা বিদেশী গবেষকৰ দলিল অবিহনে তেওঁলোকে তেনেবোৰ তথ্য অস্বীকাৰ কৰে। কিন্তু এয়া অতিকৈ দুৰ্ভাগ্যজনক যে বাস্তৱ তথ্যক অস্বীকাৰ কৰি তেওঁলোকে অকল গোলামী পাণ্ডিত্যই নিকিনে—একোখন দেশৰ, একোটা ক্ষুদ্ৰ মানৱ জাতি সত্বাৰ মহৎ অপকাৰো সাধে। অসমক সাবটি লৈ থকা উক্ত চিৰি নদীকেইটাই আমাৰ লিপি আমাৰ দলিল, এটা সভ্যতাৰ স্বাক্ষৰ—সাক্ষ্য। ইয়াতকৈ মূল্যবান নথি আমাক আৰু কিবা লাগেনে?

এটা সময়ত কোৰিয়াক 'চুচেণ্ড' আৰু জাপানক দয়িনিপ্পন অৰ্থাৎ সূৰ্যোদয়ৰ দেশ কোৱাৰ দৰে পূবৰ এই চিৰিৰ দেশ খনকো দিক্কৰ অৰ্থাৎ পূৰ্ব্বদেশ সূৰ্যোদয়ৰ দেশ উদয়াচল বা সূৰ্য্যাই যাৰ সীমা কোৱা হৈছিল আৰু সেই সূত্ৰতে এই দেশৰ মানুহখিনিকো দিক্কৰবাসী কোৱা হৈছিল। পূবত দিকৰাই বা দিক্ৰং নদীয়ে সেই স্বাক্ষৰকে বহন কৰি আজিও আছে

প্ৰকৃতাৰ্থত 'দ'য়ে সূৰ্য্যক আৰু কৰে সীমাক, সীমা-মূৰীয়া ঠাইক অঞ্চলক বা গাৱঁকো বুজাইছিল। গতিকে দিকৰাই দিক্ৰং বা দিকৰে পূব প্ৰান্তৰকেই বুজাইছিল আৰু চিৰিৰ দেশৰ পশ্চিম প্ৰান্তত সীমাকে সাবটি কৰতোৱা নদী আজিও আছে। একেবাৰে উত্তৰ পশ্চিম কোণত দাৰ্জ্জিলিঙৰ কৰচিয়াং অৱস্থিত। সেই কৰচিয়াংৰ পৰা কৰতোৱা হৈ মানকাচাৰক সাবটি একেবাৰে দক্ষিণে অৱস্থিত কাচাৰ আৰু কুচিয়াৰা নৈলৈকে (কৰচিৰিৰ পৰা কৰচাৰ হৈ কাচাৰ আৰু কৰচিৰিয়াৰ পৰা কুচিয়াৰা হৈছিল) এইখনেই আছিল চিৰি নদীৰ অসমদেশ— যুগ যুগান্তৰৰ গৰকাতো যি দেশৰ সীমা হেৰাই যোৱা নাই যেনে আছিল—তেনে আছে।

ব্ৰহ্মদেশৰ প্ৰশান্ত মহাসাগৰীয় অঞ্চল কাৰেণকে ধৰি দিকৰৰ পৰা কৰচিয়াং হৈ কৰৰে সাবোটা কৰতোৱা মানকাচাৰ কাচাৰ আৰু কুচিয়াৰা নদীৰ বুকুৰ এই দেশখনৰ মানুহখিনিয়ে যে চিৰিনদী কেইটাক কেন্দ্ৰ কৰিয়েই প্ৰতিষ্ঠা লভিছিল সেই স্বাক্ষৰকে বহন কৰি কৰ+বৰ্ত্ত=কৈবৰ্ত্ত কৰ+আৰ=কাৰ্বি, চ+কৰ+বৰ্ত্তী=চক্ৰবৰ্ত্তী সকল আজিও আছে। যিহেতু এওঁ লোক চিৰিনদীৰ কৰৰ (সীমাৰ) কৰবৰ্ত্তী (সীমান্তবৰ্ত্তী) মানুহ আছিল, সেয়ে শ্ৰীসভ্যতাৰ প্ৰবাহ আৰু প্ৰভাৱত প্ৰভাবান্বিত আটাইখিনি মানুহেই কৰচিৰিৰ কৰচাৰ বা কাচাৰ মানুহ বুলি

কচাৰি (কছাৰী) জাতিৰূপে খ্যাত হৈ উঠিছিল।

কালৰ বোৱতি সুঁতিত এওঁলোকৰো জনবৃদ্ধি হৈছিল আৰু ক্ৰমে দলবান্ধি বহল বিস্তৃতি লভিছিল। কালক্ৰমত পিতৃ পুৰুষৰ সোৱৰণত এওঁলোকৰ খেলিমেলিৰ সৃষ্টি হৈ সেই দলবোৰ একো একোটা খেল হৈ পৰিছিল। ক্ৰমে সেই খেল বোৰেই একো একোটা ক্ষুদ্ৰ গোষ্ঠীলৈ ৰূপান্তৰিত হৈছিল। সেই সেই ক্ষুদ্ৰ গোষ্ঠীবোৰেই আজিৰ অসমৰ আদিম গোষ্ঠীৰূপে স্বীকৃতিৰ স্বাক্ষৰ বহন কৰিয়েই আছে আৰু সেই গোষ্ঠীবোৰৰ বিস্তৃতিৰ স্বাক্ষৰো চিৰি নদীক মাতৃৰ আখ্যা দিয়া সুৰমা (চিৰিমা) বা মুশ্ৰী (মাচিৰি) আদিয়ে বহণ কৰি আজিও আছে।

এই চিৰি নদীবোৰৰ উপত্যাকাত বসবাসী সকলৰ পিচৰ বিস্তৃতিত এই চিৰি ( শ্ৰী ) শব্দটো পৰিচয় সুচক হৈছিল। কিয়নো, চিৰিৰ পাৰৰ মানুহ বুলি এওঁলোকে এই চিৰি (শ্ৰী) শব্দটোৰে নিজৰ পৰিচয় দিবলৈ লৈছিল আৰু তেনেকৈয়ে নামৰ আগত লিখা শ্ৰীটো অনিবাৰ্য্য হৈ পৰিছিল। ইয়াৰ সত্য সংবাদ দিব পৰা তথ্য বিচাৰি কলৈকো যাব নেলাগে যা? অসমৰ বুকুতে থকা হাজং নামৰ এই গোষ্ঠীটো সৌ সিদিনা মাত্ৰ মান ভগনৰ পিচত উৎপত্তি হোৱা। মানৰ অত্যাচাৰত থাকিব নোবাৰি হাজো অঞ্চলৰ পৰা ভাগি যোৱা কিছুমান মানুহে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে গাৰো পাহাৰৰ নামনিৰ ঘৃলিবোৰত আশ্ৰয় লৈছিল গৈ। উভৈনদী মাছ পুঠি নদন-বদন খেৰ খেতি খেতিৰ উপ যোগী অতি উৰ্ব্বৰা মাটি আৰু স্বাস্থ্যৰ উপযোগী মাটিৰ বুকুলৈ বৈ পৰা লুইতৰ শীতল বতাহচাতিকে বুকুৰ কুটুম কৰি মান-

---

সুৰমা আৰু মুশ্ৰী এটা শব্দৰে ইপিঠি সিপিঠি। সুৰমা শব্দটো চৰণ +আম ধ্বনিৰে উৎপত্তি হৈ চৰণৰ মাতৃক আৰু মুশ্ৰী শব্দটো আম+ চৰণ ধ্বনিৰে উৎপত্তি হৈ মাতৃৰ চৰণক বুজায়।

সকলে অসম এৰি যোৱাৰ পিচতো তেওঁলোকে ঘূৰি নাহি স্থায়ী ভাবে তাতেই থাকিল। গাৰো ককাইভাইহঁতে তেওঁলোক ক'ৰ মানুহ বুলি সোধাত তেওঁলোকে হাজোৰ মানুহ বুলিয়েই কৈছিল। তেতিয়া 'অ' তেনেহ'লে তইঁতি হাজং মানুহ আছে ?'—বুলি তেওঁলোকে যি কলে আজিও কৈয়ে আছে। কিন্তু দুখৰ কথা যে ৰাজনীতিকৰ ফান্দত পৰি তেওঁলোকো আজি বেলেগ গোষ্ঠী আৰু স্বকীয়া পৰিচয়ৰ অন্বেষণত ব্যস্ত। প্ৰকৃততে তেওঁলোক হাজো অঞ্চলৰ কোচবংশীয় মানুহ যে বয়োবৃদ্ধ সকলে আজিও সগৌৰৱে ঘোষণা কৰিয়েই আছে। ভাষা বুলিবলৈ আদিতে তেওঁলোকে হাজো অঞ্চলৰ কথিত ভাষাই কৈছিল। কিন্তু, গোৱালপৰীয়া গাৰোপাহাৰীয়া ককাইহঁতৰ প্ৰভাৱ পৰি লৰা ছোৱালী নাতি পুতিৰ দিনলৈ ক্ৰমে ভাষাই এক নতুন ৰূপ পৰিগ্ৰহণ কৰাত আচৰিত হ'বলগীয়া একো নাই। এতিয়া এওঁলোকে সোণক সোণা, সৰু লৰা ছোৱালীক সৰু চাৱা, লোৱাক — লোৱা মানুহক মান মানসি মানুহৰ গেলা কথাক—মান গিলালে কথা তই চুৱা (পৰ) মানুহ নেকিক তই ঝুডা (ঝুঠা) মান নাকি ?, মই খাও—মই খাব আমি খাও—আমৰা খাব মই খাইছো—মই খাইছে মই খালোহঁতেন—মই খাবা চাৱণ (চাও), মাকক মাইযো, আবুক—আবু আজুককাইক—আজ জাকৈইক- জাখা, খালৈক—খালৈ কৈযেই আছে।

নামৰ আগত লিখা শ্ৰী'ৰ দৰে মা, এই হাজংৰে' সৃষ্টি হৈছিল এনেকৈয়ে- এই অসমৰ বুকুতে। বিচাৰিলে এনে উদাহৰণ দেখাব আছে।

মাজনী মানুহৰ নাম উপাধি আদিৰ লগত অতীত পৰিচয়ৰ সম্পৰ্ক যে থাকে সেইটো তই হয়তো মনেই কৰা নাই। ৰামায়ণৰ লিখক 'ৰাল্মিকী ৰত্নাকৰ" শব্দ দুটালৈয়ে মন কৰচোন

বাৰু ? ৰত্নাকৰত কৰ সংযোজনে তোন এটা স্বাক্ষৰকে বহন কৰাৰ অজস্ৰ উদাহৰণ আজিও আছে। সৃষ্টিধৰ্ম্মীয় ভাষাৰ উৎপত্তিগত অৰ্থৰে এই শব্দ দুটাই গিৰিপিতা গঙ্গামাতাৰ সীমান্ত বৰ্ত্তী বিজ্ঞমানৱ এজনকহে বুজাইছিল। প্ৰচলিত কৰ, কাৰ কাৰী আদি শব্দৰ সংযোজনলৈ মনকৰিলে তই নিজেই তাৰ সত্যাসত্য নিৰূপণ কৰিব পাৰিবি। মাৰাথি ভাই ভনীহঁতৰ কাৰ শব্দই আজিও সীমান্তৰ ঠাই অঞ্চল বা গাৱঁকে বুজাই উপাধিৰ সতে এই কাৰ শব্দটো যোগ হৈয়েই আছে— যেনেকৈ লতামঙ্গেশকাৰে মঙ্গেশ গাওঁৰ লতাক বা ৰমেশ ওৱেদ-কাৰে ওৱেদ গাৱঁৰ ৰমেশক বুজায়। অকল মাৰাথি ভাই ভনীহঁতৰেই নহয় প্ৰায় দাক্ষিণাত্যতেই 'কৰৰ ব্যৱহাৰ লক্ষণীয়। বঙ্গদেশৰ ভাইভনীহঁতৰ মাজতো কৰ বা কাৰ উপাধিধাৰী বহুতো আছে - সীমাৰ নদী কৰতোৱাও আছে। অসমতো আছে—দেৱালয়ৰ নামত চত্ৰকাৰ, ঠাইৰ নামত—নকাৰি কাৰিচুক, নামত দিবাকৰ কৰবী উপাধত—মালাকাৰ কৰ্ম্মকাৰ আদি। ঠিক এনেকৈয়ে মা, চৰণ চিৰণ, চিৰিং চিৰি শ্ৰী আদি শব্দহ সৃষ্টিধৰ্ম্মীয় অৰ্থত জ্ঞানৱন্তক বুজায়। আকৌ জ্ঞানৱন্ত হোৱা মানেই মনৰ শ্ৰীবৃদ্ধি হোৱাটোকে সূচায়। সেই দিশৰ পৰা অসমৰ ক্ষেত্ৰত অসমৰ জাতীয় জীৱনৰ শ্ৰীবৃদ্ধিত এই চিৰি নদী কেইটাৰ সম্পদৰাজিৰ অৱদানে এক অভূতপূৰ্ব্ব অংশ গ্ৰহণ কৰি আহিছে বাবেই এই শ্ৰীক বৃদ্ধিৰ অৰ্থত গ্ৰহণ কৰা হৈছে বুলি নিশ্চয়কৈ ঠাৱৰ কৰিব পাৰি। কিয়নো, এই চিৰিৰ দেশৰ শ্ৰীমানুহ খিনিৰ বাবে চিৰি নদী কেইটাই যে জীৱন সৰ্ব্বস্ব আৰু নমৰা দিনলৈ অবিচ্ছেদ্য অঙ্গ নামৰ আগত লিখা শ্ৰীয়ে তাকেই প্ৰতিপন্ন কৰা নাইনে ?

মাজনী, এই চিৰি লুইতৰ বুকুৰ বহুমূলীয়া কাঠ, সুৱণশিৰিৰ

বুকুৰ বালুত সোণৰ চপৰা ধনচিৰি, মনচিৰি (মুশ্ৰী) আদি আটাইবোৰ চিৰিনদীৰ পলসত লখিমীৰ গুটি, আলুৰগুটি, ধানৰ গুটি আদিৰ দৰে চিৰিনদীকেইটাই বহন কৰি থকা সম্পদ ৰাজিৰ গ্ৰাহক সকল এই তৃটীয়া মনপা, চেৰডুকপেন, মিজি, অকা খাৱা, ডফলা, মিৰি, আবৰ, মিচিমি চিংফৌ, নগা মিকিৰ কচাৰি, (ব্ৰাহ্মণ কোচ, কলিতা কৈৱৰ্ত্ত আদি ভোয়ামবাসী) গাৰো, খাচীযা, জয়ন্তীযা সকলেই নাছিল নে? এই চিৰিৰ সম্পদ ৰাজি ভগাই বাণ্ডৰাই খাওতে এওলোকৰ কোনেও কাজিয়া কৰাৰ দৃষ্টান্ত আছেনে? বৰং 'আলুগুটি, বালুগুটি চিৰিগুটি ৰাম যি হাতত গুটি আছে সিহাতত পাম"—এই মুঠি খেলটোৱে কি কয় বাৰু?

আলুগুটি বালুগুটি, চিৰিগুটি ৰাম"—মানে এইখনেই সোণৰ অসম—যি অসমৰ চিৰিৰ পাৰৰ পলাসত ধানৰ গুটি সৰিয়হৰ গুটি, আলুগুটি উপচি থাকে—যি অসমৰ চিৰিৰ বালুৰ গুটিত সোণৰ চপৰা থাকে—যি অসমৰ শ্ৰীৰামৰ বংশধৰ চিৰিগুটিবোৰে (চিৰিমানুহবোৰে) এগিৰিৰ দাৰে থাকি সেই সম্পদবোৰ আহৰণ কৰে আৰু একে মুঠিতে বান্ধি যি হাতত গুটি আছে সি হাতত পাম"—অৰ্থাৎ যতেই যেনেকৈ যাৰ হাততেই নেথাকক লাগে—পামেই। এটা জীয়া জাতিৰ বাবে ইয়াতকৈ মিলন, ঐক্য আৰু সংহতিৰ বাবে আন অন্য কিবা লাগেনে? —এনেদৰেই অসমীয়া সংস্কৃতিৰ ধ্বজাবাহী ঐতিহাসিক সত্য-সম্বলিত এই খেলটো সোঁসুদুৰ অতীতৰে পৰা আজিও খেলিয়েই আছোচান ?

তাৰ উপৰিও একজন ১১।১২ বছৰীয়া গাৰো ভাইক দুজন লৰাই জোকাই থাকোতে যি শুনিলো—শুনি স্তব্ধ হৈ গলো। কি শুনিলো জান— ঐ মোক গাৰো গাৰো নকবি, গাৰো

হ'লে কি মুই চিৰজী মুৰ ভয় কি ?' অৰ্থাৎ ঐ তইঁতে মোক গাৰো গাৰো বুলি মাতিছ তাৰ কি অৰ্থ হ'ব? মই চিৰজী অৰ্থাৎ চিৰিদেশী – মৰিবলৈ মোৰ ভয় কি ?

চিৰদেশী মানুহ বুলি কিয় ক'লে—মই সোধাত সি মোক উত্তৰ দিলে এইবুলি—"ঐ মুই কি জানিম চব মানুহে এই ধৰণে কৈ থাকিছে—মুই ক'লে জগৰ লাগিল নি ?'

চা মানে কি নেজানে অথচ মানুহে কৈ আহিছে বুলি য়েই সিও কৈছে—তাৰ লৰা ছোৱালীয়েও ক'ব—নাতি পুতিয়েও ক'ব—আৰু এনেকৈয়ে অনাদি কাল কৈয়েই থাকিব। মজ্জাত এবাৰ যেতিয়া খোপনি পুতি লৈছে আৰু তেজত যেতিয়া চিৰিৰ সোঁত বৈছে—বৈয়েই থাকিব—বৈয়েই থাকিব—বৈ য়েই থাকিব। নামত যেতিয়া চিৰি আছে—খেলাত যেতিয়া চিৰি আছে গানত যেতিয়া চিৰি আছে তেজৰ ধমনিত যেতিয়া চিৰি আছে চিৰিৰ লগত যেতিয়া ইতিহাসো আছে চিৰি নমৰে চিৰিৰ শ্ৰীসভ্যতাও মৰিব নোৱাৰে।

একোখন দেশৰ একোটা জাতিৰ সভ্যতাৰ লাইখুটা—কলা কৃষ্টি আৰু সংস্কৃতিহে। সেই সুদূৰ অতীজৰে পৰা শ্ৰীসভ্যতাৰ ঐতিহ্য বহন কৰি বৰ্ত্তমানো বাচি থকা এটা জীয়া জাতিৰ নিৰবচ্ছিন্ন সোঁত এটা বৈয়েই আছে যেতিয়া কলা কৃষ্টি বা সংস্কৃতিৰ বিষয়ে বৰ বেচি একো নক'লেও চলে। কিয়নো বৰ্ত্তমানেই অতীতৰ ছবিখন উদঙাই দিয়ে। সেয়ে, যি আছিল আছে-থাকিব যি চলিছিল চলিছে—চলিব আৰু প্ৰগতিৰ খোজে খোজে ভাষাৰ যিদৰে ক্ৰমবিৱৰ্ত্তন ঘটিছে—ঘটিব।

তদুপৰি, শ্ৰীৰ বুকুত বৈ বৈ বাঁজি থকা শ্ৰীঅসমৰ এটা যুগৰ সভ্যতা সংস্কৃতিৰ এটা দিশ মাত্ৰ সামৰি অলিখিত সুপ্ত পৰিচয়ৰ আন এখিলা পাত মেলি শ্ৰীঅসমৰ সভ্যতা সংস্কৃতি

যে কিমান যুগান্তকাৰী —কিমান ঐতিহাসিক তাৰে দুই এটি সামন্যতম দৃষ্টান্তহে দঙি ধৰিম।

চিৰি অসমীয়াৰ চিৰি যেন মজ্জাগত হৈ পৰিছে। বৃহত্তৰ অসমৰ চুকে কোনে পাৰে ভূঞে চহৰে নগৰে বিয়া সবাহকে আদি কৰি এনে এটা সাংস্কৃতিক সমাৰোহ নহয় য'ত চিৰিৰ নাম গুণ নাই। সমাজৰ ৰীতি নীতিৰ ওপৰত চিৰিৰ ইমানেই প্ৰভাৱ—চিৰিৰ পানী তুলি ধুৱৰা নোওৱা কৰি সুচি নকৰিলে যেন বিয়াই নহয়। বিয়া নামত চা—ই কিমান সংস্কৃতিক কিমান কাব্যিক। মানৱ সমাজ যেন প্ৰকৃতিৰ চিৰাচৰিত নিয়মৰ দাসহে—সেই নিয়ম মানি আমিও চলিব লাগিব। চিৰিৰ দেশৰ চিৰিৰ বুকুত তাৰো সুৰ কিদৰে বাজে শুনচোন—মা? মন নকৰ বুলিছে—তইঁতেই গাৱ নহয়?

ঐ ৰাম যৌৱনৰ বতৰত
" " হিৰদয়ৰ চোতালত
" পীৰিতিৰে ঢল নামেছে—।
ঐ ৰাম বাৰিষাৰ বতৰত
" " চিৰিৰে চোতালত
" " কিদৰে ঢল নামি আহেছে—।
ঐ ৰাম চিৰিৰে চিৰ মতী
" " গুণে সাধ্বিসতী,
" " আজি আমাৰ আয়াৰ বিয়াহে—।
ঐ ৰাম আমিও গেছিলো
" " আয়াৰ বিয়া চাবা,
" " বাটতে বহেনেই পালাহে—।
ঐ ৰাম চিৰিৰ পানীতুলি,
" " ধুৱালো নোওৱালো

' ' সজালো কইনাৰ বেশ হে— ।
ঐ ৰাম চিৰিথে চিৰ কান্তোই,
' " আহি লৈয়া যাবো,
" ' ই কথা পৰ কিত্তিৰ নিয়মহে— ।

এয়া ৰচনা আজিৰ নে যা ? আজিৰ ৰচনাত কিন্তু, চিৰিৰ ঐক্যতানৰ সুৰ নবাজে—বাজে মাত্ৰ বিভাজনৰ বেসুৰীযা সুৰহে ।

তাৰ উপৰিও গৰখীয়াই গৰু চৰাবলৈ গৈ বনত, মহ চাৰকে মহৰ পিঠিত উঠি দলনীপিতনীত, বাটকৰুৱাই গছৰ তলত বহি বাহীবাদকে গছৰ ডালত উঠি সৌ তাহানিৰে পৰা এতিয়ালৈকে গায়েই আছে—

অ বাপু হৰদত (হৰদত্ত) অ' বাপু বিদ্দত (বীৰদত্ত),
কেলেই নো বৰুৱা হলি ?
চিৰি পানী দশৰে চিৰিপতি বৰুৱা,
হাতী ধৰিবলৈ গলি ?
হাতীও হেৰালি লিহিৰি বনতে
ঘোৰাও হেৰালি ৰণে ।
অ' বাপু হৰদত অ' বাপু বিদ্দত
কেলেই নো বৰুৱা হলি—?

মনচিৰিৰ পৰা চিৰিলুইতৰ পাৰলৈ আজিও সবাবো অন্তৰত খলকনি তোলা এই গীতটোৱেই চিৰিপানী (নদী)ৰ দেশৰ সভ্যতা সংস্কৃতিৰ লগতে আহোমৰ শাসনৰ বাঘজৰী সোলকি পৰিব ধৰা এচোৱা কালৰ এখন অতিমূল্যবান ঐতিহাসিক দলিল নহয়নে ?

চিৰি পানীৰ হচাঙৰ (হচা [১]—অচাং অচাম—অসম) হৰদত্ত বীৰদত্তই কেনেকৈ আহোমৰ লগত মিত্ৰতা সূত্ৰত আবদ্ধ হৈ আহোমৰ পদধাৰী বৰুৱা হৈছিল—তাকে কোৱা নাইনে? মানৰ আক্ৰমণৰ সময়ত আহোমে দেশ ৰক্ষা কৰিব নোৱাৰাত, চিৰি-পানী দেশৰ মানুহ অবৰ্ণনীয় অত্যাচাৰৰ বলি হৈ হিয়াঢাকুৰি চকুৰ পানীৰে নদী বোৱাই গোৱা নাছিল নে—হে বাপু (ৰজা) হদ্দত, হে বাপু বিদ্দত কোনো শত্ৰুৱে পৰশিব নোৱাৰা চিৰি পানীৰ দেশৰ ৰজা হৈও কিয়ইবা আহোমৰ পদধাৰী বৰুৱা হলি? হৈয়ই বা কৰিলি কি? প্ৰলোভনত ভাল গৈ ঘোঁৰা গুচি হাতী পাম বুলি—পালি কি? ফলত হাতীও নেপালি—ঘোঁৰাও হেৰালি। হায় বিধাতা আমাৰ আজি কি দশা হল? হে বাপু হদ্দত, হে বিদ্দত কিয়নো বৰুৱা হলি? বৰুৱা নহলে আমাৰ এনে দুৰ্দ্দশা নহলহেঁতেনেই বা? গৃহ কন্দলত ভাগি পৰা আহোম ৰাজত্বৰ ইতিহাসত এয়া এক কলঙ্কিত অধ্যায় নহয়নে? ইয়াতকৈ ভালকৈ অন্য ইতিহাসে ক বনে? এয়াই নহয়নে—অসমৰ বুকুত বৈ থকা এটা যুগৰ শ্ৰীসভ্যতা সংস্কৃতিৰ যুগান্তকাৰী অলিখিত সুপ্ত ইতিহাসৰ এটা মাইলৰ খুটি?

অসমাৰেই বদনে আদৰি অনা মানৰ অত্যাচাৰতকৈও ভয়াবহ আজিৰ এই সংকটময় মুহূৰ্ত্তত কংগ্ৰেছী কুশাসনৰ বলি হৈ শ্ৰীঅসমৰ অনাথ আমিও আজি হিয়া ঢাকুৰী গোৱা নাইনে—

---

১ গুৱাহাটীৰ উত্তৰে বাইহাটা চাৰিআলিৰ অনতি দূৰতে হৰদত্ত বীৰদত্ত আলিৰ কাষৰত হৰদত্ত বীৰদত্তৰ পুখুৰী আৰু অলপদূৰ উত্তৰতে হচাং নামৰ ঠাই টুকুৰাই অসম নামৰ ঐতিহ্য বহন কৰিয়েই আছে।

চিৰিবে দেশৰে অ বাপু চিৰি অসমীয়া
কেলেইনো কংগ্ৰেছী হলি ?
চিৰি পনী দেশৰে চিৰিপতি অসমীয়া
হাতী ধৰিবলৈ গলি ?
হাতীও হেৰালি কংগ্ৰেছীৰ পাকত
ঘোৰাও হেৰালি ফাকে ?
চিৰিবে দেশৰে অ বাপু চিৰি অসমীয়া
কেলেইনো কংগ্ৰেছী হলি ?

সচানে ? সচা কাহানিও মিছা হ'ব নোৱাৰে। বাস্তৱ ইতিহাস বিসঙ্গতিপূৰ্ণ হ'লেই মানৱ মনে হাহাকাৰ কৰি উঠে— সংস্কাৰ বিচাৰি। আমিও বিচাৰিছো। সেয়ে অতীতক স্মৰি, আকৌবাৰ জাগি চিৰিৰ বুকুতে এক হৈ মিলি কালিমা লাগিব ধৰা ইতিহাসৰ পাত ফালি মোহাৰি নেপেলাম কিয় ?

## ১৭

মাজনী গিৰিবাসী সকল ক্ৰমে জনা বুজা অৰ্থাৎ বণ হৈ ভূমিৰ সংস্পৰ্শলৈ আহি ভূমিজনা মানৱ ৰূপে ভৰত হৈ, সেই ভূমিতেই কৃষিপদ্ধতিৰে অন্ন আবিষ্কাৰ কৰি হাৱণ হৈ ক্ৰমে শিক্ষা দীক্ষাৰ প্ৰতি মনোনিবেশকৰি চৰণৰূপে বিদিত হৈছিল এনেকৈয়ে। চৰণ অৰ্থাৎ জ্ঞানৱন্ত হৈয়ো তেওঁলোক ক্ষান্ত নেথাকি আৰু বহু কিছু জনাৰ উৎকণ্ঠাৰে দল বান্ধি দলে দলে সিচৰতি হৈ পৰিল। দলীয় প্ৰতিযোগিতা আৰম্ভ হ ল। এই দ'ল বোৰকে পাৰণ অৰ্থাৎ বিজ্ঞদল বা প্ৰব্ৰজক দল কোৱা হ'ল। এই বিজ্ঞদলৰ যুগটোকে পাৰণৰ বা দ'+পাৰণৰ=দ্বাপৰৰ

অৰ্থাৎ সূৰ্য্যবংশীয় বিজ্ঞদলৰ যুগৰূপে আখ্যায়িত কৰা হল।

এই পাৰণৰ যুগৰ ৰাজ্যকে = পাৰণ + জ্য = পৰঞ্জ পুৰঞ্জ বা পুৰুঞ্জ;

এই পাৰণৰ গোষ্ঠীয়কে = পাৰণ + জ্য + য়ান = পুৰঞ্জয়,

এই পাৰণৰ পিতাকে = পাৰণ + আৰ = পুৰৰ, পুৰুৰৱ, পৌৰৱ

এই পাৰণৰ মাতৃকে = পাৰণ + আম = পাৰম,

এই পাৰণৰ সন্তানক = পাৰ। + চ = পুৰুচ প্ৰাংশু পশু,

এই পাৰণ মানৱকে = পাৰণ + টাই = পৃতু, প্ৰেত পৃথু,

এই পৰণৰ ৰাজ্যক = পাৰণ + জ্য = প্ৰাগ,

এই পাৰণৰ গোষ্ঠীয়ৰ ৰাজ্যকে — পাৰণ + যান + জ্য = প্ৰয়াগ

এই পাৰণ কুচৰ বিশ্বকে = পাৰণ + কুচ + দ + জ্য = পুৰুষধ কৈছিল। পুৰাণ শাস্ত্ৰবোৰে এই পাৰণৰ যুগৰ মানৱৰ প্ৰগতিৰ স্বাক্ষৰক বহন কৰি আজিও আছে।

মাজনী বৈদিক ব্ৰহ্মাবৰ্ত্তৰ এটা ভাগ যে কামৰূপ নামে বিদিত আছিল—সেই নামটো এই পাৰণৰ যুগৰেই সৃষ্টিধৰ্ম্মীয় উৎপত্তিৰ স্বাক্ষৰ। যিহেতু সৃষ্টিধৰ্ম্মীয় কুন আম-ৰণপাৰে কাম ৰূপ শব্দৰ উৎপত্তি হৈ কুনে গঙ্গাক আমই মাতৃক আৰু ৰণ পাই প্ৰব্ৰজক দলক বুজায় গতিকে এই পাৰণৰ যুগতে গঙ্গা মাতৃৰ পৰা অসমলৈ প্ৰব্ৰজন ঘটাটোক সূচায় আৰু এইটো নিশ্চিত কৰে পশুৰ অভ্যুদয়ে। কিয়নো, পাৰণ চৰণেৰে উৎপত্তি হোৱা পশুৰামৰ সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্যয়ো চৰণৰ প্ৰব্ৰজক দলকে বুজায়। প্ৰকৃততে ক্ষত্ৰিয়ক নিঃক্ষত্ৰি কৰাৰ অভিযান এয়া নাছিল—আছিল মানৱৰ ক্ৰমপ্ৰগতিৰ বৌৱতি স্মৃতিত প্ৰব্ৰজনৰ সতে সুসম্পৰ্ক ৰক্ষা কৰি চৰণৰ পৰা পাৰণৰ যুগলৈ প্ৰবেশৰ প্ৰবাহিক কাৰণ—যি ইতিহাসৰ ক্ৰমিক ধাৰাত এন্ধাৰে

আৰৰা ইয়ো এক উল্লেখনীয় ব্যাতিক্ৰম। সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্যবে কামৰূপৰ ৰণপাই অৰ্থাৎ প্ৰব্ৰজক দলে প্ৰাগজ্যোতিচপুৰত প্ৰব্ৰজক দলৰ ৰাজ্যৰ সন্তানক সাবটি থকা স্বত্বেও আমি একোকে বিচাৰ নকৰি কল্পিত ধাৰণাৰে বশবৰ্ত্তী হৈ আছো য এয়াও সেই ব্যাতিক্ৰমৰে স্বাক্ষৰ। পুৰ সেই পাৰণৰ যুগৰেই সৃষ্টি—পুৰাণ গ্ৰন্থবোৰ সেই পাৰণৰ যুগৰেই ঐতিহাসিক দলিল। মানৱৰ ক্ৰমবিৱৰ্ত্তনৰ ক্ৰমিক ধাৰত বেদ বাইবেলে গিৰি-পতাৰ (গুহা মানৱৰ) যুগৰ ৰামায়ণ, ইলিযাদৎদিচিয়ে ৰণৰ (বিজ্ঞৰ) যুগৰ, ব্ৰাহ্মণবোৰে হাৰণৰ (কৃষকৰ) যুগৰ শ্ৰুতিবোৰে চৰণৰ (জ্ঞানবন্তৰ) যুগৰ, পুৰাণবোৰে পাৰণৰ (বিজ্ঞদলৰ) যুগৰ মহাভাৰত আৰু কোৰাণে কুৰণৰ (বিজ্ঞানীৰ) যুগৰ স্বাক্ষৰ বহন কৰি— এই যুগ বিশেষৰ সতে ক্ৰমপ্ৰগতিৰ কালজয়ী খোজবোৰ ৰাখি ৰাখি মানৱইতিহাসৰ অমূল্য দলিলৰূপে আজিও আছে। অথচ সেইবোৰ অনুশীলন আৰু অনুধাবন নকৰি কল্পিত বাৰেবা, এমখাকে সামৰি সাজি ইতিহাসৰ সমলৰূপে গ্ৰহণ কৰিছো। যেতিয়ালৈ এই যুগকেইটাৰ লগত সমন্বয় ৰক্ষা কৰি থকা সৃষ্টি ধৰ্ম্মীয় শব্দভাণ্ডাৰৰ উৎপত্তিৰ মূলৰ লগত সঙ্গতি ৰাখি আগবাঢ়ি অহা নহয় তেতিয়ালৈ মানৱ ইতিহাসো প্ৰকৃত সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয় মা!

এই পাৰণৰ যুগতে আৰম্ভ হোৱা দলীয় প্ৰতিযোগিতাৰ ফলতেই বিভিন্ন কাৰিকৰী দিশত ক্ৰমপ্ৰগতিৰে আগবাঢ়ি থাকি এটা সময়ত এওঁলোকৰ যান্ত্ৰিক প্ৰগতিৰে "কুৰণ" অৰ্থাৎ যান্ত্ৰিক বা বিজ্ঞানী ৰূপে কুৰণৰ যুগত প্ৰবেশ ঘটিল। এই যুগটোকে মা কুৰণ+টাই=কৃত বা কিৰাটৰ অৰ্থাৎ বিজ্ঞানী মানৱৰ যুগ কৈছিল।

এই কুৰণৰ ৰাজ্যকে=কুৰণ+জ্য=কুৰুজ, কুৰ্গ,

এই কুৰুণৰ পিতাকে=কুৰুণ+আৱ=কৌৰৱ, বুৰুৰৱ,

এই কুৰুণৰ সন্তানকে=কুৰুণ+চ=ক্ৰুচ ক্ৰচ,

এই কুৰুণৰ কুচ মানৱকে=কুৰুণ+কুচ+টাই=কৃষ্ট বা খৃষ্ট,

এই কুৰুণৰ কুচ গোষ্ঠীয়কে=কুৰুণ+কুচ+য়ান=ক্ৰোশই,

এই কুৰুণ কুচৰ বিশ্বকে=কুৰুণ+কুচ+দ+জ্য=কুৰুৰধ, কৃষধ

এই কুৰুণ কুচৰ সন্তানকে=কুৰুণ+কুচ=কুকষ কৃষ,

এই কুৰুণৰ এগ্ৰা কে=কুৰুণ+এগ্ৰা=কৰ্ণ,

এই কুৰুণৰ কুচ আৰু এগ্ৰাকে=কুৰুণ+কুচ+এগ্ৰা=কৃষ্ণ কৈছিল।

এনেকৈয়ে মা, এই দলীয় প্ৰতিযোগিতাৰ ফলতেই সমগ্ৰ বিজ্ঞানৰ প্ৰগতিয়ে এটা সময়ত ধ্বংসাত্মক ৰূপ লৈছিল আৰু তাৰ ফলতেই মহাভাৰতৰ যুদ্ধত অৱতীৰ্ণ কৰাইছিল। কাৰ্ত্তবীৰ্জ অৰ্জ্জুনে প্ৰকৃততে এজনা ৰজাকে সুবুজায়। কিয়নো,—কুৰুণ+টাই+আৱ+ৰণ+জ্য ধ্বনিৰে কাৰ্ত্তবীৰ্জ হৈ বিজ্ঞানী মানৱৰ বিজ্ঞ ৰজাক আৰু অজে+অজে+ৰণ ধ্বনিৰে অৰ্জ্জুন শব্দৰ উৎপত্তি হৈ বিজ্ঞ ৰজা ৰজাদিক বুজায়। গতিকে কাৰ্ত্তবীৰ্জ অৰ্জ্জুনে যান্ত্ৰিক বা বিজ্ঞানী মানৱৰ বিজ্ঞ ৰজা ৰজাদিক সামৰি বিজ্ঞানৰ যুগৰ সেই সেই ৰজাৰ দলীয় নেতৃত্ব বা পিতৃত্বকে সাদৰি লয়। কুৰুণক সাবটিলোৱা মহাভাৰত আৰু কোৰাণ এই কুৰুণৰ যুগৰেই সৃষ্টিৰ প্ৰতীকধৰ্ম্মী স্বাক্ষৰ।

অসমত এই যে কিৰাট সকলৰ কথা পাও মা, এই কিৰাটেই সেই কুৰুণৰ যগৰ অৰ্থাৎ বিজ্ঞানৰ যুগৰ স্বাক্ষৰকে বহন কৰে। কুৰুণ টাই ধ্বনিৰে কৃত বা কিৰাট শব্দৰ উৎপত্তিহৈ সৃষ্টিধৰ্ম্মীয় অৰ্থৰে যান্ত্ৰিক বা বিজ্ঞানী মানৱক বুজায। গতিকে কিৰাট সৈন্য মানে যান্ত্ৰিক যুগৰ যান্ত্ৰিক অস্ত্ৰ চালনাত পটু

সৈন্যক বুজায়। কামৰূপৰ ভগদত্তই কিৰাট সৈন্যলৈ মহাভাৰতৰ যুদ্ধত কৌৰৱৰ ফলীয়া হৈ পাণ্ডৱৰ বিপক্ষে যুদ্ধ কৰিছিল বুলি মহাভাৰতত উল্লেখ আছে। গতিকে কুৰণৰ প্ৰবাহ আৰু প্ৰভাৱে অসমৰ বুকুত অকল কুৰণ সভ্যতাৰ স্বাক্ষৰেই বহন নকৰে—মহাভাৰতৰ যুদ্ধত অংশ গ্ৰহণ কৰা অসমৰ কিৰাটে বৈদিক ভাৰতৰ সতে এই পূৰ্ব্বভাগৰ অবিচ্ছেদ্যতাক প্ৰমাণ কৰি এই পূৰ্ব্বভাগেই যে বেদক্ষেত্ৰ বহ্মাবৰ্ত্ত আছিল তাকো নিশ্চিত কৰাৰ পথনিৰ্দ্দেশনাও দিয়ে।

—ঠিক এনেকৈয়ে মা, শাস্ত্ৰত থকা নাম বা প্ৰতীকধৰ্ম্মী শব্দবোৰৰ সৃষ্টি শ্মীয় তাৎপৰ্য্যপূৰ্ণ অৰ্থবোৰ উলিয়াই লৈ খোজ আগবঢ়ালেই ঐতিহাসিক বিসঙ্গতিবোৰ আঁতৰি প্ৰকৃত সত্য ওলাই পৰিব। সৃষ্টিধৰ্ম্মীয় অৰ্থপূৰ্ণ যুগ্ম ধ্বনিবোৰ বিচাৰি উলিয়াবলৈ ৰামায়ণৰ নামধৰ্ম্মী শব্দবোৰেই যথেষ্ট। এই শব্দবোৰ ভাঙিচালেই সৃষ্টিধৰ্ম্মীয় অৰ্থপূৰ্ণ যুগ্ম ধ্বনিবোৰ ওলাই পৰে। সেই যুগত ভাষাৰ পৰিসৰ কিমানদূৰ পৰিবেষ্টিত আছিল ৰামায়ণ তাৰেই স্বাক্ষৰ। ৰণক সাৰটি যেনেকৈ ৰামায়ণৰ সৃষ্টি, তেনেকৈ কৃষকক অৰ্থাৎ হাৰণক আৰণক বা এৰিয়ানক সাৱটি য়েই সংহিতা ব্ৰাহ্মণৰ সৃষ্টি। যেনেকৈ ৰামায়ণত ৰণৰ প্ৰভাৱ স্পষ্ট তেনেই সংহিতা ব্ৰাহ্মণত কৃষিৰ লগত সম্পৰ্ক ৰক্ষা কৰি থকা হাৰণ, আৰণ বা হাৰণৰ ৰাজ্য আৰ্য্যৰ প্ৰভাৱ স্পষ্ট। সেইদৰে জ্ঞানৱস্তু বা চৰণ মানৱৰ স্বাক্ষৰ বহন কৰে শ্ৰুতিয়ে, পাৰণ বা বিজ্ঞদলীয় মানৱৰ পুৰাণে, কুৰণ বা যান্ত্ৰীক মানৱৰ কোৰাণ আৰু কৌৰৱক সাৱটি লোৱা মহাভাৰতে। এনে পৰ্য্যায় বোৰে যে মানৱৰ ক্ৰম প্ৰগতিৰ খোজবোৰ চিহ্নিত কৰি মানৱ ইতিহাসৰ স্পষ্ট ছবিএখন দাঙি ধৰিব পাৰে তাৰ প্ৰতি কোনো বুৰঞ্জীবিদেই সচেতন নহয় বাবে কোনো এটা বাস্তৱসত্য উদ্ঘাটনৰ

বাটত আমি প্ৰতিখোজে উজুতি খাই আছো। পৰীক্ষা বাঞ্চনীয় বুলি এটা কথা আছে নহয় না? যদিহে ভাষাবিদ বুৰঞ্জীবিদ নৃতাত্বিক ভূতাত্বিক আৰু দাৰ্শনিক সকলে যুতিয়া প্ৰচেষ্টাৰে উক্ত পথেৰে পৰীক্ষা নিৰীক্ষা চলাই আগবাঢে তেনেহ'লে অনুদ্‌ঘাটিত সত্যবোৰ উদ্‌ঘাটন হ'বই আৰু তেতিয়া পৃথিৱীখন এক নতুন পোহৰে পোহৰাই তুলিবই।

বৰ দুখজনক যে মানৱ প্ৰগতিৰ এটা উচ্চশিখৰত ঠিয় হৈয়ো আজিও আমি কলিকালৰ মানুহ বুলিয়েই কৈ আছো। কলিকালে গিৰিবাসী মানুহৰ সভ্যতা সংস্কৃতিৰ খোজৰ স্বাক্ষৰ বহন কৰা কালকে বুজায়। আজিও আমি গুহাবাসী বা গিৰিবাসী হৈয়েই আছোনে? আজিৰ বিশ্বমানৱৰ বিজ্ঞানৰ দিশত কাৰিকৰী বা যান্ত্ৰীক প্ৰগতি মানৱজাতিৰ ক্ৰমপ্ৰগতিৰ ইতিহাসত জানো সুদূৰপ্ৰসাৰী এটা কালজয়ী খোজ নহয়? কিন্তু, সেইটো জানো আমি নিৰ্ণয় বা চিহ্নিত কৰিব পাৰিছো? নাই বাবেই আজিও আমি সেই কলি কালকে সাবটি লৈ আছো—যাক নেকি আমি বহুসহস্ৰ বছৰৰ আগতেই অতিক্ৰম কৰি আহিলো।

আজি আমি যিটো যুগত ভৰি দি বিজ্ঞানৰ অতিব প্ৰগতি সাধিছো, এনে এটা যুগ অতীজতো আছিল। বিস্মৃতিৰ গৰ্ভত সেই যুগটোৰ নাম ফলি হেৰাই গলেও বাইবেলৰ উদযান কোৰাণৰ ৰফৰফ আৰু বোৰাক যান মহাভাৰতৰ ঢেকীৰ বাহন আৰু অগ্নিবান আদিয়ে সেই যুগৰ বিজ্ঞানৰ প্ৰগতিৰ স্বাক্ষৰকে বহন কৰি থকা নাইনে? আজিৰ আমাৰ দৰে বিজ্ঞানৰ অতিব প্ৰগতিৰে তেতিয়াই তেওঁলোকে মহাকাশযান সাজি গ্ৰহ গহান্তৰত বিচৰণ কৰিছিল যে ৰফৰফ আৰু বোৰাক ৰথত চৰি হজৰত মহম্মদৰ মেৰাজ চৰিফে সেই সাক্ষ্যকে নিদিয়ে

নে ? অতিকৈ ৰহস্যজনক আৰু চিন্তনীয় যে ৰবি সোম, মঙ্গল বুধ বৃহস্পতি শুক্ৰ, শনি আদি গ্ৰহ নামাকৰণ কোনে কেতিয়া কেনেকৈ কৰিছিল আমি এবাৰো ভাবি চাইছোনে বাৰু ? এই নামবোৰ জানো আজিৰ মা ? কত সহস্ৰ বছৰৰ আগতে হয়তো এই নাম বাৰ দিয়া হৈছিল। কিন্তু এনেয়ে জানো দিছিল ? আজিৰ বিজ্ঞানীয়ে চন্দ্ৰগ্ৰহত পদাৰ্পণ কৰাৰ দৰে এই গ্ৰহবোৰত পদাৰ্পন নকৰাকৈ নামাকৰণ নিশ্চয় কৰা হোৱা নাছিল গতিকে গ্ৰহৰ পাৰিবেশিক তথ্য ভিত্তিক অভিযান আৰু সাফল্যৰ প্ৰতীকধৰ্ম্মী তাৎপৰ্য্যপূৰ্ণ নামাকৰণ কৰা হৈছিল যে এইটো ঠিক। আমি জানো এবাৰো এই নামবোৰৰ তাৎপৰ্য্য বিচাৰি চাইছো ? এই নামবোৰৰ তাৎপৰ্য্য বুজাহেতেন আজিৰ বিজ্ঞানীয়ে ইমান এন্ধাৰত বাট বুলিব নেলা গিলাহেতেন হয়তো।

মাজনী আজিলৈ যিমানবোৰ গৱেষণা হল ইয়াৰ কোনো টোৱেই প্ৰকৃত সত্যৰ ওপৰত প্ৰতিষ্ঠিত নোহোৱা বাবেই আমি মানৱ আহিলো কৰ পৰা পালোহি কিমান আৰু যামেবা কলৈ— মানৱৰ এই নিৰবচ্ছিন্ন ক্ৰমবিৱৰ্ত্তনৰ সোঁতটো বোৱাই আনোতে আউল লাগি গল। বিশ্বৰ পৰ্ব্বত ভৈয়ামৰ ভাষা কিংবদন্তি ধৰ্ম্মীয়শাস্ত্ৰত থকা নাম আৰু শব্দ মানুহৰ নাম নদী নলাৰ নাম, পৰ্ব্বতপাহাৰৰ নাম অতীজ ঐতিহ্য আৰু গ্ৰহ উপগ্ৰহৰ নাম আদিৰ উৎপত্তিৰ মূল আৰু সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্য বিচাৰি উলিয়াব পাৰিলেহে আউল ভাঙি ক্ৰমবিৱৰ্ত্তনৰ সোঁতটো নিৰৱচ্ছিন্ন ভাবে বোৱাই অনাত সহায়ক হব।

সৃষ্টিধৰ্ম্মীয় এনেবোৰ নাম বা শব্দৰ তাৎপৰ্য্য হেৰাই যোৱা মানেই মানৱ ইতিহাসৰ অমূল্য অধ্যায় হেৰাই যোৱা। বেদ বাইবেল, কোৰাণ, গীতা, পুৰাণ, শ্ৰুতি, ভাগৱত, ৰামায়ণ,

মহাভাৰত, ইলিয়াদ ওদিচি আদি অতীজ গ্ৰন্থবোৰৰ নামৰো তাৎপৰ্য্য আছে। এইবোৰ কোনো ধৰ্ম্মীয় গ্ৰন্থ নহয়। আচলতে এইবোৰ মানৱৰ ক্ৰমপ্ৰগতিৰ স্বাক্ষৰ বহনকাৰী মানৱীয় প্ৰমূল্যৰ ঐতিহাসীক দলিল। তাত কোনো ধৰ্ম্মীয় গোন্ধো নাই— মাৰ্কাও নাই— আছে মাত্ৰ বিশ্বাসী মানৱৰ কৰ্ম্মই যে ধৰ্ম্ম সেই মহা মানৱীয় প্ৰমূল্য। ভাঙ্গা আৰু শাসন কৰাৰ নিষ্ঠুৰ হেচাত সেই মানৱীয় পিতৃ প্ৰমূল্যৰ সোঁতটো স্তব্ধ হৈ যোৱাত আজি আমি পথহাৰা হৈছো

মাজনী মই যি কথা ক'ব লাগিছো—শুৱলাকৈ ক'ব জনা নাই যদিও সেই দলিলবোৰত এনেবোৰ কথাই লিখা আছে যে আৰু এইবোৰ প্ৰকৃতসত্যৰ ওপৰত প্ৰতিস্থিত যে, উদাহৰণ স্বৰূপে, মহাভাৰতৰ কুৰু পাণ্ডৱৰ যুদ্ধ যুধিষ্ঠীৰৰ স্বৰ্গযাত্ৰা আৰু যদুবংশ পতনৰ সৃষ্টিধৰ্ম্মীয় তাৎপৰ্য্যইনো কি কয় চাচোন বাৰু ?

সৃষ্টিধৰ্ম্মীয় ভাষাৰ উৎপত্তিগত অৰ্থৰে মা কুৰণ আৰু ধ্বনিৰে কৌৰৱ শব্দৰ উৎপত্তি হৈ যান্ত্ৰিক পিতাক বুজায় অৰ্থাৎ বিজ্ঞানে যে পিতৃত্ব লভিছিল বা বিজ্ঞানৰ অতিব প্ৰগতি সাধিছিল বা মানৱৰ ক্ৰমপ্ৰগতিৰ খোজত মানৱ অতিবিজ্ঞানী হৈছিল তাকে সূচায়। আকৌ পাৰণ—দ'—আৰু ধ্বনিৰে পাণ্ডৱ শব্দৰ উৎপত্তি হৈ সূৰ্য্যবংশীয় বিজ্ঞ দলক বুজায়। আচলতে স্বৰ্গবুলি একোৱেই নাই—এয়ে চৰগ এয়ে নৰক। কিয়নো, চৰণ—জ্য ধ্বনিৰে স্বৰ্গ শব্দৰ উৎপত্তি হৈ জ্ঞানৱস্তুৰ ৰাজ্যকহে বুজায়।

গতিকে, এইটো সহজে অনুমেয় যে দলীয় প্ৰতিযোগিতাৰ উত্তৰতেই ভয়াবহ যুদ্ধখন হৈছিল আৰু বিজ্ঞানৰ ধ্বংসাত্মক প্ৰগতিয়ে তেওঁলোকক নিশেষ কৰিছিল যে তাৰ তিক্ত পৰি- নতিয়েই তেওঁলোকক ভাল শিকনি এটা দিছিল। সেয়ে বিজ্ঞা-

নৰ প্ৰগতি ধ্বংসাত্মক নহৈ মানৱ কল্যাণৰ হকেহে যে হ'ব লাগে—এনে এটা বাস্তৱ মূল্যবোধৰ উপলব্ধিৰে তেওঁলোকে চৰণ-জ্য লৈ=স্বৰ্গলৈ অৰ্থাৎ জ্ঞানৱন্তৰ ৰাজ্যলৈ বা জ্ঞানৱন্তৰ যুগলৈ প্ৰৱেশৰ পথ বিচাৰিছিল

বিজ্ঞানৰ প্ৰগতিয়েহে যে মানৱৰ প্ৰগতিৰ মাৰুকাঠি সেইটো তেওঁলোকে বেচ হৃদয়ঙ্গম কৰি লৈছিল বাবেই জ্ঞানৱন্ত বিজ্ঞানীৰ যুগত প্ৰৱেশ পথৰ যাত্ৰীৰূপে কুৰণ কুৰণক=কুকুৰক অৰ্থাৎ বিজ্ঞানৰ অতিৰ প্ৰগতিক যাত্ৰাপথৰ সাৰথি কৰি লৈছিল বুলিয়েই জ্য দ' চ টাই ৰণৰ=যুধিষ্ঠিৰৰ অৰ্থাৎ বিশ্বৰ বিজ্ঞমানৱ সন্তানৰ লগত যোৱা কুকুৰটোৱে তাকেই সূচাইছিল।

এতিয়া ক ব পাৰোনে মা, দলীয় প্ৰতিযোগিতাৰ উত্তৰতেই যে বিজ্ঞানে অতিৰ প্ৰগতি সাধিছিল আৰু সেই প্ৰগতিয়ে যে তেওঁলোকৰ বাবেই ভয়াবহ হৈছিল যিটো কাৰণত তেওঁলোকে বিজ্ঞানৰ সমগ্ৰ প্ৰগতিক যাতে মানৱ কল্যাণৰ হকে নিয়োগ কৰিব পাৰি তাৰ বাবে কুৰু চৰণৰূপে অৰ্থাত জ্ঞানৱন্ত বিজ্ঞানী ৰূপে আৰুএক প্ৰগতিৰ প্ৰৱেশ পথ বিচাৰিছিল? কিন্তু তাত প্ৰতিস্থিত হোৱাৰ আগতে সমগ্ৰ জ্য দ'=যদু অৰ্থাৎ সূৰ্য্যৰৰাজ্য বা বিশ্ব প্ৰলয়ত পতিত হোৱাত কিৰাটৰ বা কৃতযুগৰ অৰ্থাৎ বিজ্ঞানৰ যুগৰ অৱসান ঘটিছিল যে যদুবংশৰ পতনে তাকেই সূচাইছিল। এতিয়া বুজি পালিনে মা, মানৱে কেনেকৈ চৰণৰ পৰা পাৰণ হৈ দলীয় প্ৰতিযোগিতাৰে বিজ্ঞানৰ অশেষ প্ৰগতি সাধি কুৰণ অৰ্থাৎ বিজ্ঞানী হৈছিল?

ঠিক মা, আমি আহি থাকি আজি সেই কুৰু-পাণ্ডৱৰ যুগটোতেই আকৌবাৰ খোজ পেলাইছোহি। দলীয় প্ৰতিযো-গিতাৰ উত্তৰতেই সৃষ্ট হোৱা প্ৰথম আৰু দ্বিতীয় মহাসমৰত আমিও সেই কুৰু পাণ্ডৱৰ যুদ্ধকেই দেখিছিলো। আজি বিশ্বত

ঘটি থকা সকলৰ ঘটনাৰাজিও সেই দলীয় প্ৰতিযোগিতাৰেই বিৰূপ প্ৰতিক্ৰীয়া। যদিহে আমি পুণ বাৰ তৃতীয় মহাসমৰত সোমাই পৰিবলগীয়া হয় তেনেহলে যদুবংশৰ পতন হোৱাদি আমাৰো পতন ঘটিব যে ধ্ৰুৰূপ। গতিকে সময় থাকোতে বিজ্ঞানৰ সমগ্ৰ প্ৰগতিক মানৱ কল্যাণৰ হকে নিযোগ কৰি কুৰুচৰণ ৰূপে কুৰণ চৰণ জ্যত=কুৰুস্বৰ্গত অৰ্থাৎ জ্ঞানৱন্ত বিজ্ঞানীৰ যুগত (ৰাজ্যত) প্ৰবেশ কৰিবৰ হল। অন্যথাই সৃষ্টিধৰ্ম্মীয় সোঁতত ভেঁটা পাৰি অনিবাৰ্য্যই সৃষ্টিৰ ধ্বংসকে আদৰি আনিব যে ঠিক। এনে এটি সন্ধিক্ষণত এই ৰূঢ় সত্যৰ যাতে সমগ্ৰ বিশ্ববাসীয়ে হাড়ে হিমজুৰে উপলব্ধি কৰি, প্ৰকৃত সৃষ্টিধৰ্ম্মীয় পথেৰে আগবাঢ়ি যাব পাৰে—এই প্ৰচেষ্টা সেইবাবেই নহয়নে বা? সেয়ে পুন পুন চিঞৰি চিঞৰি কৈছো—আমি মানৱ আজি কুৰু চৰণ অৰ্থাৎ অতিবিজ্ঞানী হৈছো এতিয়াৰে পৰা আমি কুৰু-কুৰণ অৰ্থাৎ জ্ঞানৱন্ত বিজ্ঞানী হব লাগে। কিয়নো ধ্বংসাত্মক বিজ্ঞানৰ প্ৰগতি অতি ভয়াবহ। ই যিকোনো মূহুৰ্ত্তে বিশ্বৰ ধ্বংস মাতি আনিব পাৰে। গতিকে তাৰে পৰা নিস্কৃতি পাবলৈ—খৰ খেদাকৈ বা, খৰ খেদাকৈ আগবাঢ়ি বই লাগিব। এই কুৰু কুৰণৰ সাকোখন অতি সাৱধানে অতিক্ৰম কৰি কুৰুচৰণ ৰূপে কুৰুস্বৰ্গত আমাক প্ৰতিষ্ঠা কৰি বই লাগিব। অন্যথাই বিশ্ব আৰু বাচি নেথাকিব বা, বাচি নেথাকিব।

## ২০

মাজনী যদু অৰ্থাৎ বিশ্ব প্ৰলয়ত পতিত হোৱাৰ পিচত বাচি থকা মানুহখিনি "হান" অৰ্থাৎ অন্নৰ সন্ধানী হৈ কেনেকৈ হাবুদাবু খাই ফুৰিছিল, সেইটো ক্ৰমবিৱৰ্ত্তনৰ খোজৰ

জগত খোজ মিলাই কৈ আহিছোঁৱেই নহয় ? এতিয়া শুনচোন মা এই চিৰিৰ অসম সেই হানৰ প্ৰবাহত উটি ভাহিও কেনেকৈ অসম হৈযে ৰল ?

উক্ত হানৰ কোনো ঠালে আহি আজিৰ অসমৰ উত্তৰ পূৰ্ব্বাঞ্চলত যিতাপি লৈ কেনেকৈ আহোম ৰূপ খ্যাত হৈছিল— তাৰো স্বচ্ছ পাৰিচ শিক ভথ্য আমাৰ আগত থকাটো বিচাৰি চোৱাহ নাই মা ?

এই চিৰ নদী বোৰৰদাৰ অসমৰে চিয়া লোহিত আৰু টিৰাপ সীমান্তলৈ ( পাটকাই পাৰ্ব্বত্য অঞ্চলাক ধৰি চেন্দুইন নদীৰ সামৰি ) দিহ, দিহিং দিব দিচা দিচৈ দয়াং দিমৌ দিখৌ আদ নদীবোৰে উক্ত হানৰ দলৰ বিস্তৃতিৰ স্বাক্ষৰকে বহন কৰি আজিও আছে । সৃষ্টিধৰ্ম্মীয় ভাষাৰ উৎপত্তিগত অৰ্থৰে দি+হানৰ পৰা দিহং বা দিহিং হৈ সূৰ্য্যবংশীয় হান সকলকে বুজাইছিল । হানৰ দলক, হানৰ সন্তান সন্ততিক বা হানৰ মাতৃভূমিক বুজোৱা উক্ত আটাই কেইটা 'দি' ধাৰী নদীৰ নামৰ উৎপত্তিৰ মূল একেটাই । পিচত গৈ উচ্চাৰণৰ ব্যাতিক্ৰম ঘটিহে কিছু বেলেগ ৰূপ লৈছিল ।

এতিয়া উক্ত নদীকেইটাৰ প্ৰায় মধ্যস্থল লোহিত সীমান্তৰ পূবদিশত অৱস্থিত হায়োলিয়া বা হানোলিয়া নামৰ অঞ্চলটোলৈ মন কৰচোন মা ? সৃষ্টিধৰ্ম্মীয় ভাষাৰ উৎপত্তি গত অৰ্থৰে হানোলিয়া শব্দৰ অৰ্থই হান সকলৰ অম্নগিৰিক বুজায় । অধিক কি, উক্ত হানৰদলে এই হানোলিয়াক কেন্দ্ৰ কৰিয়েই দিহংৰ পৰা দিহিঙলৈ স্থায়ী বসতি বিস্তাৰ কৰি, মাতৃভূমি প্ৰতিস্থা কৰি মাতৃৰূপে সাৱটি বহুকাল পাৰকৰি দিছিল যে উক্ত হানীয় স্বাক্ষৰবোৰে তাকেই কয় । উক্ত হান সকলে এই হানোলিয়াতেই অৰ্থাৎ হানৰ অম্নগিৰিতেই হান+হা+

আমৰে আনহেইম আনহোম বা আহোম ৰূপে বিদিত হৈছিল- এনেকৈয়ে। (অন্নৰ সন্ধানীৰ বিস্তৃতিৰ স্বাক্ষৰ বহন কৰি আমেৰিকাতো আনহেইম্ আজিও আছে)।

কালক্ৰমত এই আহোম সকলৰ সন্তিসন্ততি বঢ়ি ঠায়ো অকুলন হৈ আহিছিল, লুইতৰ বলীয়া বানত থকা সবকা হৈছিল আৰু বহু প্ৰাকৃতিক দুৰ্যোগত পতিত হৈ পুন বাৰ অস্থিৰ অবিৰ হোৱা হানৰ সন্তিসন্ততিসবে আহোমৰ শেষ পদচিহ্ন হানোলিয়াতে এৰি দলবান্ধি এদলে চেন্দুইন নদীক (চ+হান+দ =চেন্দ অৰ্থই সূৰ্য্যবংশীয় হানৰ সন্তানক বুজায় আৰু তেনেকৈয়ে উৎপত্তি হোৱাটোকে সূচায়। আকৌ চ+হান হৈ চৌহানো হয়) সাৰটি ব্ৰহ্মদেশ হৈ আন্দামানৰ ফালে আগবাঢ়িছিল যে—বাৰ্মাৰ হেন্জেদা আৰু আন্দামানে তাকেই সূচায়। আকৌ আনটো দলে শ্ৰীঅসমৰ ফালে খোজ আগবঢ়াইছিল আৰু ক্ৰমে আগবাঢ়ি বৰ্ত্তীথকাৰ তাগিদাতেই নহয়, তেওঁলো- কেই সৌ তাহানিতে এৰি অহা দিনৰ কৃষি সভ্যতাৰ স্বাক্ষৰ বহন কৰি মহাদুৰ্যোগৰ পিচতো বৰ্ত্তীথকা শ্ৰীঅসমৰ মূল সুঁতিতে আকৌবাৰ মিলি এক হৈ গৈছিল। আনকি, হান চ সবে অৰ্থাৎ অন্নৰ সন্ধানী সবে হা চ আমৰ অৰ্থাৎ কৃষক সন্তানৰ মাতৃভূমি অসমৰেই অসমীয়া হৈ নতুন ইতিহাস ৰচিছিল। এয়া কি যে পৰিহাস। আজিৰ ভণ্ড ৰাজনীতিকৰ ভঙ্গা আৰু শাসন কৰা' হাতুৰীৰ কোবত অসমীয়া আৰু যেন নাই—নায়ে ই প্ৰায় ॥

মা, বৰ কোব ! বৰ আঘাট ! মানৱৰ ক্ৰমবিৱৰ্ত্তণৰ খোজত খোজ মিলাই আমিঅসমীয়াৰো অতীজ পৰিচয় যিদৰে দিলো, সেইদৰে ভাষা সমন্বয়ৰ গুপ্ত পৰিচয়ো দিলে পাৰিবিনে মা অসমীয়াক আকৌ জগাব—সেই বেদনা মচি আটাইকে চিৰিৰ

বুকুতে মিলাই আকৌ চিৰিবেই জহ গীত গোৱাব ?

প্ৰথমে আদিম কৰচিৰিৰ কথিত কছাৰী ভাষাটোলৈয়ে মন কৰচোন মা—

'জংলী গীচ্ছাযা উৰাং ফাবাং,
জংলাই (মীচাগীন) নীচগীন বেগেবেগাং
ৰজনাই বীচাশী বীথৰ—।
গচ্ছী স্দম জংলাই বংজাগীন,
মিনি বালা বালা জংলাই মীচা গান
গীদানয় বীচৰিণী গীদান—।"

এইটো এটা কছাৰীগীত। সচৰাচৰ এই গীতটো গাওঁতে শুনা পাঠাতে আমি একোৱে বুজি নেপাও বা বুজিবলৈ মনেই নকৰো। এতিয়া উক্ত গীতটোৰ প্ৰায় আটাইবোৰ শব্দকেই আজিৰ অসমীয়া ভাষাত কি ৰূপত কিমান সুন্দৰকৈ সজাই পৰাই লোৱা হৈছে বা কি ৰূপ পৰিগ্ৰহণ কৰিছে বা আজিৰ অসমীয়া ভাষালৈ কেনে অৱদান আগবঢ়াইছে চা—

জংলী (আমাৰ), জংলাই (আমি) শব্দক অসমীয়া ভাষাত জংঘলীৰূপে গ্ৰহণ কৰা হৈছে। কিয়নো তেতিয়াৰ যুগত সমগ্ৰ শ্ৰীদেশখনেই যে অটব্য জংঘলময় আছিল, সেইটো এতিয়াও স্পষ্ট। সেইবাবেই আমাৰ বা আমি বুজাবলৈ জংলী বা জংলাই শব্দ ব্যৱহাৰ হৈছিল। আকৌ উপত্যকা অঞ্চলত জংঘল চাফ কৰি খেতিৰ মাটি উলিয়াই যেতিয়া খেতিৰ উপযোগী কৰি লোৱা হৈছিল, তেতিয়া হা+আমাৰ অৰ্থাৎ অন্ন মাতৃৰ সৃষ্টিৰে হা+আমৰ পৰা হামাৰ আমাৰ বা আমি শব্দৰ উৎপত্তি হৈছিল আৰু তাকেই অসমীয়া ভাষাত গ্ৰহণ কৰা হৈছে। গতিকে, জংলী জংলাই শব্দ জংঘলী শব্দলৈ ৰূপান্তৰিত হোৱাত আৰু আমাৰ/আমি অৰ্থপূৰ্ণৰূপত আজিৰ অসমীয়া ভাষাত

গ্ৰহণ কৰাত কোনো ব্যতিক্ৰমেই ঘটা নাই। সেইদৰে গাঁচ্ছায়া= গৈছে ছায়া, ছায়াৰ দৰে চকামকাকৈ যোৱা থিতাপি লাগি নথকা, উৰিফুৰা ঘৰিঘুৰা অৰ্থাৎ মনটোৰ দৰে। গতিকে সহজে বুজি পোৱাকৈ গাঁচ্ছাৰাক মনৰ ৰূপত অসমীয়া ভাষাত গ্ৰহণ কৰাত কোনো বিসঙ্গতি দেখুৱা নাই।

এতিয়া গীতটোৰ বাকীবোৰ শব্দ অসমীয়া ভাষাত কি ৰূপত গ্ৰহণ কৰা হৈছে চা

কছাৰী উৰা, ফাৰাং শব্দক অসমীয়াত উৰিফুৰাৰূপে—

—মাচা গান (নাচগান) নাচগান „

—বেগেবেগা, বাগি লগাৰদৰে অৰ্থাৎ হালিজালি

— ৰ‚জনাই ৰজন জনাই

—বাচাশী বহাগী

—বাথৰ বতৰ

—সুদম দম মৰা শীতল কৰা „

—বং জাগান—বংজগা, বংলগা আনন্দ মুখী ৰূপে।

— মিনি বালা বালা—বলি বলি থকা অৰ্থাৎ অলিয়া বলিয়া ৰূপে।

„ গাঁদান—চিৰাচৰিত দান অৰ্থাৎ যেনে পোহৰ ৰূপে।

এতিয়া কছাৰী গীতটোৰ প্ৰতিটো শব্দৰেই স্বকীয়তা ৰক্ষা কৰি আজিৰ অসমীয়া ভাষাত কি ৰূপত সাজি কাচি ওলাল তাকো চা—

জংলী গাঁচ্ছায়া উৰাংফাৰাং—আমাৰ উৰণীয়া মনলৈ,

জংলাই নাচ-গান বেগেবেগাং—বাগি লগা মানুহৰ দৰে আমি নাচো অৰ্থাৎ নাচো

আমি হালিজালি,
ৰ জনাই বাঁচ শী বাধৰ—ৰজন জনাই ৰহাগী ৰতৰ ।
গচ্ছো সুদম জ লাই ৰ জাগীন শীতল মনা আমি আনন্দমুখী,
মিনি ৰালা ৰালা জংলাই নাচগীন—অলিয়া বলিয়া হৈ
আমি নাচো,
গীদানৰ বাঁচৰিনী গীদান—পোহৰাই নতুন বছৰ ।

এই আদিম ভাষাৰ শব্দবোৰে সহজে লিখিব পৰাৰ, সৰল হৈ কব পৰাৰ আৰু শুনিবলৈ শুৱলা হোৱাৰ ৰূপ পৰিগ্ৰহণ কৰিলেই নতুবা আন আন ভাষাৰ প্ৰভাৱ পৰি আৰু অলপ চহকী হ লেই সেই ভাষাটোৰ গোন্ধটো নাইহৈ যায়নে ? প্ৰগতিৰ খোজত বহুপ্ৰভাৱেই ভাষাৰ ওপৰত পৰে । যেতিয়া বহল পথাৰ বিচাৰি ইটো সিটো চিৰি নদীৰ পাৰৰ মানুহ আহি যেতিয়া ইটো সিটো উপত্যকাত মিলিছিলহি প্ৰথম তেতিয়াই আমাৰ এই কৰচিৰিষ ভাষাই নতুন পৰিবেশত ন ন শব্দ গ্ৰহণ কৰিবলগীয়া হোৱাত এটা নতুন ৰূপ পৰিগ্ৰহণ কৰিবলগীয়া হৈছিল আৰু সেই এৰাধৰাৰ উদ্ভৱতেই কিছুমান কৰচিৰিষ শব্দই জতুৱা ঠাচ ল বলগীয়া হৈছিল । মিকিৰ পাহাৰ অঞ্চলত এই জতুৱা ঠাচৰ প্ৰভাৱ আজিও বাকৈয়ে বিদ্যমান । কাৰ্বি ভাই-ভনীহঁতৰ মাজত বহুপ্ৰচলিত লাংলাং, থাংথাং, ডাংডাং থাংথাং ডংডং, ডংডং ডাংডিং থাংথিং, লট পটং ঘটংমটং, হাৰাং-বিচাৰাং (উশৃঙ্খল) গোম থা গোম খি আদি বহু জতুৱা ঠাচৰ শব্দৰ উপৰিও কাৰ্বি ভাই ভনীহঁতৰেই সম্বোধন সূচক দাদা, মামা আদি শব্দৰ লগতে আন বহুতো শব্দয়ো অসমীয়া ভাষাত প্ৰাপৰ সঞ্চাৰ কৰিয়েই আছে ।

যেনে—ঐ ফাৰকং বিতলি আলুং লে কে
লুংলে আকিমে দেই মামা,

দমে দমে ওম থাক্‌মে থাক্‌মে ওম
দেই মামা। ফাৰক্‌ বিতলি আলুংলে হে—।

শব্দাৰ্থত—ফাৰক্‌=আঁহ জাতিয় = শিমলু
বিতলি = কঁঠিয়াতলি
দেই = দেই
মামা = মামা
দমে দামে ওম = মনপ্ৰাণ জুৰ পৰি যায় জানে ?
(দম মৰা শব্দলৈ মন কৰ)
থাকমে থাকমে ওম = জানে, থাকিবলৈহে মন যায় অৰ্থাৎ আহিবলৈ মন নেযয়।
ওম = ওঁ হয় ওঁ জানে।

ওপৰৰ গান ফাকিত উল্লেখ থকা বিতলি দেই মামা, দমে দমে ওম থাক্‌মে থাক্‌মে ওম আদি শব্দ কেইটাক অসমীয়া ভাষাত সজাই পৰাই লওতে মূলৰ কিবা পৰিবৰ্ত্তন ঘটিছেনে মা ?

উক্ত গান ফাকিৰ অসমীয়ালৈ ৰূপান্তৰিত প্ৰতি শব্দৰ ৰূপ কেনে আকৰ্ষণীয় তাকো চা—অৰ্থাৎ শিমলুগুৰিৰ কঠিয়া তলি মাটিখিনি ইমান সুজলা সুফলা ইমান আপোন আপোন লগা, ইমান মন প্ৰাণ জুৰণীয়া তাত গ'লে আৰু আহিবলৈ মন নেযায়! ইমান আপোন আপোন লগা শিমলুগুৰিৰ কঠিয়াতলি মাটিখিনি যে।" (ইয়াতো মামা শব্দটো অতিকৈ আপোন আপোন লগা অৰ্থতেই ব্যৱহাৰ হৈছে)।

আকৌ মিচিং ভাই ভনীহঁতে ব্যৱহাৰ কৰা—

যেনে—পাহাৰ দেপি লামালা
বৈণু পেত দা কাপদু ন।

আকৌ—আপ্লুন গুণদে কাপিদাং,
দেওাতি ছুন বোমৰা৲ ।

শব্দাৰ্থত—পাহাৰ=পাহাৰ

বৈণু=অসমৰ সৰ্ব্বজন বিদিত চৰাইবিধ (বৈণু=বৈ বৈ থাকিনো বা বৈ বৈ নো থাকিনো মাত কিয় বুলিয়েই বৈণু হৈছে) ।

পেত দা=পতঙ্গ চৰাই চিৰিকতি ।

কাপ ছুনে=মনৰ বেজাৰতে কাপধ্বনি থকা কেপ কেপাই থকা, একে কথাকে বাওধ্বনি থকা । বৈণু চৰাইয়ে পাহাৰলৈ উৰা মাৰিব নোৱাৰি বৈ বৈ বেজাৰত একে কথাকে বাওধ্বণি কান্দি থকাৰ দৰে ।

আপ্লুন =আপ্লুত, আকৰ্ষিত, নিমগ্ন, বিভোৰ ।

গুণ দে=গুা গুণাই

দেওাতিছুন =ডেওামেলি উৰি যোৱা ।

বোমোৰা৲=ভোমোৰা ।

ঐনিতমৰ (বনগীতৰ) এটা গীতৰ মাত্ৰ ছুইফা কি কথাত থকা শব্দবোৰ উল্লেখিত ৰূপতেই অসমীয়া ভাষাৰ জন্ম লগ্নতেই থাকি ডেওামেলি মেলি ক্ৰমে আজিৰ এই বিকশিতৰূপে পৰি গ্ৰহণ কৰা নাইনে ?

তাৰোপৰি—"এওঁলোকৰ নিচিনা মানুহৰ ঘৰত চাকৰ থাকেনে ?' —অসমীয়া ভাষাৰ বিকশিত ৰূপত সামৰিলোৱা এইশাৰী কথা একে অসমৰে অঞ্চল বিশেষত কি ৰূপত আছে তাকো চা—

গোৱালপৰীয়া কথিতত— এন হাম মান চেৰ ঘাৰ নৌকৰ থাকেনা ?

বৰপেটীয়া কথিকত— আহাৰ নিচনা মানহুৰ ঘৰোত চাকৰ থাকেনাৰে ?

নলবেৰীয়া কথিতত— এহনাৰ নিচনা মানহুৰ ঘৰোত বন্ধা থাকেইনা ?

দৰঙীয়া কথিতত— আহাৰ নিচনা মানুৰ ঘৰত বন্ধা থাকেনা ?

গুৱাহাটীৰ কাষৰীয়া অঞ্চলত আকৌ—ক ক গেচলি, কি কল্লি ক'ৰপায় আহলি খাহ যেদি খ, এই এনেকে মল্লি কেৰে মৰবাৰ জাগা নাপলি— এনে এটা কথিত ৰূপত চলি য়েই আছে।

এনেবোৰ কথিত ভাষাৰ পৰাই মা আৱশ্যকীয় শব্দ গোটাই সবাৰে' গ্ৰহণযোগ্য অসমীয়া ৰূপ এটা কেনেকৈ দিয়া হ'ল, তাৰো উদাহৰণ চা— অক্লালগ গিযেনে—মিচি কথিত।

কালতে কিদামাল—কাৰ্বি কথিত।

কক লেগি গেচলি—গুৱাহাটীয়া কথিত।

কলৈকে গৈছিলি—বিকশিত অসমীয়া।

এনেকৈয়ে মা, অসমৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰত্যেক-বোৰ অঞ্চলৰ মানুহৰ নিজা নিজা কথিত ভাষা একোটা আছে—যিবোৰ বিকশিত অসমীয়া ভাষাৰ প্ৰকৃত ৰূপত নাই। আনকি, আজিও আমি বেছিভাগেই লিখিত ভাষাত কথা নকও বা ক বও নেজানো—মাত্ৰ সজাই পৰাই লিখিছে ভাষাৰ কাৰেং সাজিব জানো। অথচ, অনাহক কণামুৰি লগাই হাতৰ কুঠাৰ ভৰিত মাৰো।

কোনো লুক্‌ঢাক নকৰাকৈয়ে এয়া মাত্ৰ কেইটামান উদাহৰণেৰে অসমীয়া সমাজৰ ভাষা সমন্বয়ৰ সুপ্ত পৰিচয়ৰ এখিলা পাত খুলি দেখুওৱা হ'ল। এতিয়া ক'চোন মা—এই ৰংচিৰিৰ সমূহ কথিত ভাষাৰ শব্দ ভাণ্ডাৰেৰে জন্ম লাভ কৰা

আৰু বহিঃপ্ৰভাৱ আৰু প্ৰগতিৰ খোজে খোজে বিকশিত হোৱা এই অসমীয়া ভাষাটো কাৰ ভাষা নহয় ? কচাৰি ( কছাৰী ) ককাই ভাইহঁতে দাবী কৰিব নোৱাৰেনে—অসমীয়া ভাষাটো আমাৰহে ভাষা বুলি ? নে মিকিৰ (কাৰ্বি) ভাই ভনীহঁতে নোৱাৰে, নে মিচিং (মিৰি) ভাইভনীহঁতে নোৱাৰে নে গোৱালপৰীয়া কথিত ভাষীয়ে নোৱাৰে নে কামৰূপীয়াই নোৱাৰে, নে দৰঙীয়াই নোৱাৰে নে লক্ষীমপুৰীয়াই নোৱাৰে নে ডিব্ৰুগড়ীয়াই নোৱাৰে নে শিৱসাগৰীয়াই নোৱাৰে, নে কাচাৰ বাসীয়ে নোৱাৰে নে লুচাইবাসীয়ে নোৱাৰে, নে গাৰো, খাচীয়া জয়ন্তীয়া ভাই ভনীহঁতে নোৱাৰে ? প্ৰকৃতাতে এনে দাবী সাব্যস্ত কৰিব নোৱাৰাৰ অধিকাৰ অসমৰ আদিম যি কোনো কথিত ভাষীক গোষ্ঠীৰ নাই কাৰ ? অকল কেইজনমানে অসমীয়া ভাষাটো আমাৰ ভাষা বুলি দাবী কৰিলেই তেওঁলোকৰে হ'বনে ? এতিয়াও সেইটো বুজিবলৈ বাকী থাকিলনে ? অকল কেইজনমান মানুহৰ ওপৰত বিতুষ্ট হৈ বা অভিমান কৰি আমাৰ কোনো কোনো কথিত ভাষীক গোষ্ঠীৰ ভাই ভনীহঁতে অন্য আৰুকিবা স্বকীয়া পৰিচয়ৰ অন্বেষণত ব্যস্ত হৈ পৰা নাইনে ? তাতকৈ অতীতৰে বৰ্ত্তমানৰ লগত যোগসূত্ৰ স্থাপন কৰি কণমান অনুশীলন বা বিশ্লেষণ কৰি চালেই দেখিবলৈ পাব—তেওঁলোকৰ কথিত ভাষাৰ গোন্ধ তেওঁলোকৰে সমন্বয়ৰ ভাষা অসমীয়াত কিদৰে আমোল মোলাই আছে। বৰং তেওঁলোকে ক'বহে লাগে—যিমান দূৰলৈ আমাৰ সমন্বয়ৰ ভাষাৰ এটা শব্দৰো গোন্ধ আছে সিমান দূৰলৈ আমিও আছো। এবাৰ বিচাৰি চালেই—এবাৰ বিচাৰি পালেই ভাঙিচিঙি একাকাৰ হৈ যোৱাৰ উপক্ৰম কৰা অসমীয়া শ্ৰীসভ্যতাৰ অত্যুজ্জ্বল পোহৰত ডুবগৈ আকৌ এক হৈ যাব !

আৰ্যদগত উদাহৰণ বিচাৰি অনতি দূৰলৈ নগৈ আমাৰেই ভাতৃগোষ্ঠীয় নগাভূমিলৈয়ে এবাৰ যাওব'ল,চোন মা ? নগাৰাজ্যত কথিত ভাষীক গোষ্ঠী ৬টা যে—এইটো তই জান নহয়? ইটো ভাষিক গোষ্ঠীৰ ভাষা সিটো ভাষিক গোষ্ঠীয়ে নুবুজে অথচ অসমীয়া ভাষা প্ৰত্যেকটো গোষ্ঠীয়ে বুজি পায় আৰু ভঙা অসমীয়াত প্ৰত্যেকে কথাও কয়। সেই বাবে তেওঁলোকৰ সমন্বয়ৰ ভাষা (Launk Linguage) নাঙ্গামিজহে অৰ্থাৎ অসমীয়াহে কিয়বা ?

অসমীয়া ভাষাৰ জন্ম আৰু বিকাশত ভূটীয়া, অকা, দফলা মিৰি আবৰ মিচিমি চিংফৌ নগা কাৰ্বি খাচীয়া, জয়ন্তীয়া আহোম গাৰো, লুচাই, চাওতাল কোচ কছাৰী কলিতা ব্ৰাহ্মণ কৈবৰ্ত্ত আদি কৰি যিমানবোৰ কথিত ভাষীক গোষ্ঠী আছে, সেই সকলোৰে মূলতে সৃষ্টিধৰ্ম্মীয় ভাষাৰ অবিচ্ছেদ্য বৰঙণি আছিল যে আৰু তাৰেই গোন্ধ আজিও আমোল মোলাই আছে যে—সেইবাবে। আৰু সেইবাবেই ভুটান তিব্বত চীন সীমান্তৰে পৰা নগা ৰাজ্যকে ধৰি দক্ষিনে সাগৰঅবধি সমগ্ৰ উত্তৰ পূৰ্ব্বাঞ্চলেই আজিও যে একেসুৰীয়া হৈয়েই আছে নগা ককাইভাইসকলৰ দৰে এই পূৰ্ব্বাঞ্চলৰ আটায়ে দাবি কৰিব পাৰে। আজিও সমগ্ৰ উত্তৰ পূৰ্ব্বাঞ্চলৰ সমন্বয়ৰ ভাষা (Link Kanguage) অসমীয়াই—লাগে নাঙ্গামিজেই হওক নতুবা ভঙা অসমীয়াই হওক। মনৰ ভাব প্ৰকাশৰ মধ্যমেই ভাষা আৰু যি মধ্যমেদি ইজনে সিজনক বুজি পায়, সিয়েই সমন্বয়—লাগে সেই মাধ্যম বা সেই ভাষা ভঙাই হওক বা চিঙাই হওক।

অকল এই পূৰ্ব্বাঞ্চলৰ ক্ষেত্ৰতেই যে এই কথা প্ৰযোজ্য এনে নহয় মা ! সৃষ্টিধৰ্ম্মীয় এনে বহু শব্দ একে অৰ্থ আৰু প্ৰায় একে উচ্চাৰণতে বিশ্বৰ বহু ভাষা ভাষীৰ মাজত আজিও

ধৰ্ত্তীয়ই আছে। চা সংস্কৃতৰ ভ্ৰাতৃ শব্দ প্ৰাকৃতত ভ্ৰাতাৰ, ৰাচিয়াত ব্ৰাত, পাৰ্চীত বিৰাদৰ ইংৰাজীত ব্ৰাদাৰ হৈছে। সেইদৰে সংস্কৃতৰ মাতৃশব্দ প্ৰাকৃতত মাতৰ, ৰাচিয়াত মাত পাৰ্চীত মদৰ আৰু ইংৰাজীত মাদাৰ হৈছে। একেদৰেই সংস্কৃত পিতৃ শব্দ প্ৰাকৃতত পিতৰ আৰবীত ফিতৰ পাৰ্চীত ফিদৰ ইংৰাজীত ফাদাৰ, সংস্কৃত দুহিতৃ প্ৰাকৃতত দুহিতৰ জাৰ্মানীত দখতৰ ইংৰাজীত দতাৰ, সংস্কৃত নক্ত জাৰ্মানীত নোক্ত। সংস্কৃত ৰাজা ৰাণী, দেব নাগ জানু আদি শব্দ ফৰাচীত ৰোই, ৰেগে দুৱা, নাগা জানুৰূপে ব্যৱহাৰ হয়। সংস্কৃত নময়জ, ইদ, ইদগেহ ব্ৰজ আদি শব্দ আৰবি ভাষাত ক্ৰমে নামাজ, ইদ ইদগাহ হজ ৰূপে। আকৌ সংস্কৃত নাবি ইংৰাজীত নেভি সংস্কৃত কালান্তৰ ইংৰাজীত কেলেণ্ডাৰ, সংস্কৃত সন্ত ইংৰাজীত চেইণ্ট সংস্কৃত সংসদ ইংৰাজীত চাইনদ, সেইদৰে ক্ষেত্ৰপেই চেত্ৰপ, মনুই মেন, সংস্কৃতৰ দেৱদাৰ গ্ৰীচত থিও দৰ, সংস্কৃত ছন্দাংস্তা পাৰ্চীত জেন্দাবেস্তা হয়।

উক্ত ধাৰাৰ উপৰিও মেচোপতমিয়াৰ বাঘা জাকেইত জৰ্ম্মাণ প্ৰত্নতাত্বিক হিউজ উইঙ্কলাৰে এখন ফলক আবিষ্কাৰ কৰিছিল। তাত দেৱতা মিত্ৰ বৰুণ ইন্দ্ৰ নামাত্য আদি শব্দৰ উল্লেখ আছে। আফগান সকলৰ পুস্ত ভাষাত্ত সংস্কৃতৰেই অপভ্ৰংশ। মধ্য আমেৰিকাৰ মায়া দক্ষিণ আমেৰিকাৰ ইংকা আৰু মেক্সিকোৰ আজটেক সকলৰো ভাষা সংস্কৃতেই আছিল।

আটাইতকৈ আশ্চৰ্য্যজনক এইটোৱেই যে যুগ্ম ধ্বনিভিত্তিক সৃষ্টিধৰ্ম্মীয় ভাষাটোৰ উৎপত্তিৰ মূল বাদ দি বিশ্বৰ কোনেও এটা নতুন মূল উলিয়াব পৰা নাই যাৰ সহায়ত এটা নতুন নাম বা শব্দৰ উৎপত্তি হৈছে। আঁতহাৰা সেই একেবাৰে শব্দকে লুটিবাগৰ মৰাই পুনৰাবৃত্তি কৰি থকাতকৈ একোকে কৰিব

শুধৰণী—২৪৮ পৃষ্ঠাত যথাক্ৰমে ৭ আৰু ১৯ শাৰীত ভুলকৈ ছপা হোৱা দুয়োটা ইংৰাজী শব্দ Link-Language হ'ব লাগে।

পৰা নাই। সমগ্ৰ বিশ্বতে যুগ্ম ধ্বনিভিত্তিক সৃষ্টিধৰ্ম্মীয় ভাষাৰ মূল সেই একেটাই আছে আৰু তাকেই ওলট পালটকৈ বহু কথা আজিও আমি কৈয়েই আছো যদিও বুজিবলৈহে চেষ্টা কৰা নাই। তেনে উদাহৰণো চা ইংৰাজসকলে যিটো লাভ" বুলি কয় তাকে আমি ভালপোৱা বুলি কও। ইংৰাজী ভাষা নেজানিলে লাভ' মানে কি নেজানো আৰু ইংৰাজ সক লেও অসমীয়া ভাষা নেজানিলে ভাল' পোৱা মানে কি নেজানে। কিন্তু সৃষ্টিধৰ্ম্মীয় শব্দৰ উৎপত্তিগত অৰ্থৰে যদি আমি বিচাৰ কৰি চাও তেতিয়া দেখিবলৈ পাম যে আমি একেটা কথাকে কৈ একেটা অৰ্থকে প্ৰকাশ কৰিছো।

যেনেকৈ—ল+ভ= লভ (লাভ)

ভ+ল= ভল (ভাল প্ৰাকৃত ভল্ল)। এই একে দুটা ধ্বনিক ওলট পালটকৈ কওতে মূল আৰু অৰ্থৰ কিবা পৰি ৱৰ্ত্তন ঘটিল জানো ? ঠিক তেনেকৈয়ে ইংৰাজ সকলে যিটো হিউমেন বুলি কয় তাকে আমি মানুহ" বুলি কও। তাতো চাছোন বাক !

যেনে—হা+আম+এ্যা= হিউমেন

আম+এ্যা+হা=মানুহ। ইয়াতো জানো মূল আৰু অৰ্থৰ কিবা ব্যতিক্ৰম ঘটিল ? এয়া সামন্যতম্ উদা- হৰণ হে মাত্ৰ। বিচাৰি চালে উৎপত্তিৰ এনে অজস্ৰ সমিল মিল বিশ্বৰ প্ৰত্যেক বোৰ ভাষাতে পোৱা হ'ব যিয়ে সবাকো ভাবিবলৈ বাধ্য কৰাব যে বিশ্বত আদিতে ভাষা বুলিবলৈ একেটাই আছিল আৰু অদৃশ্যভাবে আজিও আছে। এই- খিনিৰেই মই এইটোকেই ক'ব খুজিছো যে এই সৃষ্টিধৰ্ম্মীয় ভাষাটোক কেন্দ্ৰ কৰিহে আজিৰ পৃথিবীত বহু পৰিবেশত বহু ভাষাৰ জন্ম হ ল। আনকি নকৈ সৃষ্টি হোৱা বহু শব্দ অৰ্থ

হাবা হ'লেও কিন্তু মূল এ'কটাই আছে কেৱল আমি বিচাৰি উলিয়াব জনাহে নাই।

বিচাৰিলে মা বিশ্বৰ আমি মানৱৰ নাম আৰু উপাধি বোৰ যে আছে তাতেই আছে আমাৰ অতীত পৰিচয়। উদাহৰণ স্বৰূপে ৰাকেশ মহন্ত নামটোলৈয়ে চা। এই ৰা'কেশ শব্দটোত ৰণ+কুচ এই দুটা সৃষ্টিধৰ্ম্মীয় ধ্বনি আছে। ইয়াৰে ৰণে বিজ্ঞক আৰু কুচই কুচ বা ককেচিয়ান ফৈদক বুজাইছে। গতিকে ৰাকেশে কুচ ফৈদৰ বিজ্ঞজনাক বুজাইছে। আকৌ মহন্ত শব্দটোত আম+ হা+টাই এই তিনিটা সৃষ্টি ধৰ্ম্মীয় ধ্বনি আছে। ইয়াৰে আমই মাতৃক' হাই কৃষিক আৰু টায়ে মানৱক বুজাইছে। গতিকে মহন্তৰে মাতৃৰ (দেশৰ) কৃষক মানৱক বুজালে। এতিয়া দেখা গ'ল ৰাকেশ মহন্ত সম্পূৰ্ণ নামটোৱে ককেচিযান ফৈদৰ মাতৃভূমিৰ কৃষিবিজ্ঞ মানৱক বুজালে। অৰ্থাৎ ৰণৰ যুগৰ মানৱে কেনেকৈ ক্ৰম প্ৰগতিৰে অন্নৰ বাবে কৃষি পদ্ধতি আৱিস্কাৰ কৰি অন্ন মানৱৰূপে খ্যাত হৈছিল তাকে বুজালে।

আকৌ শ্ৰীৰঞ্জিত সেন নামৰ আনএটা উদাহৰণলৈ চা— ইয়াত শ্ৰীশব্দটো চৰণ ধ্বনিৰ পৰা উৎপত্তিহৈ জ্ঞানৱন্তক বুজাইছে। ৰঞ্জিত শব্দটোত ৰণ+জ্য+টাই এই তিনিটা ধ্বনি আছে। তাৰে ৰণে বিজ্ঞক, জ্যই ৰাজ্যক আৰু টায়ে মানৱক বুজাইছে। গতিকে ৰঞ্জিতে ৰাজ্যৰ বিজ্ঞ মানৱক বা বিজ্ঞ মানৱৰ ৰাজ্যক বুজালে। আনহাতে উপাধি সেন শব্দটোত চ+এঃা এই দুটা ধ্বনি আছে। তাৰে চ ই সন্তানক আৰু এঃা ই গণেশ বংশক বা মঙ্গোলিয়ান ফৈদক বুজালে। গতিকে সম্পূৰ্ণ নামটোৱে মঙ্গোলিয়ান ফৈদৰ ৰাজ্যৰ বিজ্ঞমানৱ সন্তানে

বি দ্ৰ—২৩৮ পৃষ্টাৰ ১৩ শাৰীৰ কুক চৰণ শব্দটো কুক কুৰণ আৰু ১৪ শাৰীৰ কুক কুৰণ শব্দটো কুকশ্চৰণ হব লাগে।

যে ৰণৰ অৰ্থাৎ বিজ্ৰৰ যুগ অতিক্ৰমি জ্ঞানৰস্তৰ যুগত প্ৰৱেশ কৰিছিল তাকে বুজালে।

সেইদৰে উপাধিৰ খলিফা শব্দটো কুচ+লি+ফা ধ্বনিৰে উৎপত্তি হৈ কুচ বা ককেচিয়ান ফৈদৰ গিৰিৰ দলক, ট্ৰোটস্কি নামটো টাই+ৰণ+টাই+কুচ ধ্বনিৰে উৎপত্তি হৈ কুচ ফৈদৰ বিজ্ৰজনক আকৌ বাৰ্টাৰ্ণ নামটোৱে আৱ+ৰণ+টাই+ৰণ+এঞা ধ্বনিৰে উৎপত্তি হৈ এঞা বা মঙ্গোলিয়ান ফৈদৰ বিজ্ৰ মানৱৰ বিজ্ৰ পিতাক বা ৰজাক, পাৰ্ব্বত্য অঞ্চলৰ হট্ৰাইল শব্দটো হা+ৰণ+ল ধ্বনিৰে উৎপত্তি হৈ কৃষকৰ গিৰিক বুজাই অতীজ পৰিচয়ৰ স্বাক্ষৰকে বহন কৰি আছিছে।

এনেকৈয়ে মা যেনকে আমাৰ নাম বা উপাধিবোৰে আমাৰ অতীত পৰিচয় বহন কৰি আছে ঠিক তেনেকৈয়ে দেশৰ নাম নদীৰ নাম পৰ্ব্বত বা অতীজ ঐতিহ্যবোৰৰ নামৰ লগতো আছে মানৱজাতিৰ ক্ৰমপ্ৰগতিৰ খাজৰ ইতিহাস।

সৃষ্টিধৰ্ম্মীয় ভাষাৰ একোটা অৰ্থপূৰ্ণ যুগ্ম ধ্বনিয়ে আমাৰ অজ্ঞাতে কেনেকৈ সেই সৃষ্টিধৰ্ম্মীয় মূলকে ৰক্ষা কৰি আছে তেনে উদাহৰণ আৰু এটা দিছো চা—এই যে পথ পথিক পদূলি প্ৰব্ৰজন, পৰ্য্যাতন প্লাৱন পচিনা পাগল, পলোৱা প্ৰদীপ পোহৰ, দীপাৱলী, পথ প্ৰস্থ, পুতল পাম পৰা, পাৰ, পখী ফালৰি, ফৰ্ম্মুতি আকৌ ইংৰাজীৰ প্লেয়াৰ, ফাৰ, ফাৰ্ল, ফৰোৱাৰ্ড, ফৰেইন, ফিনিচ আদি প আৰু ফ' যুক্ত শব্দবোৰ যে আছে এইবোৰে কি কয় বাৰু?

চা—পথো দূৰনিৰত্তীয়া পথিকও দূৰনিৰত্তীয়া যাত্ৰী পদূলিও ঘৰৰ সম্মুখস্থিত প্ৰব্ৰজকও দূৰ আগমনীয়, পৰ্য্যতকও দূৰদৰ্শ নাৰ্থীয়, প্লাৱনও অস্থিতিয় পচিনাও বাহিৰ গমনায় পাগলও স্থিৰতাহীনীয় পলোৱাও অস্থিতিয় প্ৰদীপো পোহৰ ধৰ্ম্মীয়,

পোহৰো এন্ধাৰ দূৰনীয় ছিপাৰলীও পোহৰ ধৰ্ম্মীয়, পন্থাও পথ ধৰ্ম্মীয়, প্ৰন্থও পুতুল সম্পৰ্কীয়, পুতালা দূৰত্ব সম্পৰ্কীয়, পামো দূৰস্থিত পৰাও বিয়োগান্তিয় পাৰও উৰনীয়, পখীও দূৰ উৰ নীয়, ফালৰিও আঁতৰি যোৱা কম্মুতিও দূৰলৈ দলিমাৰি পঠিওৱা, আকৌ ইংৰাজীৰ প্লেয়াৰো দীৰ ধৰ্ম্মীয় ফাৰো দূৰ, ফালংও দূৰত্ব সম্পৰ্কীয় ফৰোৱাৰ্ডো আগস্থানীয় ফৰেইনো দূৰদেশীয়, ফিনিচো শেষ কৰনীয়।

উক্ত শব্দবোৰত দেখিলিনে মাজনী! শব্দ সৃষ্টিৰ ক্ষেত্ৰত 'প' 'ফ ৰ সৃষ্টিশীল দিশটো আৰু দূৰসম্পৰ্ক গঠনৰ ক্ষেত্ৰত সৃষ্টিধৰ্ম্মীয় অৰ্থৰ বাহাদুৰিটো? প বা ফ অবিহনে উক্ত শব্দবোৰৰ এনে অৰ্থ প্ৰকাশ কৰিলেহেতেন নে? এনেস্থলতো কোনোবাই ক বনে 'প বা ফ' ৰ সৃষ্টিধৰ্ম্মীতা বা কোনো সৃষ্টিধৰ্ম্মীয় অৰ্থ নাই বুলি? ঠিক এনেকৈয়ে মা আমাৰ আজ্ঞাতে বিশ্বৰ বিভিন্ন ভাষাৰ বহু শব্দত উল্লেখি অহা যুগ্ম ধ্বনি উনৈশটা স্বকীয় অৰ্থেৰে সমান ব্যুৎপত্তিৰে আজিও বৰ্ত্তীয়ে আছে। যি কোনো ধ্বনি, শব্দ বা ভাষাৰ উৎপত্তিৰ সৃষ্টিধৰ্ম্মীয় মূলটো এনেদৰে উলিয়াই ল'ব পাৰিলেহে প্ৰকৃত ভাষিক সত্যৰ সন্ধান আমি পাম আৰু ভাষাৰ ভিত্তিত সমগ্ৰ মানৱ এক হৈ যাম।

অকল ভাষিক্ দিশতেই নহয় মা, আমি মানৱৰ আদিম পিতৃ পুৰুষৰ দিনতে প্ৰচলিত ঢোলবাদন, সুৰীয়া পেপা, নৃত্য মুখাৰ ব্যৱহাৰ, সূৰ্য্য বা অগ্নিউৎসৱ কৃষিভিত্তিক ঋতুউৎসৱ শিলাঙ্কণ বা ভাস্কৰ্য্যই সমগ্ৰ মানৱকে একেদালি সাংস্কৃতিক এনাজৰিৰে আজিও বান্ধিয়েই ৰাখিছে। আমি সেই আদিম সংস্কৃতিকে নকল কৰি নিজা সংস্কৃতি বুলি মাৰ্কা একোটা মাৰি আমাৰ মাজত গোষ্ঠী কেন্দ্ৰিক বিভাজনৰ সৃষ্টি কৰি বিশ্ব ভাতৃত্বত কুঠাৰাঘাত কৰি নিজৰ অধঃপতন নিজেই মাতি

আনিছো মাত্ৰ।

এতিয়াও আৰু বুজিবলৈ বাকী থাকিল নে মা—সৌ সুদূৰ অতীজৰে পৰা সৃষ্টি ধৰ্ম্মীয় ধ্বনিৰ সতে সুসম্পৰ্ক ৰক্ষাকৰি আজিৰ অসমীয়া ভাষালৈ ভাষাসমন্বয়ৰ সেতু সাজি অসমীয়া সমাজ গঠনত কি সুন্দৰ ভাবে অংশ গ্ৰহণ কৰি আহিও কেনে মাধমাৰ খালে?

এতিয়া বিচাৰ কৰি চাচোন মা— অসমীয়াৰ নাছিল কি—নাই কি? চিৰি নদী আছিল আজিও আছে। চিৰি নদীয়ে যি ঐতিহ্য বহন কৰিছিল আজিও কৰিয়েই আছে। চিৰিনামৰ যি সভ্যতা আছিল আজিও আছে আৰু সেই সভ্যতাৰ স্বাক্ষৰ বহন কৰি কলা কৃষ্টি সংস্কৃতিও আছে। ভাষা সমন্বয়ৰ যি অৱদান আছিল আজিও আছে। তেনেহ লে পুন প্ৰতিষ্ঠাৰ বাটত আৰু লাগে কি?

এনেকৈয়ে মা যেনেকৈ বহু কথিত ভাষাৰ সমন্বয়ত ভাৰতৰ পূৰ্ব্বাঞ্চলত অসমীয়া নামৰ সমন্বয়ৰ ভাষাটোৰ উৎপত্তি হ'ল তেনেকৈয়ে সমগ্ৰ মানৱৰ ভাষাবোৰৰ পৰাই সৃষ্টিধৰ্ম্মীয় শব্দ-ভাণ্ডাৰ বুটলি সমগ্ৰ বিশ্বত ভাষা সমন্বয়ৰ সেতু সাজি ভাষাৰ ভেটিত এক কৰি বিশ্বমানৱৰ মনত আদিম ভাতৃত্ববোধ পুনঃ জগায় তুলিব পাৰি।

এতিয়া বুজিলিনে মা, এওঁলোক যে আমাৰ আৰু আমিও যে এওঁলোকৰেই? সচাকৈয়ে আমি আটায়ে—আটাইবেই অতিকৈ আপোন, বুকুৰ কুটুম। সৃষ্টিৰ দিনৰে পৰা বিশ্বৰ আমি আটায়ে টাই অৰ্থাৎ মানৱ আছিলো আৰু আজিও সেই একে টাই বা মানৱ হৈয়ে আছো। যিহেতু ভাষাও আছিল সৃষ্টি ধৰ্ম্মীয় টাই বা মানৱ ভাষা আৰু ধৰ্ম্মও আছিল সৃষ্টিধৰ্ম্মীয় মানৱতাই—গতিকে, আজিও সমগ্ৰ বিশ্ব-মানৱৰ ভাষাও হওঁক

সৃষ্টিধৰ্মীয় টাইভাষা আৰু ধৰ্মও হওক সৃষ্টিধৰ্মীয় মানৱতাই!

আমি ভাঙি পৰিছো সঁচা কিন্তু ভাঙনেই যেতিয়া মিলনৰ বাবে সৃষ্টিধৰ্মীয় সত্য—সেই সত্যৰ সোঁতত উটি গৈ এটা দিনত নিশ্চয়কৈ আমি আকৌ মানৱতাৰ ঘাটতেই চাপি এক মানৱ ধৰ্মত মিলি শান্তিৰ জয় গান গাম!

তই হয়তো কবি—সেই দিনটো আহিব কেতিয়া? সেই বাবেই হাৰণৰ কন্যা তই হিৰণে টাইৰণৰ কন্যা টেৰেচাক লৈ আগবাঢ়ি আহ—কুক কুৰণৰ সন্তান মোৰ কাষলৈ। তইঁ তবেই বায়েৰা চৰণৰ কন্যা স্বৰোক সাৰথি কৰি তয়ে ময়ে টেৰেচাই সেই কুকৰ্মৰ্লৈ যাত্ৰা কৰোহক এতিয়াই।

## ২১

ইতিমধ্যে, নানা ঝড়ধুমুহাৰ মাজেৰে বহু বাটবুলি জীৱনৰ বহুকেইটা বাৰিষা পাৰ হৈ গল। চকু ফুটি গ'ল দাত ভাঙি গল বামভৰি খোৰা হৈ আকৌ ভাল হ'ল। ঘোৰাৰ পৰা বাগৰি পৰি, শিলত আৰু বৰফত ভৰি পিচলি পৰি, গছৰ ডাল ছিগি মোৰ মূৰৰ ওপৰত পৰি, নদীত ডুবি সাকোৰ ৰচি ছিগি পৰি, গাড়ীৰে লুটিখাই পৰি মই যেন বহুবাৰেই মৰি গৈছো আৰু মৰি মৰি বাচি আছো-হিৰণে বিচৰা সন্তানটি দিয়াৰ এক বিৰাট উৎকণ্ঠাৰে। হিৰণো আছে— সেই সন্তানটিৰ মাতৃ হোৱাৰ কামনাৰে।

মানৱৰো যে সৃষ্টিধৰ্মীয় মানৱীয় সোঁত এটা আছে—মানৱৰ মানৱীয় সৃষ্টিধৰ্ম এটা আছে, সৃষ্টিধৰ্মীয় ভাষাও এটা আছে, যাক মই "সৃষ্টিধাৰ" আখ্যা দিলো, লিখা মোৰ শেষ হল। প্ৰকাশ আৰু প্ৰচাৰৰ লগে লগে সবাকো ভৰাই তুলিছে—

একেখন পৃথিবীৰ এক মা বাপৰে সন্তিসন্ততি এক ভাষাভাষী আৰু এক ধৰ্ম্মীয় হৈয়ো বিশ্ববাসী আমি আজি ভাঙি পৰিছো কিয় ? —এনেটি প্ৰশ্নৰ নতুন জোৱাৰে সবাৰো মনত নতুন সিহঁৰণ তুলি এক নতুন জাগৰণৰ সৃষ্টি কৰিছে।

ইতিমধ্যে, বসন্ত, মদন আৰু বীণাই বিভিন্ন ধৰ্ম্মীয় সম্প্ৰদায়কো সাদৰি এ'কাথন গাৱৰ সমুদায় মাটি সবাৰো উমৈহতীয়া সম্পত্তিলৈ ৰূপান্তৰিত কৰি একেলগে কামকৰি, একেলগে আয় কৰি একেটা ভড়ালতে ৰাখি, একেটা চৰুতে আটায়ে ৰান্ধি আটায়ে একেলগে খাই চৰকাৰৰ খাজনা একেলগে সোধাই শ্ৰেণীহীন সমজ গঢ়ি এই বিশ্বতেই স্বৰ্গৰাজ্য প্ৰতিস্থাৰ বাটত একমাত্ৰ পন্থা হিচাবে মানৱৰ মানৱীয় 'সৃষ্টিধৰ্ম্ম প্ৰচাৰত গুৰিবৈঠা ধৰি এক নবিনতম বিপ্লবৰ পাতনি মেলিছেই।

এটি দিনৰ আবেলি। বসন্ত, মদন আৰু বীণাৰ আমন্ত্ৰণক্ৰমে অনুস্থিত এটি বিৰাত জনসমাবেশৰ মাজত সোমাই পৰিছোহি কেইখনমান সৃষ্টিধাৰ" হাতত লৈ। মোৰ ভাষণৰ পিচতেই সমবেত কণ্ঠত—আহা সবে মিলি গাও আহা, স'ব মিলি যাও

মিলনৰ সেতু বান্ধি একগিৰি হও আহা
এক হৈ যাও ।

নহও কোনো ভিন পৰ নহও কোনো সৰুবৰ
সবেও সমানে আহা মিলন একৰ—আহা
মিলন একৰ ।

গোষ্ঠীধৰ্ম্মৰ পাৰ ভাঙি সৃষ্টিধৰ্ম্মী হও আহা
মৰতত সৰগ ৰচি যাও আহা সৰগ ৰচি যাও
আহা, এক হৈ যাও" " " ।

আহা স'ব মিলি গাও আহা, সবে মিলি যাও
মিলনৰ সেতু বান্ধি একপিৰি হওঁ আহা

এক হৈ যাও       "—বুলি মানৱৰ স্থষ্টিধৰ্ম্মীয় মানৱতাৰক্ষাৰ প্ৰতি বি বাসীলৈ উদ্বাত্ত আহ্বানেৰে সমাবেশৰ সামৰণি পৰিছেহে এথোন—হঠাৎ দূৰৰ পৰা ক্ৰমে ওচৰচাপি অহা এটি পুৰণি সুৰ আমাৰ কাণত বাজি উঠিল। স্তব্ধ হৈ আটায়ে শুনি ৰ লো—

বিশ্ব পহৰা গীতলিখা মোৰ—
মাটিৰ দেহাটি জয় পৰি গ ল
যাতনা স হি স হি
বিশ্ব পাহৰা — "
ওৰে নিশা ভাহি "
নেদেখা ফুলৰ পাহি
বিশ্ব পাহৰা
সেই দেখালৈ জীৱন পূজাৰ—
শত আশাত ভাহি—
দেখিলো ফুলৰ পাহি "।
বিশ্ব পাহৰা

দেখিলো তুজনী গাভৰুৱে গানটো গাই গাই আমাৰ কাপে আগবাঢ়ি আহিব লাগিছে। লাহে লাহে ওচৰ পালতে দেখিলো—হিৰণ আৰু টেবেচাক। অলপ আঁতৰৰ পৰা দৌৰ মৰাৰ দৰে আহি তুয়ো তুধাৰি ফুলৰ মালা মোৰ গলত পিন্ধাই দি আঠুজুৰি ৰ'ল। তুয়োৰো তুই হাতৰ তুই বাউসীত ধৰি উঠাই দিলো—তুয়ো ঠিয় হ'ল। ঠিয় হৈয়েই হিৰণে আচলখন পাতি এক্ষে উশাহে ক'বলৈ ধৰিলে—দিয়ক ভিনীহিদেউ 'স্থষ্টিধাৰক" মোকো এবাৰ ল'বলৈ দিয়ক!

বৰ সযতনে 'স্থষ্টিধাৰক" তাইৰ আচলত উঠাই দি মোৰ গলৰ মালা এধাৰি তাই গলত পিন্ধাই দিলো। লগে লগে

খোপাত ওৰণি তুলি আচলৰ লোচেৰে 'সৃষ্টিধাৰ''ক সাবটি ধৰি ক'ৰলৈ ধৰিলে—"পালো ভিনীহিদেউ মোৰ কামনাৰ ধন পালো। আপোনাৰ কলমৰ ঔৰষতে মোৰ কাম্য সন্তানৰ জন্ম হ'ল। মোক আৰু একো নেলাগে ভিনীহিদেউ, একো নেলাগে। আশীৰ্ব্বাদ দিছো প্ৰণয় মিলণৰ প্ৰতিভূ—এই সন্তানে বিশ্বত চিৰশান্তি প্ৰতিস্থাৰ বাটত বাটকটীয়া'ৰূপে থাকি যুগে যুগে বিশ্বজননীৰ মুখউজ্জলাওক।"

'অ বিনী মুকু দিবি"—বুলি টেবেচাও আচলপাতি আগ বাঢ়ি আহিল। হিৰণক দিয়াৰ দৰে তাইৰো আচলত সৃষ্টি ধাৰ'ক তুলি দি মালা এধাৰি তাইৰ গলতো পিন্ধাই দিলো। হিৰণৰ দৰে তায়ো খোপাত ওৰণি তুলি ক'বলৈ ধৰিলে— 'অ' ৰিনী ময়ু পালো নঅয় ? —মুকু আৰো এক কু নেলাকে। বাল ঐছে—বাল তাকিবি। দাওগে দে ?" —বুলি সেই গানটোকে পুন বাৰ গাই গাই আঁতৰি গ'ল দুয়ো। মাতৃজাতিৰ দুজনী মহিয়সী গাভৰুৰ এনে মহান প্ৰণয় আদৰ্শৰ প্ৰতি আনুভূতিক সহাৰিত মোৰ মুৰটো তললৈ দোখাই দুধাৰি চকুলো বৈ আহিল বৰ বেগাই। কিন্তু তেওঁলোকৰ চৰণ দুযোগলত নপৰি পৰিল মাটিত। ভাবিলো মনত—

কিমান অভগা মই
নোৱাৰিলো পূজিব
এনে মহিয়সী, মাতৃ প্ৰতিম হায়!

❋ অন্ত ❋

# সৃষ্টিধাৰ....

---

## সৃষ্টিধাৰে কয়—

- সৃষ্টিধৰ্ম্মীয় মানৱীয় সোঁত এটা আছে—যাৰ অন্তৰ্নিহিত সত্যৰ অন্তৰালত আছে— আমি (মানৱ) আহিলো ক'ৰ পৰা পালোহি কিমান আৰু যাম বা ক'লৈ ?
- মানৱ বিশ্বৰ সৃষ্টিৰ দিনৰে পৰা বিশ্বমানৱৰ ভাষা এটা আছে— যি ভাষাৰে আমি সমগ্ৰ বি ঃ মানৱে আজিও বহু কথা কৈয়েই আছো ।
- বিশ্বমানৱৰ সৃষ্টিধৰ্ম্মীয় মানৱতা নামৰ ধৰ্ম্ম এটা আছে— যাক কোনো ধৰ্ম্মই আজিও অস্বীকাৰ কৰা নাই ।

---

শ্ৰীৰাজেন্দ্ৰ কলিতা

# সৃষ্টিধাৰ

॥ প্ৰকাশক ॥ কুলপ্ৰদীপ আৰু বিশ্বপ্ৰদীপ কলিতা।

॥ প্ৰাপ্তিস্থান ॥ বিবিধ ভাণ্ডাৰ ✿ গণেশগুৰি চাৰিআলি
★ ৰাজেন্দ্ৰপ্ৰসাদ ৰোড ★ দিশপুৰ
গুৱাহাটী—৬

॥ প্ৰথম সংস্কৰণ ॥ নৱেম্বৰ ১৯৭৯ চন।



॥ ছপা ॥ চিটি প্ৰিণ্টাৰ্চ, দিশপুৰ গুৱাহাটী ৬

# নাগৰিকৰ দৃষ্টিত "সৃষ্টিধাৰ"—

সাদিনীয়া নাগৰিক ৩ ডিচেম্বৰ ১৯৮১ চন বৃহস্পতিবাৰ

# ক্ৰমবিকাশৰ আকৰ্ষণীয় বিশ্লেষণ

বিশ্ববিখ্যাত নৃতত্ত্ববিদ পণ্ডিত চাৰ জেমছ জৰ্জ ফ্ৰেজাৰে তেওঁৰ সুবিশাল কীৰ্ত্তিস্তম্ভ 'গোল্ডেন বাও' গ্ৰন্থৰ উপসংহাৰত লিখিছিল যে এতিয়ালৈ প্ৰবাহিত মানৱীয় চিন্তাধাৰাক তিনি ডাল বেলেগ বেলেগ সূতাৰে গথা এখন জালৰ লৈতে তুলনা কৰিব পাৰি। সেই সূতা তিনিডাল হ'ল যাদুবিদ্যাৰ ক'লা সূতা, ধৰ্মৰ ৰঙা সূতা আৰু বিজ্ঞানৰ বগা সূতা। ক্ৰমবিকাশৰ গতিত বাকী দুডাল সূতাতকৈ বগা সূতা ডালৰ উজ্জ্বলতা ক্ৰমবৰ্দ্ধমান বুলিও তেওঁ অনুভৱ কৰিছিল। তেওঁ এই প্ৰশ্নও তুলিছিল যুগ যুগান্তৰবাহিত চিন্তাৰ ক্ৰমোন্নতি অব্যাহত থাকিব নে কোনো প্ৰতিক্ৰিয়াৰ ফলত প্ৰগতিৰ গতি ৰুদ্ধ হৈ মানৱ অগ্ৰগতিৰ সন্মুখত প্ৰতিবন্ধকৰ সৃষ্টি হব ? মানৱ নিয়তিয়ে মহাকালৰ তাঁতশালত বনন কৰি থকা জালখনৰ ৰং কি হবগৈ ? বগা হব নে ৰঙা হ'ব ? তেওঁ কৈছিল যদিও জালখনৰ পৃষ্ঠভূমিত এটা ক্ষীণ পোহৰৰ ৰেখা উদ্ভাসিত হৈছে তথাপি তাৰেই আন এটা কোণত ঘোৰ অন্ধকাৰৰ মেঘেও আত্মগোপন কৰি আছে। চাৰ ফ্ৰেজাৰে বোধকৰো এই কথাৰে ইংগিত দিছিল যে বিজ্ঞানৰ অগ্ৰগতি সত্বেও আদিম সংস্কাৰ মানুহৰ মনৰ পৰা আঁতৰি যোৱা নাই। তথাপি অৱশেষত বিজ্ঞানেই জয় লাভ কৰিব।

বিভিন্ন সমাজত প্ৰচলিত কিম্বদন্তীবোৰৰ অন্তৰালতো মানুহৰ বৈজ্ঞানিক মনৰ স্ফুৰণ ঘটা দেখা যায়। অৱশ্যে এই মনটো আৱিস্কাৰ কৰিবলৈ সূক্ষ্ম পৰ্য্যবেক্ষণ, বিশ্লেষণ আৰু অনুসন্ধানৰ

আৱশ্যক। আনহাতে এই কথাও ঠিক যে কিছুসংখ্যক ভাৰতীয় পণ্ডিতে দাবী কৰাৰ দৰে, যিহেতু ৰামায়ণত পুষ্পক ৰথ মহাভাৰতত অগ্নিবান, বৰুণবাণ আদিৰ উল্লেখ আছে সেয়ে সুপ্ৰাচীন ভাৰতৰ লোকে এৰোপ্লেন বোমা আদি আধুনিক আহিলাবোৰ সেই যুগতে আৱিস্কাৰ কৰিবলৈ সক্ষম হৈছিল। পিছত প্ৰাকৃতিক বিপৰ্য্যয় আদিৰ ফলত প্ৰাচীন শাস্ত্ৰবোৰৰ বিলুপ্তি ঘটাত ভাৰতীয় মানুহে সেই প্ৰাচীন কাৰিকৰী বিদ্যা পাহৰি পেলালে-ইত্যাদি কল্লোল কল্পিত মাত্ৰ। মহাকাব্যত উল্লেখিত উক্ত কথাবোৰ মানুহৰ কল্পনা শক্তিৰ নিদৰ্শন মাত্ৰ—প্ৰাকৃতিক জগতত দৃশ্যমান জীৱ আৰু বস্তুপুঞ্জক কল্পনাৰ জাবৰৰসতে দ্ৰবীভূত কৰিহে কবি সকলে সেইবোৰ উদ্ভাবন কৰিছিল। গতিকে সস্তীয়া চিন্তাধাৰাৰ কুহকত ভৰি নিদি ঐতিহাসিক পটভূমিত মানৱেতিহাসৰ বিশ্লেষণৰ জৰিয়তেহে বৈজ্ঞানিক দৃষ্টিভংগী আহৰণ কৰা সম্ভৱ।

আলোচ্য 'সৃষ্টিধাৰ গ্ৰন্থকাৰ শ্ৰীৰাজেন্দ্ৰ কলিতা যদিও বৃহত্তৰ অসমীয়া সাহিত্য তথা জ্ঞানচৰ্চাৰ জগতত নবাগত, তথাপি এই প্ৰথম গ্ৰন্থতে তেওঁ পৰ্যবেক্ষণ অধ্যৱসায় আৰু স্বকীয়তাৰ নিদৰ্শন উপস্থাপন কৰিবলৈ সক্ষম হৈছে। কেৱল শিক্ষায়তনিক গণ্ডীৰ মাজত থকা পণ্ডিত বা পণ্ডিতম্মন্য ব্যক্তিয়েহে গৱেষণা-মূলক গ্ৰন্থ ৰচনা কৰিব পাৰে বুলি এচাম শিক্ষিত লোকৰ মনত থকা ভ্ৰান্ত ধৰণাও শ্ৰীকলিতাৰ গ্ৰন্থই দূৰীভূত কৰিছে। যদিও তেওঁৰ ওপৰত ডানিকেন প্ৰভৃতি গৱেষকৰ কিছু ছাঁ পৰিছে, তথাপি এই কথা স্বীকাৰ্য্য যে শ্ৰীকলিতাই তেওঁৰ গৱেষণাক নিজাস্ব অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠা কৰিহে বিষয়বস্তুৰ বিশ্লেষণত প্ৰবৃত্ত হৈছে। তেওঁ নিজেই কৈছে "তেইশ বছৰীয়া সুদীৰ্ঘ সংঘাত পূৰ্ণ এটি অভিযানৰ বাস্তৱ অভিজ্ঞতাৰে লিখা এয়া মোৰ সৃষ্টিধাৰ'। আমাৰ আদিম পুৰুষক বিচাৰি ১৯৫৩ চনতে মোৰ

এই যাত্ৰা আৰম্ভ কৰিছিলো। তেতিয়াৰে পৰা ১৯৭৭ চনলৈ এই অভিযানত পৰ্ব্বত ভৈয়ামৰ ভাষা কিম্বদন্তী ধৰ্মীয় শাস্ত্ৰ আৰু অতীন্দ্ৰ ঐতিহ্যৰ লগত সুসম্পৰ্ক ৰক্ষা কৰি সমান ব্যুৎপত্তিৰে সমগ্ৰ বিশ্বতে বৰ্তি থকা কিছুমান সৃষ্টিধৰ্মীয় শব্দ বিচাৰি পালো আৰু সেইবোৰৰ সংলাপ বুজি পোৱা হলো।।" প্ৰাচীন কিম্বদন্তীবোৰৰ মাজত লুকাই থকা বৈজ্ঞানিক সত্যৰ বেশ তেওঁ নিচি কিম্বদন্তী এটাৰ মাজত বিচাৰি পাইছে। সেই কিম্বদন্তী পৃথিবী যে সূৰ্য্যৰ আৰু চন্দ্ৰ যে পৃথিবীৰেই এটা অংশ, সেয়া পুৰাণ কাহিনীৰ মাজেৰে অভিব্যক্ত হৈছে। গ্ৰন্থকাৰে কৈছে "সূপ চীন ভাষাৰ ভিত্তিত বিজ্ঞানসম্মত এটি তাত্বিক গবেষণা অবিহনে অতীন্দ্ৰ ধৰ্মৰ এনেবোৰ সত্যৰ প্ৰকৃত ৰহস্য উদ্‌ঘাটন কৰা বৰ টান কাম।" তেওঁৰ ওপৰত ডানিকেনৰ প্ৰভাৱ সম্পৰ্ক অভাস পোৱা যায় এই কথাখিনিৰ পৰা 'যাত্ৰাপুস্তকত লিখা আছে যে কোনো আৱৰণেৰে মুখাবয়ব ঢাকি স্বৰ্গৰ দেৱতাসকলে পৃথিবীলৈ নামি আহি অনেক নিৰ্দেশ দিছিল। সেই নিৰ্দ্দেশবোৰেই দৈৱবাণী বুলি আজিও মুখ বাগৰি আছে নেকি? তদুপৰি এটা টুপি আৰু মুখাবয়বৰ আৱৰণে আমাৰ মহাকাশচাৰীয়ে চন্দ্ৰলোকত ব্যৱহাৰৰ উপযোগীকৈ তৈয়াৰ কৰা আৱৰণৰ লগত কোনো সম্পৰ্ক ৰক্ষা কৰে নেকি? যি কোনো নতুন গ্ৰহত পদাৰ্পণৰ বাবে বেলেগ নতুন আৱৰণৰ যে দৰকাৰ হ'ব, চন্দ্ৰত পদাৰ্পণ ইতিমধ্যে তাৰ স্পষ্ট উত্তৰ দিছেই।" ডানিকেনৰ গ্ৰন্থতো এনে কেতবোৰ তথ্য পোৱা যায়।

শ্ৰীকলিতাই উপৰুক্ত কথাবোৰ 'সৃষ্টিধাৰৰ প্ৰস্তাৱনা স্বৰূপে দাঙি ধৰিছে। তেওঁৰ প্ৰধান বক্তব্য হ'ল এয়ে যে আজি পৃথিবীৰ দেশে দেশে বিভক্ত হোৱা নানা ভাষিক আৰু ধৰ্মীয় বিভিন্নতাসমূহ আদিম কালত নাছিল, মানৱসমাজত এটা

ভাষা আৰু এটা ধৰ্মহে আছিল । কালক্ৰমত বিভিন্ন ভাষা আৰু ধৰ্মৰ সৃষ্টি হ'লেও এইবোৰৰ মাজত কিছুমান সুসাদৃশ্য আজিও বিদ্যমান । গ্ৰন্থকাৰে এই কথালৈ আঙুলিয়াই কৈছে ' "কিছুমান শব্দই সমগ্ৰ পৃথিৱীৰ চুকে কোনে নদী বা নলাৰ নাম, হ্ৰদ বা সাগৰৰ নাম মানুহ বা উপাধিৰ নাম ঠাই বা দেশৰ নাম জাতিৰ বা উপজাতিৰ নাম ধৰ্মীয় শাস্ত্ৰ আৰু অতীজ ঐতিহ্যৰ নাম আদিত থাকি আমাৰ লগত কথা পাতি পাতি সেই সুদূৰ অতীতৰে বৰ্ত্তমানৰ লগত নিবিড় সম্পৰ্ক ৰক্ষা কৰিয়েই আছে । " কিন্তু সেই শব্দবোৰ অৰ্থহাৰা হোৱাত গোট নাম হিচাপে লৈ নতুবা আধ্যাত্মিকতাৰ মেৰপাকত সুমুৱাই বেলেগ বেলেগ ব্যাখ্যাৰে আমি আজি অন্য বাটে গতি কৰিছো । বিনিময়ত আমি বিশ্ববাসীয়ে আমাৰ পুৰ্বপুৰুষক পাহৰি গৈছো, ইটিয়ে সিটিৰ পৰা আঁতৰি পৰিছো, আমাৰ প্ৰকৃত মানৱ ধৰ্ম মানৱতাকো হেৰুৱাই পেলাইছো ।" মানৱ ঐক্যৰ মূল ধাৰাৰ অনুসন্ধানত শ্ৰীকলিতাই ভাষাতত্ব তথা ধ্বনিতত্ত্বৰ ওপৰত সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছে 'সৃষ্টিৰ দিনৰে পৰা মানৱৰ বৃদ্ধি, বিস্তৃতি আৰু বিকাশৰ লগে লগে নিজক ব্যক্ত কৰাৰ যি প্ৰয়োজন হৈছিল তাৰ ফলতে ভাষাৰ উৎপত্তি হৈছিল । সেই প্ৰয়োজন অনুসৰিয়েই আমাৰ আদিম মানুহেও আদিতে কিছু-মান সাংকেতিক ধ্বনিৰে নিজক ব্যক্ত কৰিছিল । সেই ধ্বনি বোৰ আদিতে তিমান স্পষ্ট নাছিল , কিন্তু দিনে দিনে ধ্বনিবোৰ স্পষ্টতৰ হৈ আহিছিল আৰু এটা সময়ত দুটা তিনিটা বা তাতোকৈ অধিক ধ্বনি জোৰা লগাই একোটা সুন্দৰ শব্দ তৈয়াৰ কৰি বেছ অৰ্থপুৰ্ণ ভাব প্ৰকাশ কৰিব পৰা হৈছিল । যেতিয়া ধ্বনিবোৰ সমীকৰণ কৰা হৈছিল, তেতিয়া শব্দটো কিদৰে শুনি-বলৈ শুৱলা হয়, তাৰ ওপৰতহে বেছি জোৰ দিয়া হৈছিল

আৰু এইটো কৰিবলৈ যাওঁতে শব্দটাৰ উচ্চাৰণৰ কিছু ব্যতিক্ৰম হয়তো ঘটিছিল। তেতিয়া এনেবোৰ শব্দ শুনিবলৈ ইমান শুৱলা, ইমান অৰ্থব্যঞ্জক আৰু তত্বগধুৰ হৈছিল যে আনকি একোটা শব্দৰ উৎপত্তিয়ে প্ৰতীক শব্দৰূপে একোটা যুগৰ স্বাক্ষৰ বহন কৰিছিল।' গ্ৰন্থৰ দ্বিতীয় অধ্যায়ৰ পৰা শেষ ( অষ্টম ) অধ্যায়লৈ গ্ৰন্থকাৰে ধ্বনিৰ সমীকৰণত উৎপত্তি হোৱা শব্দবোৰৰ ইতিহাস আকৰ্ষণীয় ভাবে ব্যক্ত কৰিছে।

মানৱ-জাতিৰ ক্ৰমোন্নতিৰ ধাৰাত ভাষা আৰু ধ্বনিতত্বৰ পৰিবৰ্ত্তনৰ পম খেদি গ্ৰন্থকাৰে পৰ্য্যায়ক্ৰমে আঠোটা যুগ চিহ্নিত কৰিছে (১) কলিৰ যুগ [শিলভগৰন্তৰ যুগ] (২) বলিৰ যুগ [গিৰি পিতাৰ যুগ] (৩) সত্যৰ যুগ [মানৱসন্তানৰ যুগ] (৪) ৰণৰ যুগ [বিজ্ঞৰ যুগ], (৫) হাৰণৰ যুগ [অন্নজনাৰ বা কৃষকৰ যুগ] (৬) চৰণৰ যুগ [জ্ঞানৱন্তৰ যুগ] (৭) পাৰণৰ যুগ [বিজ্ঞদলৰ যুগ], আৰু (৮) কুৰণৰ যুগ [যান্ত্ৰিক বা বিজ্ঞানীৰ যুগ]। যুগৰ পযায়ক্ৰমে মানৱ জাতিৰ ক্ৰমোন্নতিৰ ধাৰা গ্ৰন্থকাৰে নিৰ্ণয় কৰিছে এইদৰে (১) টাই—মানৱ (২) ৰণটাই—বিজ্ঞমানৱ (৩) হাৰণ টাই—কৃষকমানৱ (৪) চৰণ টাই—জ্ঞানৱন্ত মানৱ (৫) পাৰণ টাই—বিজ্ঞদলীয় মানৱ (৬) কুৰণটাই—বিজ্ঞনী মানৱ।

মানৱ জাতিৰ ক্ৰমোন্নতিৰ নিৰবচ্ছিন্ন ধাৰাকেই মনীষী বাৰ্ণাৰ্ড'শ্বই ক্ৰিয়েটিভ ইভলিউচন (সৃষ্টি মূলক বিৱৰ্ত্তন) আখ্যা দিছিল আৰু অৱশেষত এই ইভলিউচনৰ ফলত চুপাৰমেনৰ আবিৰ্ভাৱৰ কল্পনা কৰিছিল। জাৰ্মান দাৰ্শনিক নীৎছেৰ লেখাতো চুপাৰমেনৰ আদৰ্শ আছে। এই চুপাৰমেনেই বৰ্ত্তমানৰ বিভেদ সমূহ আঁতৰাই পুনৰ পৃথিবীত মানৱধৰ্ম্ম প্ৰতিষ্ঠা কৰিব পাৰিব বুলিও তেওঁলোকে আশা কৰিছিল। আলোচ্য 'সৃষ্টিধাৰ'ৰো শেষ বক্তব্য হ'ল এয়ে যে বিৱৰ্ত্তনৰ ফলত বিশ্বমানৱে ভৱিষ্যতে

এনে এক উচ্চস্তৰত উপনীত হ'ব য'ত আজিৰ সমস্ত ভেদাভেদৰ অন্ত পৰিব। আজিৰ বিশ্ব সম্পৰ্কে গ্ৰন্থকাৰে খেদ প্ৰকাশ কৰি কৈছে "প্ৰলয়ত পতিত হৈ কলিত প্ৰবেশ কৰাৰে পৰা যি ভাঙোন আৰম্ভ হ'ল তাৰ অন্ত আজিও নহ'ল। বিনিময়ত সৃষ্টি হ'ল বহু ধৰ্ম্মৰ—আৰম্ভ হ'ল প্ৰতিযোগিতাৰ, শক্তি পৰীক্ষাৰ, দেশবোৰ টুকুৰা টুকুৰকৈ ভাঙি শাসন কৰাৰ আৰু যোগ্যাযোগ্য্যা বসুন্ধৰাৰ। দিনবোৰ যিমানে আগবাঢি আছে সিমানেই আমি ভাঙি পৰিছো পিতৃপুৰুষক পাহৰি গৈছো, ইজনে সিজনক চিনি নোপোৱা হৈছো ভ্ৰাতৃত্বৰ বান্ধ ছিঙি পেলাইছো খোৱাকামোৰা ঠগপ্ৰৱঞ্চনাত ব্যস্ত হৈ পৰিছো দিনে দিনে বেছি আত্মকেন্দ্ৰিক হৈছো আৰু সুবিধা পালেই ইজনে সিজনৰ ওপৰত জপিয়াই পৰিছো আৰু তাৰে পৰিণামস্বৰূপে [illegible] আনত আৰু অন্য ক'তো শান্তি নোপোৱাত পৰিছো।" আজিৰ পৃথিবীৰ সমাজৰ এয়া এক বাস্তৱ চিত্ৰ। তেওঁ কৈছে যে এই পৰিৱেশৰ পৰা উদ্ধাৰৰ পথ হ'ল "সৃষ্টিধৰ্ম্মী মানৱতা।"

'সৃষ্টিধাৰ' এখন অভিনৱ গ্ৰন্থ বুলি নি সন্দেহে ক'ব পাৰি।

—দীনেশ গোস্বামী।



## —স্মৰ্তব্য—

● 'লিখনি মাত্রেই সাহিত্য নহয়। সাঁহিত্য কেৱল বিলাস আৰু মনোৰঞ্জনৰ সামগ্ৰীও নহয়। আমাৰ আদৰ্শৰ কষটি শিলত উত্তীৰ্ণ যি সাহিত্য ৰচিত হ'ব তাত উচ্চ চিন্তা স্বাধীনতাৰ ভাৱনা স্ৰজনৰ আত্মা, সৌন্দৰ্য্যৰ চাপ আৰু জীৱনসত্যৰ প্ৰকাশ থাকিব – যিয়ে অন্তৰত গতি সংগ্ৰামী স্পৃহা আৰু ব্যাকুলতাৰ সৃষ্টি কৰিব।" সাহিত্যৰ উদ্দেশ্য ব্যাখ্যাত প্ৰেমচাঁদৰ এনে অমৰ উক্তি সাহিত্য কৰ্ম্মৰ পাথেয় বাবেই লিখক মাত্ৰৰে স্মৰ্তব্য।

● "গোটেই জীৱনটোৱেই এটা দুঃসাহসিক অভিযান, এটা সুন্দৰ প্ৰদৰ্শনী। যিমানেই বিভিন্ন মানুহক লগপোৱা, বিভিন্ন কাম কৰা আৰু বিভিন্ন ঘটনাৰ সমুখীন হোৱা, সিমানেই তোমাৰ জীৱন চহকী হয়। ঘটনাবোৰ হয়তো সুখকৰ নহ'বও পাৰে কিন্তু সেইবোৰৰ সমষ্টিয়েই জীৱনটো।' এডনা ফাৰবাৰৰ জীৱনসত্যৰ এনে বাস্তৱ প্ৰকাশ সবাৰো সৰ্বক্ষণৰ স্মৰণযোগ্য।

● ৰাষ্ট্ৰীয় শিক্ষাগৱেষণা আৰু প্ৰশিক্ষণ পৰিষদ (NCERT) ৰ আঞ্চলিক উপদেষ্টা গভীৰজ্ঞানৰ অধিকাৰী শ্ৰীহিৰণ্য কুমাৰ শৰ্ম্মা গ্ৰেবেল ইঞ্জিনিয়াৰিং কৰ্ম্মশালাৰ প্ৰতিষ্ঠাপক অধ্যক্ষ শ্ৰীবনমালী শৰ্ম্মা ধেমাজী কলেজৰ প্ৰবক্তা শ্ৰীহিৰেণ পাঠক আৰু শ্ৰীপদধৰ দেউৰী এইখন কিতাপৰ ক্ষেত্ৰত স্মৰণযোগ্য এইবাবেই যে একোটা বিতৰ্কিত বিষয় লৈ এওঁলোকক ভাগৰিপৰাকৈ ব্যতিব্যস্ত কৰি তুলিছিলো বহুসময়ত টানকথা কৈ থকাসৰকা কৰিছিলো, যাৰ ফলত এটা একোটা সময়ত উত্তপ্ত পৰিবেশৰো সৃষ্টি হৈছিল। তথাপিও এওঁলোক আঁতৰি নগৈ মোক মানসিক ভাবে সহায়ৰ হাত আগবঢাই আছিল কিতাপখন ছপাশাললৈ যোৱাৰ দিনালৈকে।

● সীমান্তৰ ৰেঙনিত উল্লেখ থকা তিব্বতীয়া ভগনীয়াৰ আৰু টেঙানৈ উপত্যাকাৰ বৰ্ণনা চীনভাৰতৰ যুদ্ধৰ বাস্তৱ চিত্ৰাঙ্কণত অনিবাৰ্য্য হোৱাত এইখন কিতাপতো আকৌবাৰ উদ্ধৃতি দিবলৈ বাধ্য হ লোঁ।—এয়াও স্মৰণ যোগ্য।

শ্ৰীৰাজেন্দ্ৰ কলিতা